ৰছুল-কৰিম

# হজৰত মোহম্মদ (দঃ)।



ৰচক :—

মোলবী হাজী ফাইজ উদ্দিন আহমদ,

ভূতপূর্ব্ব একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ,

যোৰহাট।

প্ৰকাশক :—

মৌলবী এন্, জেদ, আহমদ বি, এচ, চি,

যোৰহাট।



প্ৰথম ভাঙ্গৰণ।

১৯২৯

বেচ খনে ১।০ টকা মাত্ৰোহ্ন

# পাতনি।

আজিলৈকে অসমীয়া ভাষাত ৰছুল-কৰিম হজৰত মোহম্মদ মোস্তফাৰ (দঃ) প্ৰকৃত জীৱনী এখনিও নাই। এই অভাৱ সকলোৱে অনুভৱ কৰিছে। কেইবাজন মুছলমান সাহিত্যিকক অনুৰোধ কৰাতো, কেৱেঁ এই অভাৱ গুচাবলৈ আগ নবঢ়াত, মযে কেইজনমান বন্ধুৰ উদগনিত কাপ ধৰিবলৈ বাধ্য হলোঁ। সাহিত্য-ক্ষেত্ৰত এয়ে মোৰ প্ৰথম উদ্যোগ। গতিকে, এই পুথিত ভালেমান আসোঁৱাহ থাকিবকৈ কথা। আশা-কৰোঁ, সহৃদয় পাঠকসকলে যেন সেইবোৰ অনুগ্ৰহ কৰি মোক আঙ্গুলিয়াই দিয়ে।

আন আন নবী-ৰছুলসকলৰ জীৱনী যেনে 'মুআজ'জা'ৰে (অলৌকিকতাৰে) খুন্দখোৱা, হজৰত ৰছুল-কৰিমৰ জীৱনীও তেনে, কিন্তু সেই অলৌকিক ঘটনাবোৰ সময় অনুপযোগী বুলি ভাবি এই পুথিত সমূলি এৰিছোঁ।

মোৰ পৰম বন্ধু শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙ্গৰীয়াই এই পুথিখনি আদিৰপৰা অন্তলৈকে চকু ফুৰাই চাই দিয়াৰ বাবে, তেওঁৰ ওচৰত মই চিৰ-ধকৱা হৈ থাকিলোঁ।

গ্ৰন্থকাৰ।



বিষয় | পিঠি



## মদিনা কাণ্ড।

---

## ভুল সংশোধন ঃ

১৯২ পৃষ্ঠাৰ পিছত ২০৯ ৰ পৰা ২২৪ লৈকে পৃষ্ঠাৰ নম্বৰ ভুল হৈছে, অনুগ্ৰহ কৰি পাঠক পাঠিকা সকলে ২০৯ ৰ ঠাইত ১৯৩ পৃষ্ঠাৰ পৰা ২০৮ লৈকে। সংশোধন কৰি লয় যেন।





বছুল-কৰিম্।

# হজৰত্ মোহম্মদ (দঃ)।

## আদিকাণ্ড—আৰম্ভণি।

বিচ্‌মিল্লাহিৰ্ ৰ্‌হ্‌মানিৰ ৰহিম্।

### জগতৰ আদি ধৰ্ম্ম ও ৰছুলসকলৰ আবিৰ্ভাৱ।

পৰম কৰুণাময় আৰু সৰ্ব্বশক্তিমান্ আল্লাহ্ তা'লাই তেওঁৰ কোনো নিগূঢ় অভিপ্ৰায় সাধন কৰিবৰ কাৰণে জগতত পোন প্ৰথমতে হজৰত্ আদম্ আলেইহেচ্ছালাম (Adam) আৰু তেওঁৰ বিবি মা হাৱাৰ (Eve) সৃষ্টি কৰে আৰু ফিৰিস্তা (স্বৰ্গীয় দূত) জিব্ৰাইলৰ (আঃ) দ্বাৰা তেওঁলোকক 'তৌহিদ' (একত্ববাদ) ধৰ্ম্মত দীক্ষিত কৰায়। তেওঁলোকৰ পৰাই অলেখ ল'ৰা-ছোৱালীৰ জন্ম হয় আৰু সেই ল'ৰা-ছোৱালীবিলাক পৃথিৱীৰ চাৰিওফালে বিয়পি পৰে। হজৰত্ আদমৰ (আঃ) পাচত, লাহে লাহে প্ৰকৃত 'তৌহিদ' ধৰ্ম্ম বিকৃত হৈ পৰে। শয়তানৰ ফান্দত পৰি, কোনোৱে নিজৰ পূৰ্ব্ব-পুৰুষৰ মূৰ্ত্তি সাজি পূজিবলৈ ধৰে ও কোনোৱে জোন বেলি ও ভিন্ ভিন্ জীৱ জন্তুৰ পূজা কৰে। পাচত আকৌ আল্লাহ্ তা'লাই

নিজক প্ৰকাশ কৰিবলৈ পৃথিবীত নবী-ৰছুল-পয়গাম্বৰৰ ( ঐশ-সংবাদ বাহকৰ ) আৱশ্যকতা হৈ পৰে। এইদৰে. মানুহক সঁচা সজ-বাট দেখুৱাবৰ কাৰণে যুগে যুগে সময়ে সময়ে অৱস্থা বুজি জগতৰ সম্প্ৰদায়ে পতি একোজন বা ততোধিক এনে ধৰ্ম্মগুৰু আহি আছিল। যেতিয়া মানুহে আগৰ ৰছুলসকলৰ শিক্ষা ও উপদেশ তেনেই পাহৰি সু-বাট হেৰুৱাই কাণি-মুনি লাগি কু-বাটত পৰি মিছা, কাল্পনিক খোদাৰ উপাসনা কৰিবলৈ ধৰে, তেতিয়া আল্লাহ্‌তা'লাই নিজৰ বান্দা ( দাস ) সকলৰ উদ্ধাৰ আৰু মুক্তিৰ কাৰণে বিশেষ কোনো মহাত্মাক নবী-ৰছুল-পয়গাম্বৰ কৰি পঠায়। এইদৰে আমি পৃথিবীৰ যুৰুজীত হজৰত্‌ নুহ্‌ আঃ ( Noah ), হজৰত্‌ ইব্ৰাহিম আঃ ( Abraham ), হজৰত্‌ মুছা আঃ ( Moses ), হজৰত্‌ দাউদ আঃ ( David ), হজৰত্‌ ইছা আঃ ( Jesus Christ ) আদি নবীসকলৰ নাম পাওঁ আৰু তৌৰাত ( Torah ), জব্বুৰ ( Psalms ), ইঞ্জিল ( Evangel ) আদি নামেৰে ধৰ্ম্ম-পুথি নাজিল ( অৱতীৰ্ণ ) হোৱাৰ উল্লেখ আছে। এইদৰে এই সৰ্ব্বশ্ৰেষ্ঠ স্বাভাৱিক একত্ববাদ ধৰ্ম্মই আদি পুৰুষ হজৰত্‌ আদম ( আঃ ) পৰা প্ৰচাৰিত হৈ ক্ৰমান্বয়ে সকলো নবী-ৰছুলৰ দ্বাৰা জগতত বিয়পি পৰে। এওঁলোক প্ৰত্যেকেই একেজন মাথোন অদ্বিতীয় আল্লাহ্‌-তা'লাৰ উপাসক আৰু পবিত্ৰ একত্ববাদ প্ৰচাৰক আছিল। আল্লাহ্‌-তা'লাই জগতত এই একখোদাবাদ ধৰ্ম্ম প্ৰচাৰ কৰিবৰ কাৰণে ভিন্ ভিন সময়ত ভিন্ ভিন্ ঠাইলৈ নবী আৰু ৰছুলসকলক পঠিয়াইছে। এয়ে হৈছে ইছলাম্। ই কোনো নতুন ধৰ্ম্ম নহয়; কিন্তু এই 'ইছলাম্' নামটো আগিবেপৰা নাছিল। একমাত্ৰ নিৰাকাৰ আল্লাহ্‌ তা'লাৰ বন্দেগি ( উপাসনা ) আৰু তেওঁৰ সকলো প্ৰেৰিত নবী আৰু ৰছুল সকলৰ পয়ৰবি ( অনুসৰণ ) কৰাই হৈছে ইছলামৰ মূল তত্ত্ব।

# জগদ্গুৰুৰ আৱশ্যকতা।

সংসাৰৰ সকলো বস্তু ক্ৰমবিকাশশীল। আদিতে সকলো বস্তু সৰল অৱস্থাত থাকে, পাচে তাৰপৰা লাহে লাহে আগবাঢ়ি গৈ জটিলতৰ আৰু উন্নততৰ অৱস্থালৈ বিকাশ পায়—কুঁহিপৰাই হোলোং গছৰ আকাৰ হয় আৰু শেষত সেয়ে সম্পূৰ্ণতা লাভ কৰে। ধৰ্ম্মৰো অৱস্থা এই নিত্য-সত্যৰ বশবৰ্ত্তী।

আল্লাহ্ত'লাই কালৰ অৱস্থা অনুসৰি ৰছুলসকলক তাৰ উপ-যোগী কৰি জগতলৈ পঠিয়াইছিল। কালক্ৰমে যেতিয়া মানুহৰ জ্ঞানৰ বিকাশ হবলৈ ধৰিলে শ্বৰিয়তৰ বিধানো (ধৰ্ম্ম প্ৰণালীও) সেই অনুযায়ী লৰচৰ হল। আদি যুগ আৰু বৰ্ত্তমান যুগৰ মাজত আকাশ পাতাল প্ৰভেদ দেখিবলৈ পোৱা যায়।

পঢ়াশালীত তল শ্ৰেণীটো ভাগ কৰি কেইবা শাখা কৰি ক্ৰমে ক্ৰমে বেলেগ বেলেগ পাঠ দিব লগাত পৰে, কাৰণ, একে পুথিৰে কোনোৱে "অ—আ" পঢ়িছে, কোনোৱে 'ক—খ' পঢ়িছে, বা কোনোৱে কাম্-কলিহে যোটাইছে। এনে অৱস্থাত, একেলগে এটা পাঠকে সকলোকে দিলে কুমলীয়া লৰাই একো শিকিব নোৱাৰিব; কিন্তু পাচত অলপ টনকিয়াল হৈ ওপৰলৈ উঠিলে, গোটেই শ্ৰেণীটোত সকলো ছাত্ৰকে একেটা পাঠকে দি, এজন ওজাই পঢ়ালেহে শিক্ষাত সামঞ্জস্য থাকে। সেইদৰে, যদিওবা পূৰ্ব্বযুগত ঠায়ে ঠায়ে কৈদে কৈদে আল্লাৰ মহাজনসকল আহি মানুহক সৎ ও সঁচা বাট দেখুৱাইছিল, [illegible] গোটেই জগতৰ ৰছুলস্বৰূপ কোনো অহা নাছিল ও বিশ্বগুৰু বুলি কোনেও দাবিও কৰা নাছিল; আৰু তেওঁলোকৰ প্ৰচাৰিত ধৰ্মইও ক্ৰমে বিপুষ্টি আৰু সফলতা লাভ কৰা নাছিল। অধিকাংশ থলত ৰছুলসকলৰ

মৰণৰ লগে লগে তেওঁলোকৰ প্ৰচাৰিত ধৰ্ম্ম লুপ্ত হৈ গৈছে। এতিয়া 'আখেৰি জামান।" অৰ্থাৎ শেষ যুগত—( ইয়াৰ পাচত আৰু যুগ নাই. এই যুগৰ অন্ততে কিয়ামত বা মহা প্ৰলয় হব )—সদৌ জগতত সকলো বেমেজালি গুচাই একেটা পৰিপুষ্ট ও সম্পূৰ্ণ ধৰ্ম্ম, একেখন পুথি—আল্লাৰ বাণী, এজন বিশ্ব-ওস্তাই শিক্ষা দিয়াহে যুগুত। তাতে আকৌ পৃথিবীৰ এফালৰপৰা আন ফাললৈ অহা-যোৱা কৰাত আগেয়ে যি অসুবিধা আছিল, এতিয়া এই যুগত এৰোপ্লেন, ৰেল আৰু মটৰ গাড়ী, জাহাজ, টেলিগ্ৰাফ আদি হোৱাত সিও নাইকিয়া হল। সেইদেখি এই কলি যুগত মাথোন এজন জগতগুৰুৰহে আৱশ্যকতা।

## ইছ্লামৰ পূৰ্ব্বে জগতত ধৰ্ম্মৰ অৱস্থা।

খৃষ্টীয় ৬ষ্ঠ শতিকাৰ শেহ ছোৱাত আকৌ জগতৰ কোনো ঠাইতে একখোদাবাদ ধৰ্ম্মৰ চিন-ছাৱ নাইকিয়া হয়—এক আল্লাৰ পূজা কোনেও নকৰে, সকলৌ ঠাইতে হৰেক ৰকমৰ পাপ, দুৰ্নীতি, অনাচাৰ, অত্যাচাৰ আৰু অন্ধবিশ্বাসে গোটেই পৃথিবীক ছাটি ধৰে। এই ঘোৰ আন্ধাৰৰ মাজত মানুহৰ জ্ঞান বিবেক আৰু সকলো প্ৰকাৰৰ ন্যায় অন্যায় বিবেচনা সমূলি লোপ পায়। মুঠতে ইছ্লামৰ আগেয়ে নৈতিক মানসিক আৰু আধ্যাত্মিক মৰণে সদৌ জগতক অধিকাৰ কৰে।

হিন্দু জাতিৰ আদি ধৰ্ম্ম-শাস্ত্ৰ বেদ। বেদত এক ঈশ্বৰৰহে উল্লেখ আছে। তাত সাকাৰ দেৱ-দেৱীৰ উল্লেখ বা পুৰাণৰ তেত্ৰিশ কোটি দেৱতাৰ বা মূৰ্ত্তি-পূজাৰ নাম-গোন্ধো নাই।

(১) হিন্দুধৰ্ম।

হিন্দু শাস্ত্ৰে কয়:—

"যোমাং সর্ব্বেষু ভূতেষু সন্তমাত্মনমিশ্বৰং ॥
হিত্বাহি ভজতে মৌঢ্যাৎ ভস্মানেব যুহুতি সঃ" ॥

সাংখ্য দর্শন, ৮ম অধ্যায় ৫৬ শ্লোক।

অর্থাৎ যিজনে সকলো সৃষ্ট পদাৰ্থত ঈশ্বৰাত্মা বৰ্ত্তমান জানি. তাৰ অৰ্চ্চনা আৰু ভজনা কৰে—সি মূঢ় মানুহ, ভস্মত ঘিঁউৰ আহুতি কৰে।

"মৃচ্ছিলা ধাতুদ্ৰব্যাদি মূৰ্ত্তাবীশ্বৰ বুদ্ধয়ঃ।
ক্লিশ্যন্তিস্তাপসা মূঢ়পৰাং শান্তি নজান্তিতে ॥
মনসা কল্পিতা মূৰ্ত্তিনৃণ্যঞ্চৎ মোক্ষ সাধনি।
স্বপ্নলব্ধেন ৰাজ্যেন ন ৰাজা মানৱস্তথা ॥"

মহানিৰ্ব্বাণ তন্ত্ৰ।

অৰ্থাৎ মাটি শিল ধাতু বা কাঠেৰে সজা প্ৰতিমাবিলাকক ঈশ্বৰ বুলি আৰাধনা কৰি মূৰ্খ তপস্বীবিলাকে অনৰ্থক কষ্ট ভোগ কৰে; কিন্তু মুক্তি লাভৰ উৎকৃষ্ট উপায় সিহঁতে নেজানে। মনে মনে কল্পনা কৰি মূৰ্ত্তি গঢ়ি পূজা অৰ্চ্চনা কৰিলে, তাত মুক্তি পাব নোৱাৰে; সমাজিকত যেনে ৰাজ্য পালে, মানুহ ৰজা হ'ব নোৱাৰে।

যি ভাৰতবৰ্ষ শিক্ষা, সভ্যতা আৰু মনুষ্যত্বৰ ঘাই কেন্দ্ৰ, তাত বেদৰ 'একমেবাদ্বিতীয়ম" বা "একব্ৰহ্ম দ্বিতীয় নাস্তি" শিক্ষা পাহৰি পেলাই পুৰাণৰ এক ঈশ্বৰ তিনি মূৰ্ত্তি—ব্ৰহ্মা ( সৃষ্টিকৰ্ত্তা ), বিষ্ণু ( পালন-কৰ্ত্তা ) আৰু শিব (সংহাৰ-কৰ্ত্তা) ধৰি ললে। মানুহে নিজে নিজে কোটি কোটি ঈশ্বৰ গঢ়ি লৈ ঘোৰ পৌত্তলিক ও জড়োপাসক হৈ পৰিল। জোম-বেলিৰ পূজা, ইটা-শিলৰ পূজা, আৰু কি গুৰু-পুৰুহিতৰো পূজা হৈছিল। ''তৌহিদ' ( একত্ববাদ ) এৰি যিহকে মানুহে নিজতকৈ শক্তিশালী দেখিছিল, তাৰেই পূজা কৰিছিল। ঋষি-মুনিসকলৰ সেই উদাৰ আৰু

মহান্ সাম্যবাদৰ ওপৰত সংহিতাকাৰসকলৰ কঠোৰ আৰু নির্ম্মম শাসন ব্যৱস্থাই অধিকাৰ কৰি ললে আৰু তেওঁলোকৰ পো-পোৱালী মনু আদি সংহিতাকাৰৰ ব্যৱস্থা অনুসৰি আল্লাৰ কোটি কোটি সন্তানক কুকুৰ গাহৰিতকৈও বেচিকৈ ঘিণাইছিল। পুৰোহিত, যাজকসকলক পৰম ব্ৰহ্মৰ আসনত বহুৱাইছিল। তেওঁলোকে নিজৰ স্বার্থ-সিদ্ধিৰ কাৰণে যি নির্দ্দয় ব্যৱস্থা কৰিছিল, তাকে আল্লাৰ হুকুম আৰু বেদ-বাক্য বুলি মানি লোৱা হৈছিল। বামুণত বাজে আন কোনো জাতিৰ, বেদ বা আন কোনো শাস্ত্ৰ পঢ়াৰ আৰু স্বাধীনভাবে দেৱতাৰ পূজা-অর্চ্চনা কৰাৰ, অধিকাৰ নাছিল। আন কি, শূদিৰে আৰু তিৰোতা-বিলাকে বেদ-মন্ত্ৰ শুনিলে সিহঁতৰ কাণত ধাতু গলাই তপতে তপতে ঢালি দিয়াৰ ব্যৱস্থা আছিল। বামুণক সকলোৱে দেৱতা জ্ঞান কৰিছিল আৰু দান-দক্ষিণাদি দি তেওঁৰ তৃপ্তি সাধন কৰাকে পৰম ধৰ্ম্ম বুলি ভাবিছিল। শূদিৰে বন্দি-বেটীতকৈও বেচি ঘৃণিত জীৱন কটাইছিল। বামুণে শূদিৰক বধ কৰিলে, তেওঁৰ সাত খুন মাফ, কিন্তু শূদিৰে বামুণক কেতিয়াবা একেবাৰে অনাদৰ কৰিলেই তেওঁৰ মুণ্ডপাতৰ ব্যৱস্থা! কন্যা-হত্যা, নাৰী-হত্যা ইত্যাদি সামাজিক কু-সংস্কাৰ চলি আছিল।

(২) চীন দেশৰ ধৰ্ম্ম।

চীন দেশত নিজৰ ৰজাকে বংশ পৰম্পৰাক্ৰমে স্বয়ং সৰ্ব্বশক্তি-মান ঈশ্বৰ বুলি প্ৰজাবিলাকে মানি চলি আছিল। এই ৰজাৰ তলত বহুত সহকাৰী ঈশ্বৰো গঢ়ি লোৱা হৈছিল।

(৩) পাৰস্য দেশৰ ধৰ্ম্ম।

ইৰাণত (পাৰস্য দেশত) "ইজ্‌দা" আৰু "আহৰ্‌মন" নামেৰে দুজন স্বতন্ত্ৰ ঈশ্বৰ আছিল। আগৰ জন মঙ্গলৰ সৃষ্টি-কৰ্ত্তা আৰু পাচৰ জন অমঙ্গলৰ গৰাকী।

ইহুদী জাতিয়ে হজৰত্ মুছাৰ (Moses) মূল উপদেশ আৰু তেওঁ-

(৪) ইহুদী ধৰ্ম্ম। লোকৰ ধৰ্ম্ম-শাস্ত্ৰ 'তৌৰাত'ক পাহৰি আত্মদ্ৰোহ, ছাই-খৰিয়াল কৰিবলৈ ধৰিলে। পুৰোহিতেই তেওঁ-লোকৰ ঈশ্বৰ আৰু পুৰোহিতৰ বচনাবিলাকেই তেওঁলোকৰ শাস্ত্ৰ হৈ পৰিছিল।

বুদ্ধদেৱে দেৱ-দেৱী নেমানিছিল হয়, কিন্তু তেওঁৰ মতাৱলম্বী-

(৫) বৌদ্ধ ধৰ্ম্ম। সকলে নিৰীশ্বৰবাদী বুলি প্ৰকৃত ধৰ্ম্মৰপৰা বহুত আঁতৰি গৈছিল।

সেই দৰে, হজৰত্ ইছাৰ (যীশুৰ) প্ৰকৃত শিক্ষা পাহৰি আৰু তেওঁৰ

(৬) খৃষ্টান ধৰ্ম্ম। প্ৰচাৰিত ধৰ্ম্ম আৰু বাইবেলক বিকৃত কৰি খৃষ্টান্-বিলাকেও শাস্ত্ৰ আৰু সাধুসকলৰ দোহাই দি ত্ৰিত্ব-বাদ ( Trinity ) ধৰ্ম্ম প্ৰচাৰ কৰিলে—পিতা ( God the Father ) এজন সম্পূৰ্ণ আৰু স্বতন্ত্ৰ ঈশ্বৰ, পুত্ৰ ( God the Son ) যীশু এজন সম্পূৰ্ণ আৰু স্বতন্ত্ৰ ঈশ্বৰ আৰু পবিত্ৰাত্মাও ( The Holy Ghost ) এক সম্পূৰ্ণ আৰু স্বতন্ত্ৰ ঈশ্বৰ। এই "ত্ৰিত্ববাদ" কথাটো হজৰত্ ইছাৰ পাচত ২০০ বছৰলৈকে কেৱে নেজানিছিল; কিন্তু খৃষ্টীয় ২য় শতিকাত আন্‌টিওকৰ বিশপ থিওফিলাচে এই 'তিনি-খোদাবাদ' মতটো উলিয়ায়। পাচত তেওঁলোকৰ মাজত লাহে লাহে পৌত্তলিকতা সোমাই যীশুৰ লগত তেওঁৰ মাক মৰিয়মৰ ( Virgin Mary ) প্ৰতিমূৰ্ত্তি পূজা আৰু লাহে লাহে পল ( Paul ), পিটাৰ ( Peter ) আদি সাধুসকলৰো প্ৰতিমূৰ্ত্তি পূজা হেলাবাকে হবলৈ ধৰিলে। পোপক ( Pope ) ঈশ্বৰ অৱতাৰ বা স্বয়ং ঈশ্বৰ সৰ্ব্বময় কৰ্ত্তা বুলি মানি লোৱা হল। ধৰ্ম্মৰ নামত যিবোৰ নৰহত্যা আদি হৃদয়বিদাৰক ঘটনা হৈছিল, তাক শুনিলে গাৰ নোম শিয়ঁৰি উঠে। ইহকালত কি পৰকালত কৰ্ম্মফল বুলি একো নাই, পাপ পুণ্যৰ দণ্ড বা পঁটা

নাই। যীশুৱে সকলোৰে বৰ্ত্তমান অতীত আৰু ভবিষ্যত্ পাপৰ ভাৰ লৈ জীবনোৎসৰ্গ কৰিছে যেতিয়া, সকলো পাপৰ পৰাচিত হৈ গৈছে। ত্রিত্ববাদক বিশ্বাস কৰিলেই সকলো মহাপাতকীৰ কাৰণে স্বৰ্গৰ বাট মুকলি। এনেবোৰ বিশ্বাস লৈ খৃষ্টানবিলাকে জগতময় অজ্ঞানতাৰ ঘোৰ আন্ধাৰক ঘোৰতৰ কৰিছিল। যি বাইবেল বৰ্ত্তমান আছে, তাক খৃষ্টান্‌বিলাকেই নিৰ্ভাজ নিঘুণী বুলি বিশ্বাস নকৰে; ইয়াত নানা ৰকমৰ গল্প সুমাই ভাঁজ দিয়াত ইয়াৰ মৌলিকতা একেবাৰেই লোপ পালে। প্রত্যেক তাঙ্গৰণতে বাইবেলক পৰিবৰ্ত্তিত আৰু পৰিবৰ্দ্ধিত আকাৰত দেখিবলৈ পোৱা যায়।

(৭) আৰব দেশৰ ধৰ্ম।

আৰবৰ অৱস্থা সকলোতকৈ ঘৃণনীয় আছিল। ইছ্‌লামৰ বহুত দিনৰ আগৰেপৰা সদৌ আৰবে ধৰ্ম্ম-হীনতাত আৰু হৰেক ৰকমৰ অনাচাৰ অত্যাচাৰত জগতৰ সকলো দেশকে চেৰ পেলাইছিল। পুতলা-পূজা, জড়-পূজা, গ্রহ-পূজা আদি বহুত দিনৰেপৰা তেওঁলোকৰ মাজত চলি আছিল। মৰাৰ পাচতো যে, জীৱনৰ কৰ্ম্মফলজনিত সুখ-দুখ ভোগ কৰিব লাগে, পৰকাল বুলি যে কিবা এটা আছে, পাশৱিক বৃত্তিবোৰৰ চৰিতাৰ্থ কৰাত বাজে মানুহৰ নিমিত্তে যে নীতি আৰু ধৰ্ম্ম-শাসন আছে, এইবিলাক কথা তেওঁ-লোকে নেজানিছিল। তেতিয়া কেতবোৰ আৰব নাস্তিক আৰু কেত-বোৰ পৌত্তলিক আছিল। আন কি, পাচত পৌত্তলিকতাৰ ঘাই শত্রু হজৰত ইব্রাহিমৰ শিলৰ মূৰ্ত্তিও 'তৌহিদ'ৰ আদি কেন্দ্র কা'বা মছ্‌জিদত তেওঁলোকে পূজা কৰিছিল। সেই সময়ত কা'বা শৰিফ ৩৬০ টা মূৰ্ত্তিৰে পূৰ আছিল। তাৰে ভিতৰত 'হোবল,' 'ওজ্জা,' 'লাট' আৰু 'মনাট' মূৰ্ত্তিয়েই প্রধান। সেই কালৰ আৰবৰ ধৰ্ম্মৰ লগত পৰকালৰ, আধ্যাত্মিকতাৰ আৰু মুক্তিৰ বা নীতিৰ কোনো সম্বন্ধ নাছিল।

নাই। যীশুৱে সকলোৰে বৰ্ত্তমান অতীত আৰু ভৱিষ্যত্ পাপৰ ভাৰ লৈ জীৱনোৎসৰ্গ কৰিছে যেতিয়া, সকলো পাপৰ পৰাচিত হৈ গৈছে। ত্ৰিত্ববাদক বিশ্বাস কৰিলেই সকলো মহাপাতকীৰ কাৰণে স্বৰ্গৰ বাট মুকলি। এনেবোৰ বিশ্বাস লৈ খৃষ্টানবিলাকে জগতময় অজ্ঞানতাৰ ঘোৰ আন্ধাৰক ঘোৰতৰ কৰিছিল। যি বাইবেল বৰ্ত্তমান আছে, তাক খৃষ্টান্‌বিলাকেই নিৰ্ভাঁজ নিঘূণী বুলি বিশ্বাস নকৰে; ইয়াত নানা ৰকমৰ গল্প সুমাই ভাঁজ দিয়াত ইয়াৰ মৌলিকতা একেবাৰেই লোপ পালে। প্ৰত্যেক তাঙ্গৰণতে বাইবেলক পৰিবৰ্ত্তিত আৰু পৰিবৰ্দ্ধিত আকাৰত দেখিবলৈ পোৱা যায়।

আৰবৰ অৱস্থা সকলোতকৈ ঘৃণনীয় আছিল। ইছ্‌লামৰ বহুত দিনৰ আগৰেপৰা সদৌ আৰবে ধৰ্ম্ম-হীনতাত আৰু হবেক ৰকমৰ অনাচাৰ অত্যাচাৰত জগতৰ সকলো দেশকে চেৰ পেলাইছিল। পুতলা-পূজা, জড়-পূজা, গ্ৰহ-পূজা আদি বহুত দিনৰেপৰা তেওঁলোকৰ মাজত চলি আছিল। মৰাৰ পাচতো যে, জীৱনৰ কৰ্ম্মফলজনিত সুখ-দুখ ভোগ কৰিব লাগে, পৰকাল বুলি যে কিবা এটা আছে, পাশৱিক বৃত্তিবোৰৰ চৰিতাৰ্থ কৰাত বাজে মানুহৰ নিমিত্তে যে নীতি আৰু ধৰ্ম্ম-শাসন আছে, এইবিলাক কথা তেওঁ-লোকে নেজানিছিল। তেতিয়া কেতবোৰ আৰব নাস্তিক আৰু কেত-বোৰ পৌত্তলিক আছিল। আন কি, পাচত পৌত্তলিকতাৰ ঘাই শত্ৰু হজৰত ইব্ৰাহিমৰ শিলৰ মূৰ্ত্তিও 'তৌহিদ'ৰ আদি কেন্দ্ৰ কা'বা মছ্‌জিদত তেওঁলোকে পূজা কৰিছিল। সেই সময়ত কা'বা শৰিফ ৩৬০ টা মূৰ্ত্তিৰে পূৰ আছিল। তাৰে ভিতৰত 'হোবল,' 'ওজ্জা,' 'লাট' আৰু 'মনাট' মূৰ্ত্তিয়েই প্ৰধান। সেই কালৰ আৰবৰ ধৰ্ম্মৰ লগত পৰকালৰ, আধ্যাত্মিকতাৰ আৰু মুক্তিৰ বা নীতিৰ কোনো সম্বন্ধ নাছিল।

(৭) আৰব দেশৰ ধৰ্ম্ম।

এজন পুৰুষে ভেড়া ছাগলীৰ দৰে অলেখ তিৰোতা ৰাখিব পাৰিছিল বা তেওঁলোকক বলেৰে বান্দী কৰি নিজৰ পাশৱ বৃত্তি চৰিতাৰ্থ কৰিছিল। বহুত তিৰোতা ৰখাটো এটা বৰ গৌৰৱৰ বিষয়—ডাঙৰীয়াৰ চিন আছিল। এজনী তিৰোতাই একে সময়তে বহু পুৰুষেৰে সম্বন্ধ পাতিব পাৰিছিল। নিজৰ গৰ্ভধাৰিণী মাকত বাজে আন সকলো তিৰোতাতে, আন কি, আপোন বাই ভনী আৰু মাহীমাকতো গমন কৰিব পাৰিছিল। বাপেক মৰাৰ পাচত পুতেকহঁতে মাহীমাকক আৰু বাই-ভনীহঁতক উত্তৰাধিকাৰী সূত্ৰে পাই হেলাৰঙ্গে ভোগ কৰিছিল। কোনোৱে নিজৰ তিৰোতাক এৰিলে বা কোনো তিৰোতা বাঁৰী হলে কোনেও তাইক ঠাই নিদিয়ে, সকলোৱে ছেই-ছেই কৰি খেদাই দিছিল। বপুৰী এনেদৰে লাঞ্ছিতা হৈ থাবলৈ নেপাই শুকাই-খীনাই ফপৰীয়া কুকুৰৰ দৰে বাগৰি ফুৰিব লগীয়াত পৰিছিল। সেই কালত আন্ আন্ দেশৰ দৰে আৰৱতো বন্দী-বেটীৰ আলৈ-বিলৈ কুলাই পাচিয়ে নধৰা আছিল। এই বন্দী-বেটাবোৰে, গিৰিহঁতৰ পাশৱ বৃত্তি চৰিতাৰ্থ কৰিবুলৈ যি আদেশ দিয়া যায়, তাক পালন কৰিবলৈ বাধ্য। বন্দী-বেটীক প্ৰতিমূৰ্ত্তিৰ আগত বলিদান দিয়াটো ৰঙ্গ-ধেমালি হৈ পৰিছিল; হাট-বজাৰত পশুৰ দৰে বেচা-কিনা হৈছিল। পোহ-পালৰ দায় এৰাবলৈ বহুতে ছোৱালীবিলাকক মাকৰ বুকুৰপৰা কাঢ়ি নি জীয়াই জীয়াই গাঁতত পুতি মাৰি পেলাইছিল। চেনেহ-মমতাৰ ঠাইত স্বাৰ্থান্ধতাই গজ্ গজীয়াকৈ ৰাজত্ব কৰিছিল।

ফটিকা-পান, জুৱা-খেলা আৰৱৰ আমোদৰ অঙ্গ। চুৰি, ডকাইটি, কটা-কটি, খুনা-খুনি আদি গৰ্হিত কামবোৰ তেওঁলোকৰ নিত্য নৈমিত্তিক ব্যৱসায় আৰু ধৰ্ম্ম। এইবোৰৰ কাৰণে ঘৰুৱা-ৰণ তেওঁলোকৰ মাজত চলিয়েই আছিল। আৰৱ জাতিয়ে ত্ৰেতিয়া কোনো ৰজাৰ

শাসন নেমানিছিল। তেওঁলোক সকলোৱেই বীৰ, কোনেও কাকো গ্ৰাহ্য নকৰিছিল। এদলৰ ছাগলীয়ে, আন এদলৰ পানী খালে—লাগিল তুই দলৰে ৰণ; এদিন দুদিন নহয়, গোটেই জীৱনেই ৰণ। আকৌ তাৰ ল'ৰা, তাৰ ল'ৰা—এইদৰে পুৰুষে পুৰুষে ৰণ চলিবলৈ ধৰিছিল। এনে একোটা অতি সামান্য কাৰণতে তেজ-নৈ বোৱাই দিছিল। আৰব-বিলাকে পূজা কৰোঁতে জুমে জুমে মতা-মাইকীয়ে একে লগে মদ খাই নাঙঠ হৈ মূৰ্ত্তিৰ কেউফালে মণিপুৰৰ 'লাই-হাৰাওবা'ত কৰাৰ দৰে নাচি নাচি লাজ-গুভটৰ গীত গাই ফুৰিব লাগে। মুঠতে কবলৈ গ'লে, এনে কোনো নিকৃষ্ট পাপ আৰু জঘণ্য দোষ নাই, যি তেতিয়া আৰবত চলিত নাছিল।

## অৱতাৰ।

নবী-ৰছুলসকল মানুহৰ ইহ-পৰকালৰ ধৰ্ম্ম-জীৱনৰ আৰু কৰ্ম্ম-জীৱনৰ স্বৰ্গীয় আৰ্হি। জগতৰ যুগেপতি আৰু দেশেপতি তেওঁলোক আবিৰ্ভূত হৈছে। ইছ্লামে তেওঁলোকক 'সৎ' আৰু 'মহৎ' বুলি স্বীকাৰ কৰে; কিন্তু ঈশ্বৰাৱতাৰ, অৰ্থাৎ ঈশ্বৰে ভিন্ ভিন্ মূৰ্ত্তি ধৰি মানুহক সময়োপযোগী শিক্ষা দিয়ে বুলি নেমানে। সেইহে ৰছুল্-কৰিম মোহম্মদে (দঃ) কেতিয়াও নিজক আল্লাৰ পুতেক বা অৱতাৰ বুলি দাবি কৰা নাই আৰু কোৰআন শৰিফে তেখেতক সম্বোধন কৰি ,বেলিয়ে পৰ্ত্তি কৈছে—"কুল্ইন্নামা আনা ব'শৰুম্ মিচ্লুকুম্" (কোৱা, মই নিশ্চয় তোমালোকৰ নিচিনা এজন মানুহ মাথোন—ইয়াৰ অতিৰিক্ত মই আৰু একো নহঁও)। ওপৰত উল্লিখিত অহা কু-সংস্কাৰ, অন্ধবিশ্বাস আদিৰ প্ৰতিবাদ আৰু কণ-কঠোৰ

মৰাই হৈছে, পাক কোৰআন মজিদৰ যাই আৰু প্ৰথম কৰ্ত্তব্য। এই সত্য সনাতন ইছলামেই জগতৰ আদি ধৰ্ম্ম। পাক কোৰআনেই সকলো ধৰ্ম্মৰে মূল 'তৌহিদ'ক (একত্ববাদক) নিভাঁজ নিঘুনী, অটুট ৰাখিছে আৰু সৰ্ব্বাঙ্গসম্পন্ন কৰি থৈছে। যীশু বা আন আন ধৰ্ম্ম গুৰুসকলো আল্লাৰ তত্ত্ববাহক দাস মাথোন আছিল। ঐশ্বৰিক গুণ বা ক্ষমতা কাৰো নাছিল।

খৃষ্টানসকলৰ বিশ্বাস যে ঈশ্বৰ কুমাৰী মৰিয়মৰ গভত সোমাই যীশুৰূপে উপজিছিল। সেইগুণে তেওঁলোকে যীশুক ঈশ্বৰাৱতাৰ বুলি মানে। যদি যীশুৰ অৱতাৰ স্বীকাৰ কৰা যায়, তেনেহলে ঈশ্বৰে দৈৱকীৰ গৰ্ভত সোমাই কৃষ্ণৰূপে জন্ম গ্ৰহণ কৰাটোও অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু যীশুৱে নিজে কেতিয়াও ঈশ্বৰত্বৰ দাবি কৰা নাই। কৃষ্ণই যে নিজক ঈশ্বৰ বুলি কৈছে, তাৰো কোনো প্ৰমাণ নাই। যদিও গীতাত, কৃষ্ণই নিজক ঈশ্বৰ বুলি উক্তি কৰিছে, এনে দেখা যায়, গীতা কৃষ্ণৰ ৰচনা নহয়। কুৰুক্ষেত্ৰত কৃষ্ণ আৰু অৰ্জ্জুনে যিবোৰ কথা-বতৰা হৈছিল, তাকে সঞ্জয়ে প্ৰথমে ধৃতৰাষ্ট্ৰৰ ওচৰত বৰ্ণণা কৰে; বহুত দিনৰ পাচে মহৰ্ষি কৃষ্ণদ্বৈপায়ন বেদব্যাসে সেই বৰ্ণণাবিলাক গোটাই গীতা নাম দি প্ৰকাশ কৰে আৰু সেই গীতাও নিভাঁজ হৈ থকা নাই (১)। সেই দেখি গীতাৰ উক্তি কৃষ্ণাৰ্জ্জুনৰ হুবহু উক্তি বুলি ধৰিব নোৱাৰি।

অৱশ্য, ঈশ্বৰ সৰ্ব্বশক্তিমান। তেওঁ একে সময়তে ভিন্ ভিন্ ৰূপে, বা ভিন্ ভিন্ সময়ত ভিন্ ভিন্ ৰূপে, জগতলৈ অহাত কোনো হকাবাধা হব নোৱাৰে, কিন্তু ভিন্ ভিন্ কাম কৰিবলৈ ভিন্ ভিন্ ৰূপে

(১) শ্ৰীযুক্ত বাবু বঙ্কিমচন্দ্ৰ লাহিড়ী বি-এল প্ৰণীত "মহাভাৰত মঞ্জৰী"ৰ ১৭৩ পৃঃ আৰু ৭১ নং টীকা চাওক।

আৰু ভিন্ ভিন্ নাম লৈ জগতত ফুৰিলে তেওঁ সৰ্ব্বশক্তিমান্ হ'ব পাৰে কেনেকৈ? কৰ্ম্মভোগী ঈশ্বৰনো কেনেকৈ মানুহৰ আদৰ্শ হব পাৰে?

ঈশ্বৰবাদী সকলোৱেই স্বীকাৰ কৰিব লাগিব যে, ঈশ্বৰ অনাদি আৰু অনন্ত। যীশু, জন্ম লোৱাৰ আগেয়ে, কেতিয়াও নাছিল; তেনেহলে তেওঁক ঈশ্বৰাৱতাৰ বুলিলে তেওঁৰ অনাদিত্ব কেনেকৈ থাকে? যেতিয়া তেওঁ এই জগতৰপৰা চলিল, তেতিয়াই তেওঁৰ অনন্তত্ব লুপ্ত হল। এতেকে, কোনো "অৱতাৰেই" অনাদি আৰু অনন্ত হব নোৱাৰে।

যদি শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ, যীশু আদি ঈশ্বৰাৱতাৰ হয়, তেনেহলে তেওঁলোক মানুহ নহয়. মানুহ জাতিৰ লগত তেওঁলোকৰ একো সম্পৰ্ক নাই। মানুহে যেতিয়া তেওঁলোকৰ অনুকৰণ আৰু অনুসৰণ কৰিব নোৱাৰে, তেওঁলোকনো মানুহৰ আৰ্হি কেনেকৈ হব পাৰে? সিংহ বা হাতী আমাৰ চানেকি হব নোৱাৰে, কাৰণ আমি সিংহ বা হাতী হোৱা অসম্ভৱ, আমি মানুহ জাতিৰ সীমা ডেই যাবলৈ অক্ষম। আমাৰ যি সুবিধা-অসুবিধা, সুখ-দুখ কাম-কাজ আলৈ-আহুকাল আৰু ভাব-প্ৰবৃত্তি, গুৰুৰো তেনে হব লাগে, সেইবোৰৰ মাজেদি গৈহে কৰ্ম্ম-ক্ষেত্ৰত কাৰ্য্যেৰে নিজৰ গুণ গৰিমা আৰু চৰিত্ৰৰ প্ৰভাৱ বিস্তাৰ কৰি আদৰ্শ হব লাগিব। এই যুগত ঈশ্বৰাৱতাৰ বুলিলেই নহয়। আজি আৰু সেই ঈশ্বৰাৱতাৰ আৰু অন্ধবিশ্বাসৰ দিন নাই। মাথোন মুখৰ উপদেশ, অভিশাপ বা বাজীকৰৰ দৰে গোটাচেৰেক অলৌকিক দৃশ্য দেখুৱালেই "নবী' হব নোৱাৰে। এতিয়া যুক্তিৰ দিন, প্ৰমাণৰ দিন—ইছ্‌লামেই প্ৰথমে ইয়াৰ শিক্ষা দিছে। নবীসকলৰ আবিৰ্ভাৱৰ উদ্দেশ্য—সকলো মানুহকে সংসাৰৰ সকলো লাগতিয়াল বিষয়ত কাৰ্য্যকৰী শিক্ষা দিয়া। উপদেশ কামত পৰিণত কৰি দেখুৱাব নোৱাৰা শিক্ষাত একো লাভ নাই।

## জগদ্‌গুৰুৰ শুভাগমনৰ আৱশ্যকতা।

হজৰত্ আদমৰপৰা হজৰত্ ইছালৈকে যিমান নবী ৰছুলৰ আবি-র্ভাব হৈছে, তেওঁলোক সকলোৱেই একেশ্বৰবাদী, অৰ্থাৎ মাথোন এজন আল্লাহ্ তা'লাৰ পূজক। সকলোৱে অদ্বিতীয় আল্লাৰ বন্দেগি (উপাসনা) কৰিবলৈ শিক্ষা দিছে আৰু সকলোৱে তেওঁৰেই মহিমা প্ৰচাৰ কৰিছে। এই সকলোৱেই একে সুৰেৰে মানুহৰ এজন মহান্ ত্ৰাণ-কৰ্ত্তাৰ শুভাগমনৰ ভৱিষ্যদ্বাণী ঘোষণা কৰি গৈছে।

যেনেকৈ জহকালি টিকা-ফটা ৰ'দৰ কোবত, যেতিয়া গোটেই পৃথিবী দগ্ধ হৈ পথাৰ শষ্যহীন হয় আৰু শুকান বতাহ বলিবলৈ ধৰে, তেতিয়া মানুহে ওপৰত মেঘে আবৰি থকা নীলা আকাশ দেখি এই আশাত সকলো কষ্ট সহে যে, সোনকালে পানী আহি ধৰণী চেঁচা কৰিব; তেনেকৈ যেতিয়া সকলো ৰকমৰ পাপে পৃথিবী ছাটি ধৰিলে, যেতিয়া মিছা আহি সঁচাৰ, অন্ধবিশ্বাস আৰু কু-সংস্কাৰ আহি জ্ঞানৰ, পুৰোহিত আৰু যাজকৰ বাক্য আহি শাস্ত্ৰৰ, পাপ আহি পুণ্যৰ আৰু ব্যভিচাৰ আহি প্ৰেমৰ আসন অধিকাৰ কৰিলেহি, দুৰ্দান্ত আৰৱবিলাকৰ পাশৱিক জীৱনৰ বিভীষিকা দেখি শয়তানেও নিস্তব্ধ আৰু লজ্জিত হৈছিল, তেতিয়া এচিয়া, আফ্ৰিকা আৰু ইউৰোপে সেই ভৱিষ্যদ্বাণীৰ ওপৰত বিশ্বাস কৰি একে সময়তে সেই ত্ৰাণ-কৰ্ত্তালৈ বাট চাই একেদৰে স্বৰ্গৰ ফালে চাই আছিল। সেই সময়ত খৃষ্টীয় ষষ্ঠ শতিকাৰ শেষ ছোৱাত, মানুহৰ এই শোচনীয় বিলাই দেখি, আল্লাৰ আৰশ্ (স্বৰ্গৰ সিংহাসন) কঁপিবলৈ ধৰিলে। কাজেই এই গোটেই জগতত সকলো জাতি আৰু সম্প্ৰদায়ৰ মাজত দুনাই প্ৰেম আৰু পুণ্যৰ

সাম্রাজ্য স্থাপন কৰিবৰ নিমিত্তে, পাপৰ বিভীষিকা খেদিবৰ নিমিত্তে, এজন ত্ৰাণকৰ্ত্তা—আদৰ্শ জগদ্‌গুৰুৰ আবিৰ্ভাৱৰ আৱশ্যকতা হৈ পৰিল।

সেইজন বিশ্ব-গুৰুনো কোন? জব্বুৰ (Psalms), তৌৰাত (Torah) ইঞ্জিল ( Evangel ), কোৰআন ( Quran ) আদি ধৰ্ম্মশাস্ত্ৰ ভালকৈ ফঁহিয়াই চালি-জাৰি মথি চালেই ফটফটীয়াকৈ বুজিব পাৰিব যে, তেখেত জনাব আক্তাবেৰেছালৎ স্বাৰ্‌’াৰে কা’য়েনাত আহ্মদ মোজ-তবা মোহম্মদ মোস্তফাত ( দঃ ) বাজে আন কোনো হব নোৱাৰে।

হজৰত্ মোহম্মদ মোস্তফা ( দঃ ) জগতৰ শেষ আৰু শ্ৰেষ্ঠতম নবী। তেখেতক কোনো দেশ বিশেষৰ বা কৌম বিশেষৰ নিমিত্তে বা কোনো নিৰ্দ্দিষ্ট সময়ৰ নিমিত্তে পঠোৱা হোৱা নাই। তেখেতক সকলো জাতিৰ সকলো দেশৰ আৰু সকলো যুগৰ সাৰ্ব্বভৌমিক, সাৰ্ব্ব-জানিক আৰু সাৰ্ব্বযৌগিক ভাবে, সদৌ জগতৰ নিমিত্তে আল্লাৰ ৰহমত্ ( কৰুণা ) স্বৰূপে জগতলৈ পঠোৱা হৈছিল। আৰ্য্য ইহুদী, বৌদ্ধ, খৃষ্টান, সকলো তেখেতৰ “উম্মত” আৰু সকলোৰে নিমিত্তে তেখেত স্বৰ্গৰ সংবাদবাহক। তেখেতৰ ঘাই সংবাদ দুটি—: (১) আল্লাহ্ এক, তেওঁ নিৰ্দ্দোষ, নিলিপ্ত; তেওঁ কাৰো ঔৰষৰ পৰা জন্ম গ্ৰহণ কৰা নাই আৰু তেওঁৰ ঔৰষৰ পৰাও কোনেও জন্ম গ্ৰহণ কৰা নাই, আৰু তেওঁৰ দ্বিতীয় বা সমনীয়াও কোনো নাই; (২) আমি ইহকালত আৰু পৰকালত নিজৰ সৎ অসৎ কামবোৰৰ সু বা কু ফল ভোগ কৰিবলৈ বাধ্য। তেখেতৰ ‘আইন’ হৈছে—আল্লাৰ কালাম, ( ঈশ্বৰৰ বাণী )—পাক কোৰআন মজিদ, যাৰ এটি আখৰো কেতিয়াও লৰচৰ হব নোৱাৰে আৰু যি নিভাঁজ হৈ পৃথিবীৰ অন্তলৈকে থাকিব। একেশ্বৰবাদ ধৰ্ম্মবিলাক বিকৃত হৈ পৰাত তেখেতে সেই ধৰ্ম্মৰ উদ্ধাৰ, ৰক্ষা, আৰৌ প্ৰচাৰ আৰু প্ৰতিষ্ঠা কৰি ইছলাম নাম দি গৈছে।

## আৰবত জগদ্‌গুৰুৰ আবিৰ্ভাৱৰ কাৰণ।

সদৌ জগতৰ মাজত আৰবৰ অৱস্থাই সকলোতকৈ শোচনীয় হৈ পৰিছিল দেখি. আল্লাহ্‌তা'লাৰ শুভদৃষ্টি আৰবৰ ওপৰত পৰিল, আৰু তাতে জগতৰ ভাবী ত্ৰাণকৰ্ত্তা, মুক্তিদাতা আৰু শান্তিদাতা মোহম্মদ মোস্তফাৰ (দঃ) আবিৰ্ভাৱ হল।

আৰব দেশৰপৰা যিমান সহজে আৰু যেনেকৈ অলপ সময়তে পানীয়ে আৰু বাটেদি পৃথিৱীৰ সকলো ঠাইলৈ অহা যোৱা কৰা যায়. আন কোনো দেশৰপৰা তেনে হোৱা টান। সেই বাবে জগতৰ ৰক্ষীৰ (মুক্তিদাতাৰ) পক্ষে ভূমণ্ডলৰ মাজ থলত, আৰব দেশত, বিশেষকৈ মক্কা নগৰত আবিৰ্ভূত হোৱাই যুগুত।

যি সময়ত (খৃষ্টীয় ৬ষ্ঠ শতিকাত) এজন সংস্কাৰক আৰু ত্ৰাণকৰ্ত্তাৰ আৱশ্যকতা হৈ পৰিছিল. তেতিয়া আৰবত বাজে জগতৰ প্ৰত্যেক জাতিয়েই মানুহে কৰা একোটা ধৰ্ম্ম-পদ্ধতি বা ধৰ্ম্ম-শাস্ত্ৰ অনুসৰি চলিছিল; কিন্তু আৰববিলাকে কোনো কালেই তেনে ধৰ্ম্ম-শাস্ত্ৰ বিশেষৰ ব্যৱস্থা মানি চলা নাছিল। তেওঁলোকে প্ৰকৃতিৰ বৈচিত্ৰ্যবোধক দেখি তৰ্ক লাগি চাই নিজৰ নিজৰ সামান্য সীমাবদ্ধ জ্ঞানেৰে যিমান বুজি পাব পাৰিছিল, তাকে বিশ্বাস কৰিছিল, আন আন দেশৰ মানুহৰ দৰে তেওঁলোকে গুৰু, পুৰোহিত, ব্যৱস্থাপক, ধৰ্ম্ম-যাজক আৰু ত্ৰাণ-কাৰবিলাকৰ মতেৰে নচলি, নিজ স্বাধীনভাৱে চিন্তা কৰিছিল।

পৃথিৱীৰ সকলো অনাচাৰ অবিচাৰৰ প্ৰতিকাৰ কৰিবলৈ যিজন আহিব, তেওঁ এনে দেশত আবিৰ্ভূত হোৱাই যুগুত।

## আৰব দেশ।

ভাৰতবৰ্ষৰ পশ্চিম ফালে আৰব দেশ। আৰব কথাটো হিব্ৰু ভাষাৰ 'আৰাৰ' (মৰুভূমি) শব্দৰপৰা ওলাইছে। গোটেই দেশখন প্ৰায় মৰু-

ভুমিৰে ভৰা। যেই ফালে চকু দিয়া যায়, সেই ফালেই গছ-গছনি নোহোৱা টকলা পৰ্ব্বত আৰু বালিৰ পথাৰ। পানীৰ বৰ অভাব। আৰবৰ হেজ্জাজ প্ৰদেশত লোহিত সাগৰ ( Red Sea)ৰ জিদ্দা বন্দৰৰপৰা অলপ পূবলৈ ৫০ মাইলমান দূৰৈত এখন সমথলত মহা পুণ্যধাম মক্কা নগৰ আছে।

মক্কা। মক্কা এখনি অতি পুৰণি-কলীয়া নগৰ। এই নগৰৰ কেইবাটিও নাম আছে, কিন্তু মক্কা নামটিয়েই গোটেই জগতত জনাজাত। 'মক্কা' শব্দৰ অৰ্থ শোষণকাৰী। ইয়াত তীৰ্থ কৰিলে পাপীৰ পাপ ই শুহি লয় বুলি কয়। এই মক্কা নগৰতে কা'বা—বয়তুল্লা ( খোদাৰ ঘৰ ) শৰিফ বিৰাজমান। 'কা'ব্' ধাতুৰপৰা 'কা'বা' শব্দ হৈছে। 'কা'ব্' মানে ওখ আৰু চাৰিচুকীয়া। আদিতে 'কা'বা' শৰিফতকৈ ওখ কোনো ঘৰ তাত নাছিল। হজৰত্ ইছাৰ ( যীশু খ্ৰীষ্টৰ ) জন্মৰ ১৮০০ বছৰৰ পূৰ্ব্বে হজৰত্ ইব্ৰাহিমে তেওঁৰ পুতেক হজৰত্ ইস্মাইলেৰে সৈতে মক্কা শৰিফত সৰ্ব্বশক্তিমান আল্লাহ্‌তা'লাৰ বন্দেগি ( উপাসনা ) কৰিবৰ মনেৰে যি মছ্‌জিদ্ সজায়, সেয়ে পাচত পবিত্ৰ 'কা'বা' শৰিফ' নামেৰে বিখ্যাত হয়। ৰছুল কৰিমৰ (দঃ) জন্মৰ সময়ত তেখেতৰ ককাক আব্দুল মোত্তালিবৰ হাতত, কাবাৰ তত্ত্বাৱধানৰ ভাৰ আছিল। আব্দুল মোত্তালিবৰ পুতেক কেইবাজনো আছিল; তাৰে ভিতৰত :—( ১ ) আবুতালেব, ( ২ ) আব্বাছ্ ( ৩ ) আমিৰ হামজা, ( ৪ ) হাৰেছ, ( ৫ ) আবুলাহাব, ( ৬ ) আবুজেহেল, ( ৭ ) জোবেৰ আৰু ( ৮ ) আব্দুল্লাৰ নামেই বুৰঞ্জীত সুপৰিচিত।

---

## মক্কা কাণ্ড—পৰীক্ষা।

### ৰছুল-কৰিমৰ (দঃ) আবিৰ্ভাৱ।

প্ৰবাদ আছে যে, এহিয়া (আঃ) পয়গাম্বৰক ( St. John ) বিধৰ্ম্মী-বিলাকে বধ কৰি তেওঁৰ গাত পিন্ধি থকা নোমাল চোলাটি ঘৰলৈ নি, অতি যতনেৰে থৈ দিছিল। কাৰণ, তেওঁলোকে তেওঁলোকৰ ধৰ্ম্মশাস্ত্ৰ 'তৌৰাত'ত পঢ়িছিল যে, যেতিয়া শেষ পয়গাম্বৰ হজৰত মোহম্মদৰ (দঃ) জন্ম দিন চমু চাপি আহিব, তেতিয়া সেই চোলাটিৰ পৰা টোপাটোপে তেজ পৰিব।

সময় কাৰো মুখলৈ চাই বৈ নেথাকে, কাৰো সুখ-দুখলৈ কাণ নকৰে। কোনেও তাৰ গতিবোধ কৰিব নোৱাৰে। দিন গৈছে ৰাতি আহিছে, ৰাতি গৈছে দিন আহিছে, এইদৰে অনেক কালৰ পিচত যি দিনা আব্দুলমোত্তালিবৰ পুতেক আব্দুল্লাহ ওপজে, ঠিক সেই নিশাই সেই নোমাল চোলাটিৰ পৰা এটোপা তেজ পৰিল। তেতিয়াই ইহুদীবিলাকৰ গা বাজিল। তেওঁলোকে বুজ পালে যে, আব্দুল-মোত্তালিবৰ ঘৰত এটি মতা-লৰাৰ জন্ম হৈছে, তেওঁৰ নাম আব্দুল্লাহ থৈছে। তেওঁলোকে তেতিয়া বুজিব পাৰিলে যে, সেই আব্দুল্লাৰ পৰাই তেওঁলোকৰ ধৰ্ম্ম-বিধ্বংসকাৰী শেষ পয়গাম্বৰ জন্ম হব। এই ভাবিয়েই ইহুদীবিলাকে আব্দুল্লাৰ শত্ৰু হৈ পৰিল আৰু তেওঁক বধিবলৈ চেলু বিচাৰিবলৈ ধৰিলে।

মক্কাত যিবিলাক দল আছিল, তাৰ মাজত 'কোৰেচে'ই মূধা-ফুটা; তেওঁলোকো পৌত্তলিক আছিল। তেওঁলোকৰ মাজতেই ১৫০০ দেৱতা আছিল। ৰছুল্-কৰিমৰ (দঃ) দহ পুৰুষৰ উপৰি পুৰুষ জনৰ নাম 'ফেহৰ' আছিল, তেওঁৰ আন এটা নাম 'কোৰেচ্'। 'কোৰেচ্' মানে সাউদ। ফেহৰৰ দ্বাৰা মক্কাৰ বেপাৰ-বাণিজ্যৰ বিশেষ উন্নতি হোৱা বাবেই তেওঁ 'কোৰেচ' নামে জনাজাত। এই 'কোৰেচ' দলটোয়েই কা'বা মছ্জিদৰ সেবাইৎ বাবে তেওঁলোকক ধৰ্ম্ম কৰ্ম্ম সকলো কথাতে সকলো দলেই মান কৰিছিল। আব্দুল মোত্তালিবৰ বাপেকৰ নাম 'হাশ্বিম' থকা গুণে তেওঁৰ পো-পোৱালীসকলক 'বনি-হাশ্বিম' বংশ বোলে। এই 'বনি-হাশ্বিম' ফৈদত আব্দুল্লাৰ জন্ম হয়। আব্দুল্লাৰ ৰূপ-গুণৰ কথা আৰবৰ কেউচুকে বিয়পি গল। গতিকে, সকলোৱে তেওঁৰ ওপৰত চকু পেলাবলৈ ধৰিলে। অৱশেষত গৈ গৈ 'জোহেৰি' ফৈদৰ 'ওহাব' নামে ভদ্ৰলোক এজনৰ জীয়েক পৰমাসুন্দৰী বিবি আমিনা খাতুনেৰে সৈতে আব্দুল্লাৰ যথাসময়ত বিয়া হৈ গ'ল। তাৰ পিচত বিবি আমিনাই প্ৰায় ৬ মাহ মানলৈকে তেওঁ যে, গৰ্ভৱতী হৈছে, তাৰ একো গমকে নেপাইছিল। যিমানেই দিন হৈ আহিছিল, সিমানেই তেওঁ আচৰিত আচৰিত ঘটনাবোৰ দেখিছিল আৰু শুনিছিল। তেওঁক কোনোবাই এই দৰে কোৱা যেন তেওঁ শুনিছিল—"হে আমিনা! তুমি সৎ চৰিত্ৰা দেৱী, তিৰোতাৰ মাজত তুমি এটি তৰা, তোমাৰ তুলনা জগতত অতি বিৰল, তুমি স্ত্ৰীজাতিৰ ওপৰত ৰাণী, তোমাৰ গৰ্ভত 'ছৈয়দে মোৰ্ছেলিন, ৰছুলে-ৰব্বিল-আলমীন, আফ্তাবে-ৰেছালৎ, খাৰ্ষে কা'ৱেনাত, আহম্মদ্ মোজ্তবা ছল্লাল্লাহু আলেইহে ৱছল্লাম'ৰ সোনকালে জন্ম হব আৰু তেওঁৰ নাম 'আহ্মদ' থবা। এনে দৰে এইবিলাক কথা নাজে সময়ে তেওঁ

সপোনতো দেখিছিল। তেতিয়াহে তেওঁ গম পালে যে, তেওঁ গৰ্ভৱতী হৈছে। চাওঁতে চাওঁতে ৯ মাহ উকলি গল। সেই সময়ত বিবি আমিনাৰ প্ৰিয়তম স্বামী আব্দুল্লাই বিদেশত বেহা বেপাৰ কৰিছিলগৈ।

যেতেকতে শেষ পয়গাম্বৰ (তত্ত্ববাহক) হজৰত মোহম্মদৰ (দঃ) জন্ম দিন ওচৰ চাপি আহিল, তেতেকতে দিনে দিনে নোহোৱা-নোপোজা ঘটনাবিলাক ঘটিবলৈ ধৰিলে। নবী-কৰিমে (দঃ) মাকৰ গৰ্ভত ৬ মাহ থাকোতেই, পিতাক আব্দুল্লাৰ, ২৫ বছৰ বয়সত, মদিনাত মৃত্যু হয়। লাহে লাহে গৰ্ভকাল পূৰা হল। ৫৭০ খৃষ্টাব্দত, হজৰত ইস্মাইলৰ (আঃ) জন্মৰ ২৪৭৬ বছৰৰ পাচত, 'আছহাবে-ফিল'ৰ ঘটনাৰ ৫৫ দিনৰ পাচত, ৰবিউল-আউৱল মাহৰ ১২ তাৰিখে (২৯ আগষ্ট) সোমবাৰৰ দোকমোকালিতে এনে অসভ্য, অজ্ঞান, অনাদৃত আৰব দেশত ঘোৰ প্ৰতিবাদ আৰু হিংসা-বিদ্বেষৰ মাজত, অধৰ্ম্ম আৰু কু-সংস্কাৰৰ মূৰত কুঠাৰ মাৰি মানৱ জাতিক ধৰ্ম্ম আৰু সত্যৰ বাট আঙুলিয়াই দি 'চৈয়দে মোৰছেলিন, খাতেমান্নবীন, শফিউল-মোজ্নেবিন, ৰছুলে-ৰব্বিল-আলমীন মোহম্মদ মোস্তফা' (দঃ), মাতৃ গৰ্ভতে ছমহীয়া কালত পিতৃহীন হৈ, পাপ-তাপময় সদৌ ধৰণীত স্বৰ্গৰ নিৰ্ম্মল জ্যোতি সিঁচবলৈ বিশ্বমণ্ডলৰ মক্কা কেন্দ্ৰত আবিৰ্ভূত হল। পাক ৰব্বিল আ'লেমীনে আগৰ সময়োপযোগী অসম্পূৰ্ণ দীনক (ধৰ্ম্মক) ৰহিত কৰি এই যুগৰ উপযোগী কৰি সম্পূৰ্ণ দীন—ইছলাম, আমাক দিলে।

জন্ম—১২ ৰবিউল আউৱল, সোমবাৰ—২৯ আগষ্ট ৫৭০ খৃঃ।

আৰবৰ প্ৰথা অনুসৰি জন্মৰ ৭ম দিনৰ দিনা আব্দুল মোত্তালিবে, ভোজ খুৱাই, ল'ৰাৰ নাম 'মোহম্মদ' ৰাখিলে। ইতিপূৰ্ব্বে এই নামৰ কোনো মানুহ [illegible] পোৱা, নেযায়। আৰু বিবি আমিনাৰ [illegible] মতে 'আহমদ' [illegible] [illegible]। এই দুই নামেই ৰছুল-কৰিমৰ (দঃ)

ল'ৰা-কালৰেপৰা চলি আহিছিল। কোৰআন শ্বৰিফতো এই দুই নামৰ উল্লেখ আছে। এই দুই নামেই একে ধাতু 'হম্দ্'ৰ পৰা ওলাইছে আৰু অৰ্থ একে।

আল্লাৰ মহবুব্ (বন্ধু) জগতত আবিৰ্ভূত হল। পাপেৰে ভৰা জগতৰ চাৰিওফালে এটা খলকনি লাগি পৰিল। প্ৰবাদ আছে— কা'বাত থকা ৩৬০ পুতলা নিজে নিজেই হলি পৰিল। ইৰাণত (পাৰস্যত) বহুত দিনৰে পৰা আতশ্-পৰস্তি (জুই-পূজা) চলি আহিছিল — জৰদস্ত-আতশ্-ই বেহৰাম' নামেৰে যি এটা ভয়ানক অগ্নি-কুণ্ড দিনে ৰাতিয়ে সদায় জ্বলি আছিল, হঠাৎ সেই কুণ্ড নুমাই গ'ল আৰু ইৰাণৰ অতি পৰাক্ৰমী 'আতশ্-পৰস্ত' বাদশাহ নওচেৰোঁৱাৰ প্ৰকাণ্ড সিংহ দুৱাৰ হঠাৎ ভাগি পৰিল। আৰবত তেতিয়া ভয়ানক আকাল; খাবলৈ নেপাই মানুহৰ হাঁ হাঁ-কা-কা লাগি গৈছিল। দীনৰ বাদশাহ জ্ঞানৰ গুৰু শান্তিকৰ্ত্তা শেষ নবী যেতিয়াই জগতত জাহিৰ হল, সেই ৰাতিয়েই বৰষুণৰ পানীৰে নদ-নদী, খাল-বিল আদি উপচি পৰিল আৰু খেতি বাতিয়ে হাঁহিবলৈ ধৰিলে। তেতিয়াৰেপৰা আকাল আৰবৰপৰা পলাই ফাট্ মাৰিলে।

## কেঁচুৱা-কাল।

আৰবত এটি নিয়ম চলি আহিছিল যে, নগৰৰ ডাঙৰ মানুহৰ ঘৰত কোনো লৰা উপজিলে সেই লৰাই নিজৰ মাক-বাপেকৰ ঘৰত পোহ-পাল নেপায়। গাৱঁলীয়া বদ্ধ্ ধাইজিলাক আকে আকে

নগৰলৈ আহি বছৰেপতি কেচুৱা ল'ৰা-ছোৱালীবিলাক নি নিজৰ ঘৰত পোহ-পাল দিয়ে। তাৰ বাবে তেওঁলোকে সেই ল'ৰাৰ মাক-বাপেকৰ পৰা বানচ বা বঁটা পায়।

এক সপ্তাহমানৰ পাচত আবুলাহেবৰ ছোৱায়বা নামেৰে এজনী বান্দীয়ে পোনতে নবী-কৰিমক (দঃ) দিনাচেৰেক নিজৰ গাখীৰ খুৱাইছিল। সেইবাবে পাচত তেখেতে সদায় তেওঁক

ছোৱাযবা ধাই।

বৰকৈ মান আৰু ভক্তি কৰিছিল। মদিনালৈ 'হিজৰত' (প্রস্থান) কৰাৰ আগেয়ে তেখেতে ছোৱায়বাক মুক্ত কৰিবলৈ অহোপুৰুষার্থ কৰিছিল আৰু পাচেও মাজে মাজে মদিনাৰ পৰা কাপোৰ-কানি আদি পঠিয়াই তেওঁৰ শলাগ লৈছিল। কোনোৱে উপকাৰ কৰিলে তেখেতে তাক কেতিয়াও নেপাহৰিছিল—এইটি তেখেতৰ বিশেষত্ব।

ৰছুল-কৰিমৰ (দঃ) জন্ম হোৱাৰ পাচতেই কেচুৱা লৰা-ছোৱালী নিবলৈ বুলি জাকে জাকে বদ্ধ ধাই'বলাক মকালৈ আহি, জোখাৰে বানচ্ নেপাওঁ বুলি, এই মাউৰাক এৰি আন্ আন্ ল'ৰা লৈ উভতি গল, কিন্তু সেই জনা বহ্‌মাত্মৰ্ণ্টমৰ অপাৰ মহিমাৰ নিগূঢ় তত্ব কোনে বুজিব পাৰে! পাচত হেলিমা খাতুন নামেৰে এগৰাকী অতি দুখীয়া ধাই নগৰত ওলালহি। এই ধাইৰ ভাগ্যত এই মাউৰাত বাজে কোনো ল'ৰা নঘটিল।

হেলিমা খাতুম ধাইৰ ঘৰত, ৫৭০—৫৭৫ খৃঃ।

'হৰিবে-খোদা' হেলিমাৰ ঘৰত লহ্-লহ্‌কৈ বাঢ়িবলৈ ধৰিলে। ধাইৰো তেউতি দিনক-দিনে চৰি আহিল আৰু বস্ত্ৰ-বেগানিয়ে তেওঁৰ ঘৰত উভৈনদী হল। দুবছৰৰ পাচত তেখেতে আধাৰ পিবলৈ এৰিলে। তেতিয়া হেলিমাই তেখেতক মকালৈ নি মাকৰ হাতত

গতাই দিলেগৈ। মাকে তেওঁৰ চকুৰ মণি, বুকুৰ-জুৰণি নবী-কৰিমক (দঃ) পাই অতি আনন্দিত হল, কিন্তু সেই সময়ত মক্কাৰ হাৱা-পানী বৰ বেয়া হোৱাত, তেওঁ ল'ৰাকেৰাক আকৌ হেলিমাক গতাই দিলে।

হজৰত্ ৰছুলৰ (দঃ) অস্বাভাৱিক গুণৰাশিৰ কণিকাবোৰ এটি এটিকৈ ফুটি ওলাবলৈ ধৰিলে। হেলিমাৰ এটি ল'ৰা আছিল, সেই ল'ৰাটিয়ে সদায় মাকৰ বাওঁফালৰ স্তনটি চুহিছিল। ৰছুল-কৰিমক (দঃ) সেই স্তনটি দিয়াত তেখেতে মুখ আঁতৰাই আনিলে, কিন্তু সোঁফালৰটি দিয়া মাত্ৰকে হেপাহেৰে চপ্-চপ্কৈ পিবলৈ ধৰিলে আৰু কেতিয়াও বাওঁ ফালৰটিত মুখ নলগালে। তেখেতৰ এনে কেচুৱা-কালতে দৈৱ-জ্ঞানৰ সঞ্চাৰ হৈছিল—পৰৰ বস্তুলৈ লোভ কৰিব নেপায়!

৫ বছৰ হেলিমাৰ ঘৰতে কাটি গ'ল। ৰছুল-কৰিমে (দঃ) হেলিমাৰ ল'ৰাবিলাকৰ লগত কেতিয়াবা পথাৰত ছাগলী চৰাই ফুৰে আৰু কেতিয়াবা পৰ্ব্বতৰ ওপৰত উঠি তবধ লাগি একেফালে ৰ'লাগি চাই থাকে। খাওঁতে, শোঁতে, উঠোতে, বহোঁতে, কথা-বতৰা পাতোঁতে, মনে মনে থাকোঁতে, সদায় যেন তেখেতৰ মনত এটা কিবা মহৎ ভাব খেলিব লাগিছে। হেলিমাৰ ল'ৰা-ছোৱালীবিলাকক তেখেতে আপোন সহোদৰ বাই-ভনী, ককাই-ভাইৰ দৰে মৰম-বেথা কৰিছিল আৰু তেওঁলোকেও সেইদৰে তেখেতলৈ একান্ত অনুৰক্ত হৈছিল।

## ল'ৰা-কাল—বিপদৰ ওপৰত বিপদ।

মাকৰ গৰ্ভত থাকোতেই নবী-কৰিমৰ (দঃ) বাপেকৰ 'ওফাত্'

(মৃত্যু) হয়। ৬ বছৰীয়া হোৱাত, মাক স্বামীৰ কবৰ 'জিয়াৰৎ' (দৰ্শন) কৰিবৰ কাৰণে তেখেতক লৈ মদিনালৈ যায়। আহা, আল্লাৰ কি বিচিত্ৰ লীলা! মদিনাৰ পৰা উভতি আহোঁতে বাটতে আব্‌ৱা বোলা গাৱঁত বিবি আমিনাই তেওঁৰ চেনেহৰ-ধন, প্ৰাণৰ-পুতলা হজৰত ৰছুলক (দঃ) কন্দুৱাই ইহ-লীলা সামৰি চিৰকাললৈ চকু মুদিলে। এই নিঃসহায় ঘাট-মাউৰাক উম্মে-আয়মন্ নামেৰে এজনী বন্দুৱাই মক্কালৈ আনি তেখেতৰ ককাক্ আব্দুল মোত্তালিবক দিয়েহি। ককাকে বৰ মৰমেৰে আৰু যতনেৰে তেখেতক পোহ-পাল দিবলৈ ধৰিলে।

(১)
মাতৃ-বিয়োগ।
৫৭৬ খৃঃ।

মাতৃ-বিয়োগৰ শোক পাহৰিবলৈ নৌ পাওঁতেই দু' বছৰৰ ভিতৰতে তেখেতৰ একমাত্ৰ পৃথিবীৰ সহায় মৰমৰ ককাকু আব্দুল মোত্তালিবকো আল্লাহ্‌তা'লাই কাঢ়ি নিলে। তেতিয়া তেখেতৰ বয়স ৮ বছৰ আৰু ককাকৰ ৮১ বছৰ বয়স হৈছিল। পাক কোৰআনত আল্লাহ্‌তা'লাই কৈছে :—"হে মোহম্মদ! মই তোমাক এতীম (মাউৰা) কৰি দুনিয়ালৈ পঠাইছোঁ—কাৰণ, তেহে তুমি জগতৰ সকলো মাউৰাৰ দুখ-বেদনা ভালকৈ অনুভৱ কৰিব পাৰিবা। হে মোহম্মদ! মই তোমাক নিৰাশ্ৰয় কঙ্গাল কৰি জগতলৈ পঠাইছোঁ—কাৰণ, তেহে তুমি জগতৰ সকলো নিৰাশ্ৰয় দুখীয়া আৰু কঙ্গালৰ সকলো দুখ-কষ্ট বুকুত পাতি লব পাৰিবা।

(২)
ককাক আব্দুল মোত্তালিব বিয়োগ।
৫৭৮ খৃঃ।

"চিৰ-সুখী জন ভ্ৰমে কি কখন
ব্যথিত বেদন বুঝিতে পাৰে?

কি যাতনা বিষে বুঝিবে সে কিসে
কভু আশী-বিষে দংশেনি যাবে।"

এইদৰে দুখৰ ওপৰত দুখ, কষ্টৰ ওপৰত কষ্ট, বেদনাৰ ওপৰত বেদনা দি বহমানুৰ্ব হিমে পৰ-দুখ-কাতৰতা আৰু বিশ্ব-প্ৰেমৰ ভাব ৰছুল-কৰিমৰ (দঃ) হিয়াৰ তৰপে তৰপে সুমাই দিলে।

আব্দুল মোত্তালিবৰ অন্তিম-কাল উপস্থিত হোৱাত তেওঁ তেওঁৰ পুতেক আবুতালেবক মাতি আনি কলে-"চা, মোহম্মদ ঘাট-মাউৰা, এওঁৰ দুনিয়াত আৰু কোনো নাই। এই ল'ৰা আমাৰ বংশৰ মাজত এটি উজ্জ্বল তৰা হব। এওঁক ৰব পুতৌ কৰিবি, যাতে কোনো দুখ নেপায়, মই এতিয়া বিদায় ল'লোঁ। আবুতা-লেবেও ভতিজাকক নিজৰ ল'ৰাৰ দৰে চেনেহ কৰিছিল।

মাকৰ গৰ্ভত থাকোতেই ৰছুল-কৰিমৰ (দঃ) বাপেক গ'ল, ৬ বছৰিয়া কালত মাক গ'ল, আৰু ৮ বছৰীয়া কালত একমাত্ৰ দুনিয়াৰ সহায় আৰু মুখ-জুৰোৱা ঠাই ককাকো গ'ল। দুখৰ ওপৰত দুখ, শোকৰ ওপৰত শোক! ল'ৰা কালটো দদায়েক আবুতালেবৰ ছাগলী চৰাওঁতেই গ'ল। লিখা-পঢ়া এটা কি বস্তু, পঢ়াশালী কি বস্তু, তাৰ সমূলি গোন্ধ-ভাপ নেপালে। এনে কি আনৰ ওচৰত শিক্ষা লাভ কৰিবলৈ সময়ো তেখেতৰ নাছিল। তেখেতক সেই দেখিহে পাক কোৰআনত ঠায়ে ঠায়ে "উম্মি" (অনক্ষৰ) বুলি উল্লেখ কৰা হৈছে। কিন্তু এই দুখীয়া কঙ্কাল, উপায়হীন, ঘাট-মাউৰা নিঠৰুৱা "উম্মিয়ে" দুদিনৰ পাচতে পৃথিবীৰ গোটেই জ্ঞানৰ আকৰ হৈ পৰিল। ল'ৰা-কালৰে পৰা তেখেত গভীৰ চিন্তাশীল আছিল। অকলশৰীয়া হৈ অকলৈ অকলৈ আৰৱ মৰুভূমিত গছ-লতা, পাহাৰ-পৰ্ব্বত, আকাশ-পাতাল আদিৰ বিষয়ে চিন্তা কৰি তেখেতৰ মনত যি মহা সত্যৰ

ভাব উদয় হৈছিল, সেয়ে লাহে লাহে বাঢ়ি গৈ কালত সম্পূৰ্ণৰূপে বিকাশ পালে।

## ল'ৰা-কাল।

বছুল-কৰিমৰ (দঃ) বয়স যেতিয়া ১২ বছৰ হল, আবুতালেবে বেপাৰ কৰিবলৈ শ্বাম (চিৰিয়া) দেশলৈ ওলাল। তেওঁৰ লগত বছুল-কৰিমো (দঃ) গ'ল। বাটত এঠাইত এটা গিৰ্জ্জাত "জৰ্জিচ" ওৰফে "বাহিৰা" নামেৰে এজন খৃষ্টান বৈৰাগী পাদুৰী আছিল। তেওঁ তেওঁৰ ধৰ্ম্মশাস্ত্ৰ ইঞ্জিলত (Evangel) পাইছিল—পাৰণ (হেৰা) পৰ্ব্বতৰ ওচৰত শেষ নবী আবিৰ্ভূত হব। এই পাৰণ পৰ্ব্বত মক্কাত। নানা ৰকমৰ অলৌকিক ঘটনা আৰু বছুল-কৰিমৰ (দঃ) গাত শাস্ত্ৰত উল্লেকিয়াই থোৱা লক্ষণবিলাক দেখি, এই পাদুৰীজনে তেখেতক বহুত ধৰ্ম্ম-কথা সুধিলে। তেখেতে কথাই পতি সন্তোষজনক উত্তৰ দিয়াত, পাদুৰীজনে মনে মনে আবুতালেবক ক'লে—"আপোনাৰ এই ল'ৰাটি যেনে তেনে ল'ৰা নহয়—শেষ নবী। এওঁৰ বহুত শত্ৰু আছে, এওঁক খুব সাৱধানেৰে ৰাখিব; নতুবা শ্বাম দেশৰ ইহুদীবিলাকে জানিব পাৰিলে মাৰি পেলাব।" তাকে শুনি আবু-তালেবে লৰালৰিকৈ নিজৰ কাম শেষ কৰি বছুল-কৰিমক (দঃ) লৈ মক্কালৈ উভতি আহিল।

চিৰিয়া—যাত্ৰা—বাহিৰা সন্ন্যাসী। ৫৮২ খৃঃ

বয়সৰ লগে লগে বছুল-কৰিমে (দঃ) প্ৰায় আবুতালেবৰ লগত এমন্ আদি দেশলৈ গৈ বেহা-বেপাৰ ব্যৱসায় শিকে। সাধুতা আৰু বেহা-বেপাৰত পাৰ্গতালিৰ ফলত লাহে লাহে মক্কাৰ সকলো ঠাইতে তেখেতৰ নাম ফুটি উঠিল।

তায়েফ আৰু নখ্‌লাৰ মাজত বছৰে পতি জিল্‌কাদ মাহৰ প্ৰথম ২০ দিনত এখন বৰ ডাঙৰ মেলা বহে। সেই মেলাৰ নাম 'ওকাজ'। সামান্য কথাতেই এই মেলাৰ পৰা চাৰিখন ভয়ানক ৰণ লাগে। তাৰ চতুৰ্থ খনক 'ফেজ্জাৰ-ৰণ' বোলে। তেতিয়া মহম্মদৰ (দঃ) বয়স ১৪ বছৰ। এই ৰণ ছ-বছৰ চলিছিল। তেখেতৰ দদায়েক জোবেৰ এই ৰণত 'আলম-বৰ্‌দাৰ' (নিচানধাৰী) আছিল। ৰণত কটা-কটি কৰা আৰববিলাকৰ কাম। ন্যায়-অন্যায় কি তেওঁবিলাকে নাজানিছিল। মহম্মদেও (দঃ) এই বেলি এই ৰণত যাব লগীয়াত পৰিছিল। ইয়াত বহুত মানুহ মৰা পৰে। তেখেতে ৰণত লিপ্ত নহৈ, ধীৰ গহীন নিমাত নিতাল মাৰি ৰণৰ আও-ভাও চাই দদায়েকৰ কাষতে ঠিয় দি আছিল। অবাবতে এনে ভয়ঙ্কৰ ৰণ লগাত তেখেত বৰ চিন্তিত হল। পাচত তেখেতৰ লগত ভাবৰ আদান-প্ৰদান কৰাত জোবেৰৰ মন সমূলি লৰি গ'ল; তেওঁৰ পাশৱ ভাব লুপ্ত পালে। ৰণৰ পৰা উভতি আহি তেওঁ ঘোষণা কৰি দিলে যে, অত্যাচাৰীৰ বিৰুদ্ধে ৰণ কৰিলেহে তেওঁ যোগ দিব। তাকে দেখি হাষম, জোহৰা, তেইম্ আদি ফৈদৰ মানুহেও তেখেতেৰে গোট বান্ধি প্ৰতিজ্ঞা কৰিলে যে, ন্যায়ক তেওঁলোকে সমৰ্থন কৰিব আৰু অত্যাচাৰীক দমন কৰিবলৈ পুৰুষাৰ্থ কৰিব। এই সমিতিৰ নাম হিলফ্-উল-ফজুল। মহম্মদ (দঃ) ইয়াৰ এজন বাই সভ্য। এয়ে হৈছে

ওকাজ-মেলা — ফেজ্জাৰ-ৰণ।

হিলফ-উল-ফজুল, ৫৯৫ খৃঃ।

তেখেতৰ জীৱনৰ মহান্ আহি। এই সমিতি গঠন হোৱাত বাটৰুৱা সাউদ, ধনী, দুখীয়া সকলোৰে আশঙ্কা দূৰ হয় আৰু মক্কাত সকলো প্ৰকাৰৰ শান্তি স্থাপিত হয়।

অনেকে ভাবে—মাথোন নামাজ ৰোজা আদি কেইটামান "ফৰজ" (অৱশ্য কৰ্ত্তব্য) কাম কৰি চলাৰ নামেই হৈছে ইছ্লাম। ইয়াত বাজে মানুহৰ মানুহলৈ আন যিবোৰ কৰ্ত্তব্য আছে, সেই-বোৰক তেওঁলোকে সাংসাৰিক ও ৰাজনৈতিক বুলি ভাবে আৰু তাৰপৰা আঁতৰত থাকিবলৈ চেষ্টা কৰে; কিন্তু ই ইছ্লামৰ সম্পূৰ্ণ বিপৰীত শিক্ষা। বংশ পৰিয়ালৰ, ওচৰচুবুৰীয়াৰ, স্বদেশবাসীৰ আৰু বিশ্বমানৱৰ প্ৰতি মানুহৰ যে কৰ্ত্তব্য আছে, তাক নিয়মমতে পালন কৰাই হৈছে ইছ্লাম। সেইহে কৰ্ম্মীসকলক গোটখুৱাই একেলগ কৰি, সেই শক্তিৰে অত্যাচাৰ দমন কৰিবলৈ চেষ্টাই হৈছে হজৰত ৰছুলৰ (দঃ) প্ৰথম 'চুন্নত' (ৰীতি-নীতি)। আগেয়ে যে চাওঁতে চাওঁতেই পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈকে ইছ্লামৰ জয়ধ্বনি উঠিছিল, ইয়াৰ কাৰণ কি? সেই কালৰ মুছলমানবিলাকৰ সংকীৰ্ণতা নাছিল, ধৰ্ম্মান্ধতা নাছিল; বৰং তেতিয়া তেওঁলোকে দেখুৱাইছিল যে, সত্যৰ সেৱা, ন্যায়ৰ মৰ্য্যদা ৰক্ষাই হৈছে তেওঁলোকৰ খাই কৰ্ত্তব্য। মোছলেম্ জাতীয় চৰিত্ৰৰ এই অনুপম বিশেষত্বই তেতিয়া জগতক আকৃষ্ট আৰু মুগ্ধ কৰিছিল আৰু সেই কাৰণে কোটি কোটি মানুহে মিজে 'তৌহিদ্' মন্ত্ৰ গ্ৰহণ কৰি ধন্য হৈছিল। কিন্তু এতিয়া তেনে আৰ্হিৰ একান্ত অভাৱ।

নবী-কৰিম (দঃ) ৯ বছৰ বয়সৰ পৰা ২৫ বছৰলৈকে আবুতালে-বৰ আশ্ৰয়ত আছিল। তেখেতে ল'ৰাকালত যেতিয়া আবুতালে-বৰ ছাগলী আদি চৰাই ফুৰিছিল, তেতিয়া তেখেতে পৃথাৰত

আবুতালেবৰ আশ্ৰয়ত। ৫৭৯—৫৯৫ খৃ

এঠাইত বহি অনেক সময়ত তবধ লাগি, ভাবত বিভোৰ হৈ, একেফালে চাই থাকে, যেন কোনো এটা অজ্ঞাত অনন্তৰ পৰিচয় পাবলৈ তেনে কৰিছে; যেতিয়া দেখে যে, পথাৰত ছাগলী-পোৱালীবিলাকে জপিয়াই নাচি ধেমালি কৰি ফুৰিছে, কিন্তু মাকৰ মাত শুনা মাত্ৰকে হাবাথৰি খাই ঢপলিয়াই আহি মাকৰ বুকুত সোমাইছেহি, তেতিয়া ভাবে—কোনে এই অবোধ ছাগলী আৰু ছাগলী-পোৱালীবিলাকক এই প্ৰেম আৰু চেনেহ শিকালে। যেতিয়া কোনো সুন্দৰ ফুল এপাহ দেখে, তেতিয়া ভাবে—কোনে এই সৌন্দৰ্য্যটো দিলে আৰু দাতাজন বা কিমান সুন্দৰ! যেতিয়া কোনো এটা মিঠা ফল খায়, তেতিয়া ভাবে—যি জনে এই ফলটি এনে সোৱাদ কৰিছে, তেওঁত বা কিমান মধুৰতা আছে। এনেবিলাক প্ৰশ্ন সততে তেখেতৰ মনত এইদৰে খেলাবলৈ ধৰে। নগৰলৈ আহিলে ক'ত কোন মাউৰাই ভোকত হাঁ-হাঁ-কা-কা কৰিছে, কোন নিৰাশ্ৰয়া বাঁৰীয়ে শোকত বিলাপ কৰি চকুলো মচিছে, তাৰ ওচৰলৈ গৈ প্ৰতিকাৰৰ চেষ্টা কৰিছিল—এয়ে আছিল তেখেতৰ তেতিয়াৰ বৃত্তি আৰু ব্ৰত। এইদৰে তেখেতৰ জীৱনৰ ২৪ বছৰ উকলি গ'ল।

তাহেৰা ও আল আমীন।

বিবি খদিজা মক্কাৰ এগৰাকী বাঁৰী মানুহ। তেওঁৰ অগাধ ধন-সম্পত্তি আছিল। তিৰোতাৰ মাজত ৰূপ-গুণ ও বংশ-মৰ্য্যাদাত তেওঁ হেজাজৰ ভিতৰত অদ্বিতীয়া আছিল। তেওঁৰ চৰিত্ৰ ইমান পবিত্ৰ আছিল যে, কালক্ৰমে সকলোৱে তেওঁক 'খদিজা' নুবুলি 'তাহেৰা' (শুদ্ধচাৰিণী) বুলিহে মাতিছিল। ৰছুল-কৰিম (দঃ) ল'ৰাকালৰে-পৰা সত্যবাদী। পাচে ডাঙৰ হোৱাৰ লগে লগে তেওঁৰ সাধুতা

আৰু আন আন স্বাভাবিক গুণ দেখি সকলোৱে তেখেতকে 'মোহ-ম্মদৰ' ঠাইত "আমীন" (সাধু) বুলিহে মাতিছিল। তেতিয়া মক্কাত 'আমীন'ত বাজে তেখেতৰ আন কোনো নাম নাছিল।

আবুতালেবৰ অৱস্থা বৰ ভাল নাছিল। সেই কাৰণে বিবি খদিজাৰ ওচৰলৈ গৈ ৰছুল-কৰিমে (দঃ) ছাগলী-ৰখীয়া কামত সোমালগৈ।

তাহেঁতৰ ঘৰত ছাগলী ৰখীয়া।

আল্লাৰ কি বিচিত্ৰ লীলা! যিজন ইহ-পৰকালৰ বাদশ্বাহ্, বিশ্ব-মানৱৰ শিক্ষা-গুৰু, যিজন আল্লাৰ 'হবিব' (বন্ধু)—তেখেতে আজি নিজৰ পেট পালি-বৰ কাৰণ ছাগলী ৰাখিছে! জগৎগুৰুৱে জগদ্‌বাসীক শিক্ষা দিলে—নিজে খাটি নিজৰ সংসাৰ চলাব লাগে, কোনো কামকে ঘিণাব নেলাগে, আনৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰি জীৱন-ধাৰণ কৰাটো অধ-মৰ কাম!

ৰছুল-কৰিম (দঃ) কামত সোমাবৰেপৰা দিনকদিনে বিবি খদিজাৰ ছাগলী পালৰ উন্নতি হবলৈ ধৰিলে। ওপৰত মুকলি আকাশ—তলত মৰুভূমিৰ তপত বালি। সেই বালি-পথাৰত

তাহেঁতৰ প্ৰধান বিষয়া।

এদিন ৰছুল-কৰিমে (দঃ) অকলৈ অকলৈ টিকাফটা ভয়ানক ৰ'দত ছাগলী চৰাই আছে, তাকে বিবি খদিজাই দেখি ভাবিলে—এই ডেকাজন সামান্য মানুহ নহয়। তাৰ দিনচেৰেকৰ পাচতে মক্কাৰ সাউদবিলাকৰ বেহা-বেপাৰ কৰিবলৈ বিদেশলৈ যোৱাৰ সময় আহি পৰিল। সকলো সাউদে নিজৰ বয়-বস্তু লৈ যাবলৈ যো-যা কৰিছে। বিবি খদিজাৰ কাৰবাৰ বৰ ডাঙৰ। তেওঁৰো বিষয়াসকলে বহুত বয়-বস্তু গোটাই লৈছে। এই বিষয়াসকলৰ ওপৰত এজন বৰ বিশ্বাসী চাকৰ নিযুক্ত কৰিব লগীয়াত পৰিল। পাচে বিবি খদিজাই ৰছুল-কৰিমৰ (দঃ)

সাধুতা ও বেহা-বেপাৰত পাৰ্গতালিৰ বিষয় শুনি এই কর্তৃত্ব তাব দিবলৈ তেখেততকৈ বিশ্বাসী আৰু দক্ষ মানুহ নেপালে। 'কাফিলা' (সাউদ দল) গুচি গ'ল। বিবি খদিজাই তেওঁৰ বিশ্বাসী চাকৰ মায়াছাৰাক তেখেতৰ লগত দিলে। ওপৰত কৈ অহা "ব্যহিৰা" পাদুৰী যি ঠাইত আছিল, এই বেলিও তেখেতে সেই ঠাইতে আশ্রয় ললেগৈ। ইয়াৰ আগেয়ে 'বাহিৰা'ৰ মৃত্যু হয়। তেওঁৰ ঠাইত নছ্তুৰা নামেৰে আন এজন সন্ন্যাসী সেই গিৰ্জাত আছিল। এই পাদুৰী-জনে তেখেতৰ গাৰ লক্ষণ দেখি ও কথা-বতৰা পাতি মায়াছাৰাক কলে যে, যীশুৱে যি শেষ নবীৰ আবির্ভাবৰ (১) কথা কৈ গৈছিল, এৱেঁই সেই মহাপুৰুষ। পাচত তেখেতে শ্বাম, এমন আদি দেশলৈ গৈ বেপাৰত ভালেমান লাভ কৰি উভতি আহিল। এইদৰে তেখেতে প্রায় তিনি বছৰ বিবি খদিজাৰ বেহা-বেপাৰ চলালে।

দেশ-দস্তুৰ মতে বেহা-বেপাৰ কৰি ৰছুল-কৰিমে (দঃ) নিজৰ জীবিকা আৰ্জ্জিছিল। মানুহৰ সাধুতা বা অসাধুতাৰ পৰীক্ষা কৰিবলৈ বেহা-বেপাৰৰ নিচিনা উপযুক্ত থল আৰু একো হব নোৱাৰে। বহুত দিনলৈকে ৰছুলে-খোদাই (দঃ) ভিন্ ভিন্ দেশৰ ভিন্ ভিন্ কৈমৰ ভিন্ ভিন্ ৰুচিৰ অনেক মানুহৰ লগত বেপাৰ-বানিজ্য কৰিছিল, কিন্তু তেখেতৰ জীৱনৰ ভিতৰত এদিনলৈকে কাৰো লগত ঠোটা-মোজা লগা নাছিল।

যি কামতে ৰছুল-কৰিমক (দঃ) লগায়, তাতেই আশাতীত উন্নতি। তেখেতৰ ৰূপ-গুণ, আচাৰ-ব্যৱহাৰ, ধৰ্ম্মভাব দেখি আৰু চৰিত্ৰৰ বিষয় ভালকৈ জানি আৰু বহুত আচৰিত লক্ষণ দেখি, বিবি খদিজাৰ আগৰে পৰা তেখেতলৈ অনুৰাগ হৈ পৰিছিল। কামত তেখেতৰ অসাধাৰণ বুদ্ধি আৰু

তাহেৰাৰ লগত বিয়া ৫৯৫খৃঃ

(১) যোহন ১৬ অধ্যায়, ৭ শ্লোক'ৰ

অনুপম চৰিত্ৰ দেখি, তেওঁৰ হিয়াত ভক্তি আৰু শ্ৰদ্ধাৰ উদ্ৰেক হল আৰু সেই অনুৰাগ লাহে লাহে পবিত্ৰ প্ৰেমত পৰিণত হল আৰু তেওঁ তেখেতৰ সহধৰ্ম্মিণী হবলৈ উত্ৰাৱল হৈ পৰিল। কিন্তু তেখেত তেতিয়া ২৫ বছৰীয়া ন-ডেকা আৰু বিবি খদিজা কেইটামান ল'ৰা-ছোৱালীৰ মাক—৪০ বছৰীয়া বাঁৱী বিবি খদিজাৰ ৰূপ-গুণ আৰু ধন-সম্পত্তি দেখি কোৰেচৰ বহুত ডাঙৰ ডাঙৰ মানুহে তেওঁলৈ বিয়াৰ প্ৰস্তাৱ পঠিয়াইছিল, কিন্তু সেইবোৰলৈ তেওঁ ভেনেই আওকাণ কৰিলে। তেওঁ এতিয়া নফিচা নামেৰে এজনী তেওঁৰ আপোন মাইকী মানুহক তেখেতৰ মনৰ ভাব বুজিবলৈ তেখেতৰ ওচৰলৈ পঠিয়াই দিলে। তেখেতে পোন প্ৰথমতে নফিচাই ধেমালি কৰিছে বুলি ভাবিছিল। পাচত ই সঁচা কথা বুলি জানিব পাৰি কলে—"মোৰ কোনো অমত নাই, কিন্তু দদাইক এবাৰ সুধি চাব লাগিব।" আবুতালেবে সকলো কথা বুজি বিবি খদিজাৰ দদায়েক ওমৰ-বেন্-আছাদৰ ওচৰলৈ ভতিজাকৰ বিয়াৰ "পায়গাম" (প্ৰস্তাৱ) পঠিয়ালে; কাৰণ বিবিৰ বাপেক ইয়াৰ কেবাবছৰৰ পূৰ্ব্বেই ঢুকাল। পাচত মোহৰণা ৪০০ মিচ্‌কাল ( সোণৰ মোহৰ ) নিৰ্দ্ধাৰিত হল আৰু যথা সময়ত বিয়া হৈ গ'ল। বিবিৰ দদায়েকে কন্যা সম্প্ৰদান কৰিলে। আহা ! আল্লাহতা'লাই জানিবা নিজৰ হাতেৰে জগজ্জননী তাহেৰাক জগদ্‌গুৰু "আলআমীন"ৰ সহধৰ্ম্মিণীৰ যোগ্য কৰি গঢ়ি তুলিছিল।

ইচ্ছা কৰাহেতেন ৰছুল-কৰিমে ( দঃ ) বহুত কুমাৰী ছোৱালী বিয়া কৰিব পাৰিলেহেতেন, কিন্তু এই বিয়াৰপৰা তেখেতে ভাবী উম্মত্‌ৰ ( অনুগামীৰ ) কাৰণ এটা আদৰ্শ থৈ গ'ল। তেখেতে বাঁৱী-বিয়া নকৰাহেতেন মুছলমান সমাজত এই প্ৰথা কি জানি প্ৰচলিত নহ'লহেতেন। এই বিধবা-বিয়া প্ৰচলিত থকাত সমাজ আৰু ধৰ্ম্ম দুয়ো

ৰক্ষা পাইছে। সুখৰ বিষয়, ইছ্লামৰ এই পুণ্যাদর্শ জগতৰ আন আন সংস্কাৰকসকলেও নিজ নিজ সমাজত বৰণ কৰিছে।

ৰছুল-কৰিমৰ (দঃ) ইব্ৰাহিম নামেৰে এজন ল'ৰাত বাজে সকলো ল'ৰা-ছোৱালী বিবি খদিজাৰ ফালৰ পৰাই হৈছিল। পুতেক তিনি-ওটি (তাহেৰ ওৰফে আব্দুল্লাহ, তৈয়ব ওৰফে কাচিম, ইব্ৰাহিম) ল'ৰা-কালতে মৰে। বিবি ফাতিমাত বাজে বাকী তিনিওটি জীয়েক (জয়নব, ৰোকেয়া, উম্মেকুলচুম) ৰছুল-কৰিমৰ (দঃ) জীৱিত কালতে মৰে। আজি কালি ভদ্ৰ পৰিয়ালৰ মাজত বাঁৰী-ছোৱালী-বিলাকৰ বিয়া দিয়াটো নিন্দাৰ কথা বুলি গণ্য হয়, কিন্তু কোনেও ভাবি নেচায় যে, চৈয়দ বংশটো বাঁৰী-বিয়াৰেই ফল। ৰছুল-কৰিম (দঃ) বাঁৰী-বিয়াৰ একান্ত পক্ষপাতী আছিল। তেখেতৰ যিমান বিবি আছিল মানে আয়েশ্বা চিদ্দিকাত বাজে সকলোৰে বাঁৰী অৱস্থাতে তেখেতৰ লগত বিয়া হয়। নিজৰ জীৱনৰ দৃষ্টান্তেৰে তেখেতে বুজাই দি গৈছে যে, এনে সন্মিলন অশুভ নহয়, শুভ।

২৫ বছৰীয়া এজন ন-ডেকাই যৌৱনৰ প্ৰথম প্ৰবৃত্তিবোৰলৈ আওকাণ কৰি ইমান দিনলৈকে সম্পূৰ্ণকৈ আত্ম-সংযম কৰি পাচত বিয়া কৰিলে কাক? এগৰাকী ল'ৰা-ছোৱালী-পোৱা ৪০ বছৰীয়া বুঢ়ী বাঁৰীক। পূৰ্ণ যৌৱনৰ পূৰা ২৫ বছৰ কাল একমাত্ৰ এই বুঢ়ীকে সহধৰ্ম্মিণীৰূপে লৈ গৃহবাস কৰি তেখেত পৰিতুষ্ট আছিল। এনে সংযমী মহাপুৰুষৰ আহিঁ অতি বিৰল। বিবি খদিজা ৬৫ বছৰ বয়সত ইন্তাকাল পায় (পৰলোক গমন কৰে)। তেওঁ বিয়াৰ পাচতে নিজৰ সমস্ত ধন-দৌলত ৰছুল-কৰিমক (দঃ) দি নিজেও স্বামীৰ অধীন হল। তেওঁ ৰছুল-কৰিমক প্ৰাণেৰে ভাল পাইছিল আৰু বৰ ভক্তি কৰি-

অসাধাৰণ সংযম।

ছিল। তেখেতেও তেওঁক সেই ৰকমে চেনেহ কৰিছিল। পৰম দাম্পত্য সুখ-শান্তিত দুই জনে কাল কটাইছিল। বিবি খদিজা যিমান দিন জীয়াই আছিল, ৰছুল-কৰিমে (দঃ) আৰু আন বিয়া কৰা নাছিল আৰু তেখেতৰ গোটেই জীৱনত এই বিবিৰ প্ৰণয় পাহৰিব পৰা নাছিল। তেওঁৰ ওফাতৰ (মৃত্যুৰ) পাচত বিবি আয়েশাক ৰছুল কৰিমে (দঃ) এদিন কৈছিল—"মই যেতিয়া দুখীয়া আছিলোঁ, ধন-কুবেৰ খদিজাই মোক পতিত্বত বৰণ কৰিছিল। মোৰ 'নবুয়ত'ত (অৰ্থাৎ মোক ঈশ্বৰৰ প্ৰেৰিত পুৰুষ বুলি) তেওঁৱেই প্ৰথমে বিশ্বাস কৰিছিল। তেওঁৰ তুলনা নাই।" ৰাজনৈতিক আৰু আন আন বিশেষ কাৰণত ৰছুল-কৰিমে (দঃ) পাচত আৰু কেইটামান নিকাহ কৰে হয়, কিন্তু বহু-বিবাহ প্ৰথা তেখেতে ভাল নেপাইছিল।

বিবি খদিজাৰ লগত বিয়া হোৱাত-ৰছুল কৰিমৰ (দঃ) ধন-বিতৰ অভাৱ গুচিল যদিও, সেই ধন-দৌলত পাই তাতে তেখেত ভোল যোৱা নাছিল। আল্লাৰ বন্ধু, আল্লাৰ চিন্তাই তেখেতৰ শান্তি। আধ্যাত্মিক জীৱনৰ পূৰ্ণতৰ বিকাশ এতিয়াৰ পৰাই হবলৈ ধৰিলে। যিবোৰ স্বৰ্গীয় বৃত্তি লৰাকালত তেখেতৰ মনৰ তৰপে তৰপে খাপ খাই আছিল, সেইবোৰ লাহে লাহে বিকশিত হবলৈ ধৰিলে। এতিয়া কাম-কাজ এৰি খোদাৰ চিন্তা আৰু বেচি হল। তেখেতে ভাবে—ইমান ডাঙৰ জগতৰ সকলো বস্তু ঠিক নিয়ম মতে চলি আছে, কোন শক্তিয়ে এইবিলাক চলায়? কোনে এইবোৰ কাম কৰে? সুখ দুখ কেনেই হয়? ৰাতি-দিন কেনেকৈ হয়? প্ৰাণীবোৰ মৰি যায়, তাৰ পাচত কি হয়? সৃষ্টিকৰ্তাৰ কিমান শক্তি? ক'ত তেওঁক পোৱা যায়? ইত্যাদি নানা ৰকম নতুন নতুন চিন্তাত তেখেত অধীৰ হৈ উঠিল। চিন্তা

আধ্যাত্মিক জীৱনৰ বিকাশ।

আৰু চিন্তা! ক্ৰমেই ধ্যান গভীৰ হবলৈ ধৰিলে, এনেকৈ আৰু ১৫ বছৰ কাল গ'ল।

যেতিয়া নিজৰ মানুহবিলাকক পুতলা-পূজা, কুসংস্কাৰ, অন্ধবিশ্বাস আৰু আন আন পাপত লিপ্ত হোৱা দেখে, তেতিয়া তেখেতক নানা ৰকমৰ চিন্তাই জুমুৰি দি ধৰে। তেতিয়া তেখেতে এইবোৰ পূজা কেলেই কৰে, ইয়াৰ কাৰণ কি—এনে চিন্তা কৰি আতৰলৈ গুচি যায়। লৰা আৰু ডেকাকালত তেখেতৰ এই অৱস্থা আছিল।

ৰছুল-কৰিমে (দঃ) ইছলামৰ আগেয়েও মূৰ্ত্তিৰ আগত দিয়া বলিৰ ছাগলী আদি কোনো বস্তুকে নেখাইছিল।

> "আন দেৱী দেৱ, নকৰিবা সেৱ,
> মূৰ্ত্তিকো নচাইবা, প্ৰসাদো নখাইবা
> ভক্তি হ'ব ব্যভিচাৰ।"
> "এক দেৱ, এক সেৱ, এক বিনে নাই কেৱ"।
>
> —শ্ৰীশঙ্কৰদেৱ।

বান-পানীয়ে এবেলি কাবাৰ দেৱালৰ একাংশ ভাঙ্গি পেলাইছিল, কিন্তু সেই দেৱাল ভাঙ্গি তুনাই নকৈ সাজিবলৈ কোনেও সাহ নকৰিলে।

কা'বা পুনৰ্নিৰ্ম্মাণ. ৬০৫ খৃঃ।

এনে গোলমালতে ২৫ বছৰ উকলি গ'ল। পাচত কোৰেচবিলাকে গোটখাই আকৌ কেউটা দেৱাল সাজিবলৈ ধৰে। এনেতে এটা প্ৰশ্ন উঠিল যে, তেওঁলোকৰ কোন ফৈদে 'হজ্ৰে-আছৱাদ' (ক'লা পাথৰ) খন কা'বাৰ বেৰৰ নিৰ্দ্দিষ্ট ঠাইত বহুৱাবলৈ দাজি নিব; কাৰণ, এয়ে হৈছে আচল প্ৰাধান্যৰ চিন্। কেউফৈদে দাবি কৰিবলৈ ধৰিলে যে আমিহে এই কামৰ অধিকাৰী। এই কথা লৈ মহা হাই-উৰুমি লাগি কেউফালে ভয়ানক কোৰ্হাল লাগি পৰিল।

ভয়ত মক্কাবাসী সকলোৱে কঁপি উঠিল। সামান্য সামান্য কথাতে বা অকাৰণতেই, যুগে যুগে বংশপৰম্পৰা ক্ৰমে ৰণত লিপ্ত হৈ মানুহৰ তেজেৰে দেশ ৰাঙলি কৰিও যাৰ প্ৰতিহিংসা আৰু খং মাৰ নেযায়, তেনে মানুহে নিজ নিজ ফৈদৰ প্ৰাধান্য ও গৌৰৱ আৰু বোপা-ককাৰ মান-মৰ্য্যদা ৰাখিবলৈ ৰণত লাগি পৰিছে যেতিয়া, নাজানো হেজাজৰ ভাগ্যত কি আছে!

এই তৰ্ক ৪ দিন চলিল, তেও কোনো মীমাংসাৰ চিনকে দেখা নগল। পাচত তেওঁলোকে দেশৰ প্ৰথা অনুসৰি 'আকৃদোদ্দম' (ৰক্তপূৰ্ণ পাত্ৰত হাত ভৰাই মৃত্যুৰ প্ৰতিজ্ঞা) কৰিলে—এই হৈছে আৰবৰ ভয়ানক প্ৰতিজ্ঞা। এয়ে স্থিৰ হল যে, তৰোৱালেৰেহে ইয়াৰ মীমাংসা হব লাগে, মিছাকৈ মুখ-চুপতি কৰি সময় কটোৱাৰ সকাম নাই। চাই থাকোতেই চাৰিওফালে তৰোৱালৰ জন্ জন্ শব্দ উঠিবলৈ ধৰিলে। "থিৰ হোৱাঁ, থিৰ হোঁৱা"—এনে শব্দ এটা এনেতে উঠিল। দেখিলে বুঢ়া অলিদ-বেন্-মগিৰা ওৰফে আবুউমাইয়াই দুই হাত ওপৰলৈ তুলি ফোপাই-জোপাই চিঞৰি চিঞৰি আহিছে—"থিৰ হোৱাঁ, থিৰ হোৱাঁ, মোৰ কথালৈ মন কৰা।" তেওঁৰ মাত শুনি সকলোৱে থিয় হৈ ৰ'ল। তেওঁ সকলোকে বুজাই ক'লে যে, "এটা সু-কাম কৰিবলৈ যাওঁতে, এনে গৰ্হিত কামৰ আৰম্ভ কৰা অযুগুত। বোৰাঁ, যি মানুহে সকলোতকৈ আগেয়ে কা'বাৰ ভিতৰত সোমায়, এই কথাৰ মীমাংসাৰ ভাৰ তেওঁৰ ওপৰতে দি তোমালোক শান্ত হোৱাঁ।"

এই প্ৰস্তাৱত সকলোৱে মান্তি হল আৰু উদ্বিগ্নচিত্তে কা'বাৰ দুৱাৰৰ ফালে চাবলৈ ধৰিলে। এনে সময়ত হঠাৎ এটা চিঞৰ উঠিল—"এই আমাৰ আমীন আহিছে, আমি সকলোৱে তেওঁৰ মীমাংসাত সন্মত আছোঁ।"

যি মূল্য বাঢ়ে তাৰ দুপাতত‌ে চিন। ৰছুল-কৰিমৰ (দঃ) বয়স তেতিয়া ৩৫ বছৰ আছিল। তেখেতে সকলো কথাৰ সন্ধেদ লৈ ক'লে—"যি যি ফৈদে এই পাথৰখন তুলি আনিবৰ দাবি কৰিছে, তেওঁলোকৰ ফৈদেপতি একোজন একোজন প্ৰতিনিধি বাছি দিয়ক।" প্ৰতিনিধি বাছি দিয়াৰ পাচত, তেখেতে নিজৰ গাৰ চাদৰ এখনৰ ওপৰত পাথৰখন থলে আৰু তেখেতৰ উপদেশ মতে সেই প্ৰতিনিধিসকলে সেই কাপোৰখন কেউফালে ধৰি ওপৰলৈ তুলি, য'ত বহুৱাব লাগে, তাৰ ওপৰলৈ নিয়াত, তেখেতে তেতিয়া চাদৰখনৰ ওপৰৰপৰা পাথৰখন হাতেৰে তুলি নি সেই ঠাইতে বহুৱাই দিলে। তেখেতে এইদৰে এই আসন্ন ভয়ানক বিপদৰ পৰা মক্কাক ধ্বংসকতে ৰক্ষা কৰিলে। সকলোৱে সন্তুষ্ট হৈ "মৰ্হাবা, মৰ্হাবা" বুলি তেখেতক শলাগিবলৈ ধৰিলে।

কা'বাই হৈছে আৰবৰ মাজত যাই দোল। ইয়াত ৩৬০ টা মূৰ্ত্তি আছিল। কোৰেচবিলাক এই দোলৰ দলৈ বাবে তেওঁলোকৰ মান সকলোতকৈ বেচি আছিল। কা'বা ন-কৈ সজোৱাৰ পাচত তেওঁলোকৰ 'মই-বৰ' ভাৱটো অতপাকৈ চৰি, তেওঁলোক গজাটোপৰ দৰে ওফন্দি পৰিল। তেওঁলোকে ভাবিলে যে, তেওঁলোকৰ এটা সম্মান-সূচক বিশেষত্ব থাকিব লাগে। সেইদেখি তেওঁলোকে ঘোষণা কৰি দিলে যে, আন হাজীৰ দৰে তেওঁলোক আৰফাতলৈ যাব নেলাগে আৰু পোছাকো সলাব নেলাগে, কিন্তু আন হাজীসকলে হলে নিজৰ পিন্ধা কাপোৰ-কানি এৰি কোৰেচবিলাকৰ সাজ-পাৰ পিন্ধিব লাগিব; তাকে নকৰিলে তেওঁলোকে নাঙঠ হৈ কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) কৰিব লাগিব আৰু মক্কাত থকা কেইদিন বাহিৰৰ পোছাক আৰু বস্তু-বেহানি একো ব্যৱহাৰ কৰিব নোৱাৰিব। ইছলাম ভালকৈ প্ৰচাৰ

হোৱাৰ আগলৈকে এনে ব্যৱস্থা অনুসৰি কাম চলি আছিল; কিন্তু ৰছুল-কৰিমে (দঃ) এইবোৰ অন্যায়ৰ বিৰুদ্ধে থিয় হৈ ঘোষণা কৰি দিলে যে, সকলো মানুহৰ অধিকাৰ আৰু দায়ীত্ব সমান, তেখেতে নিজেই আৰ্ফাতলৈ গৈ সকলো হাজীৰ লগত মিলি ন্যায় আৰু সাম্যৰ চানেকি দেখুৱালে।

## আৰবত আকাল।

এই সময়ত আৰবত ভয়ানক আকাল হোৱাত, সকলো মানুহে হাঁ হাঁ কা-কা. কৰিবলৈ ধৰিলে। বহুত মানুহ খাবলৈ নেপাই সিফলীয়া হ'ল। এই বিলাই দেখি ৰছুল-কৰিমৰ (দঃ) হিয়া পমি গ'ল। তেখেতে নিজৰ বিবি খদিজাৰ সাঁচি থোৱা ধন অকাতৰে দুখীয়া-বিলাকক বাঁটি দিবলৈ ধৰিলে আৰু বিবিয়েও নিজে এই দুখীয়া-বিলাকৰ বিশেষ যত্ন লবলৈ ধৰিলে। তেওঁলোক দুইবো চেষ্টাতহে এই মানুহবিলাক ৰক্ষা পৰিল।

## বাইবেলৰ সাক্ষ্য।

'আগৰ ঈশ্বৰাদিষ্ট ধৰ্ম্ম-পুথিবিলাকে অনেক ঠাইত ৰছুল-কৰিমৰ (দঃ) আবিৰ্ভাবৰ বিষয় উনুকিয়াই গৈছে। এই সম্বন্ধে যীশুৰ ভবিষ্য-বাণী এই—"মই সঁচাকৈ কৈছোঁ, মোৰ যোৱাত তোমালোকৰ উপকাৰ আছে, কাৰণ মই নগলে শান্তিদাতা ( Comforter ) তোমা-

লোকৰ ওচৰলৈ নাহিব, কিন্তু যদি যাওঁ, তেন্তে তোমালোকৰ ওচৰলৈ পঠিয়াই দম।" —( যোহন ১৬ অধ্যায় ৭ শ্লোক )

যীশু চলাৰ পাচত তেওঁৰ প্ৰধান শিষ্য যোহনক ( John ) তেওঁ সমাজিকত ভাবী নবীৰ পৰিচয় যেনে দৰে দিছিল, তাক আৰবী বাইবেলৰপৰা তলত তুলি দিয়া হৈছে:—

'পাচত মই দেখিলোঁ। স্বৰ্গ মুকলি হৈ গল, আৰু চোৱাঁ' বগা বৰণৰ এটি ঘোঁৰা, যিজন তাৰ ওপৰত বহি আছে, তেখেতৰ 'আমীন আৰু 'চিাদ্দক' ( বিশ্বাস্য আৰু সত্যবাদী ) নাম হব আৰু তেখেতে ধৰ্ম্মশীলভাবে বিচাৰ আৰু ৰণ কৰিব আৰু তেখেতৰ এটি লিখা নাম আছে, তেখেতত বাজে সেইটি আন কেৱে নেজানে।"

আৰবীত আজিলৈকে ঠিক এই "আল আমীন আৰু আচ্ছাদিক" শব্দই বৰ্ত্তমান আছে। সেই লিখা নামটি—"মোহম্মদ" তেখেতৰ আগেয়ে এই নাম আৰবত কাৰো নাছিল। তৰোৱালৰ সহায় নহলে ন্যায়ক জগতত প্ৰতিষ্ঠিত কৰা অসম্ভৱ। ৰছুল কৰিমেই (দঃ) সেই ন্যায় বিচাৰ আৰু ন্যায় যুদ্ধৰ কৰ্ত্তা আৰু তেখেতই সেই বগা ঘোঁৰাৰ আৰোহী।

যীশুয়ে বনি ইস্ৰাইলক ( Israelites ) সম্বোধন কৰি কৈছিল:— "মই ( আল্লাৰ ফালৰপৰা ) তোমোলাকৰ কাৰণ আহিছোঁ, মোৰ পাচত 'আহমদ্' নামেৰে ৰছুল আহিব, তেওঁৰ ( আগমনৰ ) সুসংবাদ দিছোঁ।' বাইবেল আদিতে হিব্ৰু ভাষাত আছিল। মূল হিব্ৰু বাইবেলত "মোহম্মদীম" ( মহিমান্বিত মোহম্মদ ) নামটি এতিয়ালৈকে আছে। পাচত গ্ৰীক ভাষাত বাইবেলৰ ভাঙনী হোৱাত শব্দটো Periclytos বুলি ভঙা হল। চেণ্ট্ জনৰ গ্ৰীক বাইবেলত অলপ লৰচৰ, কৰি Periclytos ৰ ঠাইত Paracletos লিখা হল। কোনো কোনো

নতুন হিব্রু বাইবেলতো Periclytos নামটি পোৱা যায়। মূল হিব্রু বাইবেলৰ এটা ইংৰাজী ভাঙনীত আছে "...... and the Himda of all the nations will come ··and in this place I will give Shalom, says the Lord of hosts (Haggai. ii. 7—9)। হিব্রু 'Himda,' আৰবী 'মোহম্মদ' 'আহমদ্' শব্দ হম্দ্ (প্রশংসা আৰু স্তুতি) ধাতুৰ পৰা ওলাইছে। Periclytos, 'মোহম্মদ' আৰু 'আহমদ' দুইবো অর্থ একে—শলাগৰ পাত্র।. Paracletos শব্দৰ একো অর্থ নাই, কিন্তু ইয়াক ইংৰাজীত কোনোৱে কোনোৱে শান্তিদাতা (Comforter) বুলি ভাঙিছে। চাৰ উইলিয়ম মুয়ৰৰ নিচিনা খৃষ্টান লিখকেও স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে, Paracletos শব্দটো আহ্মদ' শব্দৰ অর্থত ব্যৱহৃত হৈছিল। 'Shalom' আৰু 'ইছ্লাম' শব্দ 'চলম্' ধাতুৰ পৰা ওলাইছে, অর্থ একে।

বাইবেলৰ এঠাইত আছে—"Behold I will send my messenger, suddenly he will come to his temple (of Jerusalem). He is the Messenger of the Covenant with whom you are pleased" —The last book of Old Testament called Mallachai or Malachi (Chap. iii. 1). জেৰুজেলামৰ মছজিদ্ 'মছ্জিদ্ আক্চাৰ' বুলিছে। তালৈ হঠাৎ বছুল-কৰিমেহে (দঃ) মে'ৰাজ খৰিকলৈ যাওঁতে এনেকৈ গৈছিল।

## জায়েদ-বেন্-মোহম্মদ।

ইছ্লামৰ বহুত দিন আগৰে পৰা পৃথিৱীত বন্দী-বেটী বেচা-কিনা প্রথা চলি আছিল আৰু প্রত্যেক ধনী মানুহৰে বন্দী-বেটী আছিল।

ৰচুল-কৰিমৰ (দঃ)· আগেয়ে এই উপায়হীন নিৰীহ বন্দী-বেটীবিলাকৰ শোচনীয় অৱস্থালৈ কোনো মহাপুৰুষে মনকাণ দিয়া নাছিল। বুখৰীয়ে সাক্ষ্য দিছে যে, জায়েদ নামেৰে এটি লৰাক্ তেওঁৰ বংশৰ শত্রু পক্ষই কেনেবাকৈ ধৰি নি মক্কাত বিবি খদিজাৰ ভতিজা হাকিমক বেচে। তেতিয়াৰ নিয়ম অনুসৰি এনেকৈ ধৰি নিয়া মানুহটোৰ পো-পোৱালী সকলোবোৰ খ্ৰতকাৰীৰ বন্দী-বেটী হৈ পৰে। গিৰিহঁতে যিহকে ইচ্ছা কৰে, সেই বন্দী-বেটীক তাকে কৰিব পাৰে। এই নিয়ম যে অকল আৰবতে আছিল এনে নহয়। জগতৰ সকলো ঠাইত্ তেতিয়া এনে অত্যাচাৰ আছিল। ৰচুল-কৰিমৰ (দঃ) বিয়াৰ পাচত বিবি খদিজাই তেখেতৰ আল-পৈচানৰ নিমিত্তে জায়েদক তেখেতক গতাই দিলে। তেখেতৰ জীৱনত বন্দীৰ গিৰিহঁত হোৱাটো এয়ে প্ৰথম। "মানুহ আল্লাৰহে বন্দী-বেটী আৰু আল্লাইহে মানুহৰ একমাত্র গিৰিহঁত"—এই মন্ত্র যাৰ, তেখেতৰ আগত বন্দী-বেটীৰ কিবা পাৰ্থক্য থাকিব পাৰেনে? তেখেতে জায়েদক তেতিয়াই খালাচ কৰি দিলে। জায়েদে তেখেতৰ মৰম-বেথা পাই কেইদিন মান থাকিয়েই একেবাৰেই ভোল গ'ল। মানুহে জায়েদক "জায়েদ-বেন্ মোহম্মদ" (মোহম্মদৰ পো জায়েদ) বুলিহে মাতিছিল।

বহুত দিনৰ পাচত জায়েদৰ বাপেক হাৰেছে জায়েদক মুক্ত কৰি নিবলৈ মক্কালৈ আহি ৰচুল-কৰিমৰ (দঃ) ওচৰত বহুত কাণ্ড-বাণ্ড কৰিলে। তেখেতে ক'লে "জায়েদ মুক্ত স্বাধীন, য'লৈকে যাবলৈ ইচ্ছা কৰে যাব পাৰে. মই টকা-পয়চা একো নবিচাৰোঁ"। বাপেকে জায়েদক ঘৰলৈ নিবলৈ খোজাত, জায়েদে ক'লে "য়্যা ৰচুলুল্লাহ! মোৰ বোপাই-ককাই, যথাসৰ্ব্বস্ব আপুনিয়েই। মই জীয়াই থাকোঁমানে আপোনাৰ পদ-সেৱা কৰি থাকিম।" মুঠতে জায়েদে ৰচুল-

কৰিমক (দঃ) এৰি যাবলৈ একোপধ্যে মান্তি নহল। জায়েদ পৰম ভক্ত হৈ পৰিল, যাব ক'ত! বাপেকেও অৱস্থা বুজি অতি বং মনেৰে জায়েদক ৰছুল-কৰিমক গতাই দিলে। তাৰ পাচত বাপেকে ক'লে—"য়্যা ৰছুলুল্লাহ! জায়েদক মানুহে গোলাম বুলিব, এই অপমান বংশানুক্ৰমে সহিব লাগিব। ইয়াৰ দিহা কি?" এই কথা শুনা মাত্ৰকে ৰছুল-কৰিমে (দঃ) জায়েদক ক'বালৈ লৈ গ'ল। তাত বহুত মানুহ গোট খাই আছিল। তেখেতে সেই মানুহবিলাকৰ ওচৰলৈ গৈ চিঞৰি ঘোষণা কৰি দিলে—"আপোনালোক সাক্ষী থাকিব, এই জায়েদ মোৰ পো, তেওঁ মোৰ আৰু মই তেওঁৰ উত্তৰাধিকাৰী।" তাৰ পাচত জায়েদে অনেকবাৰ সেনাপতিৰ পদ পাইছিল। ইছলামৰ আবিৰ্ভাবৰ আগেয়েই এই ঘৃণিত বন্দীক ৰছুল-কৰিমে (দঃ) পোৰ আসনত বহুৱাইছিল। প্ৰেমৰ আৰু মহত্বৰ এনে স্বৰ্গীয় চিত্ৰ দেখা পাবলৈ আৰু আছেনে? ই কাৰ্য্যক্ষেত্ৰত ধৰ্ম্মৰ মহান আৰ্হি।

## হেৰা পৰ্ব্বত—জবল নুৰ।

ৰছুল-কৰিম (দঃ) নিচেই কুমলীয়া কালৰেপৰা অনেক সময়ত ধ্যান যোগ। ফানা (নশ্বৰ) দুনিয়াৰ সকলো ৰজ-ধেমালিৰ পৰা আঁতৰত থাকি নিজপ্ৰান ঠাইত গৈ আল্লাৰ ধ্যানত মগ্ন হৈ থাকে। পচিমে লোহিত সাগৰ, দক্ষিণে আৰব সাগৰ, পূবে পাৰস্য উপসাগৰ, ইউফ্ৰেটিচ্ আৰু তাইগ্ৰিচ্ নৈ আৰু উত্তৰে প্যালেষ্টাইন প্ৰদেশ, এই চাৰি সীমাৰ ভিতৰৰ সকলো ঠাইতে পাপৰ সোঁত অতি প্ৰবল বেগেৰে বৈ আছিল। ইয়াৰ সমাজৰ এনে দুৰ্দ্দশা দেখি কোনো ৰজাৰ বা শাসকৰ মনত আঘাত লগা নাছিল। কিন্তু 'উম্মি'

(·নিবন্ধৰ) নবী-কৰিমেহে (দঃ) ব্যথিত, বিচলিত আৰু চিন্তিত হৈছিল, এই বিষয়ত তেখেতৰ লগৰীয়া কোনো নাছিল। দিনে ৰাতিয়ে তেখেতে ইয়াকে ভাবিছিল যে, এই পৃথিবী এখন কৰ্ম্ম-ক্ষেত্ৰ মাথোন—এলাহ আৰু অযত্নত দুদিনীয়া জীৱনটো এনেই কটোৱা অন্যায়। মই কোন? কেলেই এই পৃথিবীলৈ আহিছোঁ? মোৰ ইয়াত কি কৰিব লাগিব? আকৌ মই ক'লৈ বা কাৰ ওচৰলৈ গৈ মোৰ 'আমল-নামা' (কাৰ্য্য-কলাপৰ বিৱৰণী) দিব লাগিব? এইবোৰ চিন্তাই আৰু ভাবে তেখেতক অধীৰ কৰি তুলিছিল আৰু কন্দুৱাইছিল।

৩৫ বছৰ বয়সৰেপৰা তেখেতক এই ভাব আৰু চিন্তাই ব্যাকুল কৰিলে আৰু তেখেতৰ চকু দুইটিত এক অপূৰ্ব্ব নুৰ (জেউতি) দেখা গৈছিল। মাজে মাজে তেখেতে কাণেৰে শুনিবলৈ পায় যেন কোনো-লোকে কৈছে—"য়্যা মোহম্মদ! আন্তা ৰছুলুল্লাহ" (হে মোহম্মদ! তুমি আল্লাৰ ৰছুল)। কিন্তু কাকো দেখা পোৱা নেযায়। পোনতে তেখেতে সমাজিৰ্কত মাজে মাজে 'অহী' (ভাব-বাণী) পাইছিল আৰু দোকৃমোকা-লিত যেনে দেখা পোৱা যায়, তেনে এটা বগা নুৰ (জেউতি) অনেক সময়ত দেখিছিল। লাহে লাহে মানুহৰ হাই-উৰুমি গোল-মাল ভাল নলগা হল। নিজগ্নাল ঠাইহে ভাল লগা হল। এই সময়ত তেখেতে যি ৰাজ্যত সোমাইছিল, সেই ৰাজ্য আমাৰ অপৰিচিত। তাৰ কথা বেলেগ, কাণ্ড-কাৰখানা বেলেগ। যি তালৈ গৈছে, তেওঁহে মাথোন বুজিব—সেই ৰাজ্য নো কি? আজি কালি অনেকে দুই এটা জ্ঞান-বিজ্ঞানৰ পুথিৰ পাত লুটিয়ায়েই নানা প্ৰকাৰৰ জটিল আওপকীয়া কূট প্ৰশ্ন কৰে। আৰু ধৰ্ম্ম-শাস্ত্ৰৰ কথাবিলাক টিলিঙ্কি-মাৰি উৰাই দিব খোজে। তেওঁলোকে যেন থিয়চকি আৰু পিৰি-চুৰেলিজমৰ খনচেৰেক পুথি পঢ়ি চায়। তেতিয়াহে তেওঁলোকে

জানিব পাৰিব যে. ইয়াত কি বৈজ্ঞানিক সত্য লুকাই আছে।

এই সময়ত (ৰমজান মাহ ৬০৯ খৃঃ) ৰছুল-কৰিমে (দঃ) মক্কাৰ পৰা তিনি মাইল আঁতৰত থকা গছ-গছনি শূন্য হেৰা নামেৰে পৰ্ব্বতৰ গাঁত এটাত দিন ৰাতি বহি আল্লাৰ ধ্যানত মগ্ন হৈ থাকে। এই গাঁতটি দীঘে ৮ হাত আৰু বহলে প্ৰায় ২ হাত মান হ'ব। তাত কোনো ফালে মানুহ নাই, তাত জাই-উৰুমি নাই—নিতাল নিমাত নিষ্পন্দ। কেউফালে মৰুভূমি। তেখেতৰ তাত জ্ঞান নাই ধ্যান আছে। ভাষা নাই, আশা আছে। আহাৰৰ কথা তেখেতৰ মনতেই নপৰে, আল্লাৰ নামেই আহাৰ। কেতিয়াবা মনত পৰিলে বিবি খদিজাৰ ওচৰলৈ আহি কিবা-কিবি লৈ যায়. পাহৰি গলে বিবিয়ে নিজে নি দি আহেগৈ। ধ্যানত মগ্ন, কিন্তু ভিতৰত কঁপনিৰ ওপৰত কঁপনি—কঁপনিহে কঁপনি। কেতিয়াবা হাঁহে, কেতিয়াবা কান্দে। তেখেতৰ বাজে ভিতৰে কেৱল 'নুৰ'—কেৱল জ্যোতি। সেই দেখি, এই পৰ্ব্বতৰ নাম 'জবল-নুৰ' (জেউতিৰ পৰ্ব্বত) হ'ল।

এনেকৈ থাকোতে থাকোতে ৬ মাহৰ পাচত যেই দিনাখন তেখেতৰ বয়সে চল্লিশৰ ডেওনা ডেইছে, সেইদিনা, এই সাধনাৰ সিদ্ধি, ধ্যান-যোগৰ অন্ত পৰিল আৰু কৰ্ম্ম-যোগৰ আৰম্ভ হ'ল।

## নবুয়ৎ (ভাববাদীত্ব) লাভ।

ৰমজান মাহৰ ২৭ তাৰিখ—'শ্বৱ-কদৰ' (সন্মানৰ ৰাতি)—এই শুভ ৰাতি হজৰত ৰছুল-কৰিমে (দঃ) 'হেৰা' গাঁতত সোমাই বহি আছে—ধ্যান-মগ্ন যোগী, যোগ-মগ্ন সাধক। নিশা ভৰ-দুপৰ, জগত নিমাত নিতাল,—এনেতে অকস্মাৎ এটি শব্দ হল। তেখেতৰ ধ্যান ভাগি গ'ল, গাৰ নোম শিয়ৰি উঠিল। কেইদিনমান আগৰেপৰা "য়্যামো' হম্মদ! আন্তা ৰছুলুল্লাহ"—এই কথাবাৰ আকৌ তেখেতৰ কাণত

জিব্ৰাইল (আঃ) ৰ আগমন।

পৰিল ; দেখিলে 'নুৰ'ৰ মাজৰপৰা এটি অলৌকিক বিৰাট মূৰ্ত্তি ওলাল। যি জনে এই কথাষাৰ কৈছিল, আজি তেওঁ দেখা দিলেহি। সেই জনাই হৈছে আল্লাৰ 'ফিৰিস্তা' (স্বৰ্গীয় দূত) কহল আমীন জিব্ৰাইল আঃ (Archangel Gabriel)। সেই 'ফিৰিস্তাই' ওচৰলৈ আহি ৰছুল-কৰিমক (দঃ) সাৰটি ধৰি ক'লে—"একৃৰা" (পঢ়া)। তেখেতে কলে—"মা আনা বেকাৰীণ" (মই পঢ়িব নেজানো)। তেতিয়া 'ফিৰিস্তা'ই নিজৰ বুকু তেখেতৰ বুকুত লগাই তেখেতক গালৈ চপাই আলিঙ্গন কৰি, এৰি দি আকৌ কলে—"একৃৰা"। এইদৰে তিনি বেলি এনে কৰাৰ পাচত হঠাৎ তেখেতৰ পবিত্ৰ মুখেদি সেই শব্দ উচ্চাৰিত হল আৰু পাচত 'ফিৰিস্তাই' মাতিবলৈ ধৰিলে—

| | |
|---|---|
| একৃৰা ; বেএছ্‌মে ৰব্বকাল্লাজি খালাকা ;— | (হে মোহম্মদ) পঢ়া! তোমাৰ সেই প্ৰভুৰ নাম লৈ—যি জনে (সকলো বস্তু) সৃষ্টি কৰিছে— |
| খালাকাল্ এন্‌ছানা মেন্ আলাক্ ;— | যি জনে "আলাক" (জমাতেজ, কীটাণু বা প্ৰেমৰ)ৰ পৰা মানুহক সৃষ্টি কৰিছে— |
| একৃৰা (১) ; ৰাবাব্বোকাল্ আক্‌ৰামোল্লাজি ; আল্লামা বেল্ কলামে :— | পঢ়া (বা বিশ্বমানৱক আহ্বান কৰা)—তোমাৰ সেই মহিমা-ময় (প্ৰভু তেওঁৰ নাম লৈ)—যি জনে (সাধাৰণতঃ) কলমৰ সাহায্যৰে (জ্ঞান) শিক্ষা দিছে— |

(১) কোৰআন শৰিফৰ কোনো ব্যাখ্যাকাৰীয়ে "একৰা" শব্দৰ অৰ্থ আহ্বান কৰা লৈছে।

| | |
|---|---|
| অল্লামাল এন্‌ছানা :— | মানুহক (কলমৰ সহায়ত্তাত বাজে) শিক্ষা দিছে (এনে তত্ত্ববোধ) |
| মালাম্ ইয়ালাম্ :— | যি সি নেজানিছিল। |

(কোৰআণ-চুৰা আল্ আলকৰ প্ৰথমাৰ্দ্ধেক)

ৰছুল-কৰিমে (দঃ) তেওঁৰ লগে লগে এই কেই ফাকি মাতিলে।

হজৰত জিব্ৰাইল (আঃ) গুচি গ'ল, কিন্তু ৰছুল-কৰিমৰ (দঃ) হিয়া ধৰ্‌ফৰাবলৈ ধৰিলে। তেখেতে বিবি খদিজাৰ ওচৰলৈ আহি বিচুৰ্ত্তি খাই কঁপি কঁপি কলে—"মোক কাপোৰ দি ঢাকা. মোৰ গা কঁপিছে।" বিবিয়ে তাকে কৰিলে। পাচত ভয়টো মাৰ গ'লত, ৰছুল-কৰিমে (দঃ) তেওঁক 'হেৰা'ৰ সদৌ কথা এটা এটাকৈ কৈ ক'লে—মোৰ নিজৰ সম্বন্ধে ভয় হৈছে।" বিবিয়ে তেখেতক সান্ত্বনা দি কলে—"আপুনি কেলেই নাহকতে ভয় খাইছে? আল্লাই আপোনাক কেতিয়াও বেয়া নকৰে। আপুনি দেখোন সদায় আপোন মানুহবিলাকক মৰম-বেথা কৰে, বিপন্ন আৰু নিঃসহায়ৰ বন্ধু, কঙ্গাল দুখীয়াৰ সাৰথি, মাউৰাৰ প্ৰতিপালক, আলহীৰ আশ্ৰয়দাতা।" তাৰ পাচত বিবিয়ে তেখেতক লগত লৈ তেওঁৰ দদায়েকৰ পুতেক অ'ৰ্কা-বেন্ নওফেলৰ ওচৰলৈ নিলে। অ'ৰ্কা এজন ডাঙৰ বুঢ়া আথকৰা পণ্ডিত। তৌৰাত আৰু ইঞ্জিল শাস্ত্ৰ তেওঁ ভালকৈ পঢ়িছিল, কিন্তু কণা আছিল। তেওঁ ওৰবেপৰা মুৰলৈকে সকলো কথা শুনি চিঞৰি উঠিল—"কুদ্দুচ্, কুদ্দুচ্" (পবিত্ৰ, পবিত্ৰ)। এওঁ নিশ্চয় সেইজন মহাপুৰুষ, যাৰ কথা তৌৰাত আৰু ইঞ্জিলে উল্লেকিয়াইছে।" যদি মই জীয়াই থাকো মই আপোনাক সহায় কৰিম।" কিন্তু দুখৰ বিষয় অলপ দিনৰ পাচতে অ'ৰ্কাৰ মৃত্যু হয়।

এই 'অহী' (ঐশীবাণী) দ্বাৰা এইটো শিক্ষা দিলে যে, হে মোহম্মদ্ (দঃ) কেৱল পৰ্ব্বতৰ গাঁতত সোমাই সমাজৰ কাৰণ, সমাজ-মঙ্গলৰ কাৰণ চিন্তা কৰিলেই নহব, সমাজক আল্লাৰ নামলৈ আহ্বান কৰিব লাগিব। হে ৰহমানুৰ'হিম! তুমি অসীম, তোমাৰ নামৰ মহিমাও অসীম, সেইবাবে অসীম মানুহেও তোমাৰ নামৰ মহিমাত অলৌকিক আৰু অসাধ্য কাম কৰিব পাৰে! ধন্য তোমাৰ নামৰ মহিমা! ধন্য তোমাৰ নামৰ গৰিমা

মৰুভূমিৰ এই "উম্মি" (নিৰক্ষৰ) ৰছুলকৰিমে (দঃ) দুদিনৰ পাচত জ্ঞানৰ এনে তথ্য প্ৰচাৰ কৰিলে—আগেয়ে নশুনা-নুশুনা এনে সত্য জগতৰ আগত দাঙ্গি ধৰিলে, যাক দেখি সদৌ জগত তধা লাগিল। যুগে যুগে জ্ঞানৰ চৰ্চ্চা যেতেকতে বাঢ়িব, সেইবিলাক তথ্যৰ সত্যতা আৰু গুৰুত্বত্ত তেতেকতে বেচিকৈ মানুহে বুজিব পাৰিব। আহা! এনে অজ্ঞান, অসভ্য, অনাদৃত, কুসংষ্কাৰেৰে পৰিপূৰ্ণ মূৰ্খ জাতিৰ মাজত এই "উম্মি-এতীমৰ" জনম—যি জনে ৰাজ-নীতি, সমাজ-নীতি, ধৰ্ম্ম-নীতি, অধ্যাত্মিক-তত্ত্ব, দেশ-শাসন, প্ৰজা-পালন, যুদ্ধ-বিগ্ৰহ ও সন্ধি, দৰ্শন বিজ্ঞান, কৃষি-শিল্প আৰু বেহা-বেপাৰ আদি জ্ঞানৰ বিভাগে পতি এনে সুন্দৰকৈ নিজৰ মহিমা দেখুৱাই গৈছে যে, সদৌ জগতে আজিলৈকে তাৰ অকণমানো খুঁত উলিয়াব পৰা নাই আৰু কেতিয়াও নোৱাৰে।

এই "উম্মিৰ" হিয়ালৈ ক'ৰপৰা এই জ্ঞানৰ আকৰ আহিল? অনন্ত জ্ঞানৰ সেই মহীয়ান মহাকেন্দ্ৰৰ পৰা জ্ঞানৰ পূৰ্ণ জ্যোতি আহি তেখেতৰ মোবাৰক (পবিত্ৰ) হিয়াত বিকাশ পালেহি? ইয়াৰেই নাম 'নবুয়ৎ' (ভাববাদীত্ব)।

সেই 'তৌহিদ'ৰ (একত্ববাদৰ) মহান ধ্বনি অলেখ বাধা-বিঘিনিলৈ

আওকাণ কৰি বিপুল মৰুভূমি আৰু পৰ্ব্বত-পাহাৰ ভেদ কৰি আৰু বিশাল সাগৰৰ বুকুৰ মাজেদি গৈ সদৌ জগতত বিয়পি পৰিছে। সেই তৌহিদৰ মধুৰ ধ্বনিয়ে টোপনিত কাল-কাল হৈ থকা জগতৰ অসংখ্য মতা-তিৰোতাৰ কাণত সোমাই মোহনিদ্ৰাৰ পৰা জগাই দি অসাধ্য আৰু কল্পনাতীত কামৰ দ্বাৰা জগতৰ বুৰঞ্জীক তধা লগাই দিছে।

হেৰা গাঁততে পোন প্ৰথমে কোৰ্‌আন শ্বৰীফৰ "আল আলক"ৰ চুৰাৰ আগছোৱা 'নাজিল' (অৱতীৰ্ণ) হয়। আজি মিছাৰ বিৰুদ্ধে সত্যৰ, পাপৰ বিৰুদ্ধে পুণ্যৰ আৰু শ্বয়তানৰ বিৰুদ্ধে স্বৰ্গৰ ৰণ-শিঙা বাজি উঠিল।

এই ঘটনাৰ পাচতো ৰছুল-কৰিমে (দঃ) প্ৰায় ৰাতি হেৰাত সোমাই আল্লাৰ ধ্যানত মগ্ন হৈ থাকে আৰু সময়ে সময়ে হজৰত জিব্ৰাইল (আঃ) আল্লাৰ হুকুম মতে, অৱস্থা আৰু আৱশ্যক বুজি, তেখেতৰ ওপৰত কোৰ্‌আনৰ ভিন্ ভিন্ আয়ত (শ্লোক) 'নাজিল' কৰি যায়। অকল হেৰাতেই যে "অহী" (ভাব বাণী) 'নাজিল' হৈছিল এনে নহয়। শোৱাতে, সপোনত, খাওঁতে, বহোঁতে, ফুৰোঁতে আৰু ৰণত ভিন্ ভিন্ 'আয়ত' নাজিল হৈছে। ২৩ বছৰে গোটেই কোৰ্‌আন মজিদ সম্পূৰ্ণ হয়। 'আয়ত' বোৰ ৰছুল-কৰিমৰ (দঃ) পবিত্ৰ মুখৰ পৰা ওলোৱা মাত্ৰকে ছাহাবাসকলে কণ্ঠস্থ কৰি কোনোৱে শিলত বা কোনোৱে ভেড়া ছাগলীৰ ছালত লিখি থয়। এই ঠাই-ঠাই হৈ থকা লিখি-থোৱা আটাইবোৰ 'আয়ত' গোটাই পাচে হজৰত আবুবকৰৰ খিলাফতৰ সময়ত বৰ্ত্তমান কোৰ্‌আন মজিদৰ আকাৰত উলিওৱা হয়।

ৰছুল-কৰিমৰ (দঃ) আগেয়ে হৈ যোৱা নবীসকলৰ ওপৰত অৱতীৰ্ণ হোৱা ধৰ্ম্মশাস্ত্ৰৰ বিধানবোৰ বিশেষ বিশেষ কৈদ, দেশ আৰু কালৰ নিমিত্তে নিৰ্দ্দিষ্ট আছিল বুলি সেই বিধানবোৰ সদৌ জগতৰ ক্ৰমোন্নত

মানৱ জাতিৰ অনুপযোগী হৈ পৰিল। আৰু আগৰ শাস্ত্ৰবিলাকত যি অসম্পূৰ্ণতা আছিল, তাক পূৰা কৰি আল্লাহতা'লাই পাক কোৰ-আনক সকলো জাতি দেশ আৰু কালৰ উপযোগী কৰি ৰছুল-কৰিমৰ (দঃ) ওপৰত অৱতীৰ্ণ কৰিলে।

ৰছুল-কৰিম (দঃ) যে ক'লৈ গৈছে, ক'লৈ আহিছে, কি কৰিছে, তেখেতে একো বুজিব পৰা নাই। পূৰ্ণজ্যোতি দেখি পোনতে অলপমান বিচুৰ্ত্তি হৈ পৰিছিল। যি কৰ্ত্তব্য পালন কৰিবলৈ তেখেতক তৈয়াৰ কৰা হৈছে, সেইটো উলামুলা কাম নহয়। পৃথিৱীৰ সকলো মানুহৰ মুক্তি বাণী লৈ তেখেতে সদৌ জগতৰ কৰ্ম্মক্ষেত্ৰত নামি মুক্তিৰ ঘোষণা কৰিব লাগিব—অকল সেয়েই নহয়, তেখেত কৰ্ম্মযোগৰো মহা সাধক। ভক্তি, জ্ঞান আৰু কৰ্ম্ম তিনিওবো একেলগে সাধনা কৰিব লাগিব। গতিকে, এই কঠোৰ কৰ্ত্তব্যৰ বোজা পাই, প্ৰথম অৱস্থাত বিচলিত হোৱাবেই কথা।

নবুয়তৰ আগৰপৰাই ৰছুল-কৰিমে (দঃ) ৰ শ পৰিয়ালৰ উপ-কাৰ কৰিবলৈ চেষ্টা কৰিছিল, আনৰ দুখ-কষ্টৰ ভাৰ লৈছিল, কঙ্গালক সহায় আৰু উপায়হীনক উপায় দিছিল। এই প্ৰেম আৰু সেৱা বৃত্তি-য়েই তেখেতৰ জীৱনৰ এটা বিশেষত্ব আছিল। এইবোৰেই হৈছে তেখেতে সদায় কৰি থকা 'চুন্নত' (ৰীতি-নীতি)। এয়ে হৈছে তেখে-তৰ ৬৩ বছৰ পূৰ্ণ জীৱনৰ যাই আদৰ্শ, ইছ্লামৰ সকলো শিক্ষাৰ আৰু ব্যৱস্থাৰ মূল। কিন্তু দুখৰ বিষয়, আমাৰ মাজত আজি কালি এই স্বৰ্গীয় চৰিত্ৰৰ আভাস দেখিবলৈ পোৱা নেযায়।

জড় জগতৰ যি অলপ শক্তি, যি অলপ সৌন্দৰ্য্য দেখিবলৈ পোৱা যায়, সেই শক্তি বা সৌন্দৰ্য্যৰ অনন্ত কেন্দ্ৰ আল্লাৰ পৰাই ওলাইছে। সেইবোৰ নিজেই নিজৰপৰা ওলোৱা নাই। পৃথিৱীত ধৰ্ম্মৰ নাম লৈ

যিমান অনাচাৰ অবিচাৰ হৈছে, তাৰ কাৰণ এই—'খল্লাক'ক (সৃষ্টি-কৰ্ত্তাক) তেওঁৰ আসনৰপৰা নমাই আনি. তেওঁৰ সৃষ্টিক নি সেই আসনত বহুৱাই দিবৰ চেষ্টা কৰা হৈছে। সেই দেখি, পাক কোৰ্-আনে চিঞৰি চিঞৰি দঢ়াই দঢ়াই কৈছে যে, পৃথিবীৰ সকলো বস্তুৰ এজন মাথোন সৃষ্টিকৰ্ত্তা—আল্লাহ। পৃথিবীত যি যি বস্তু আছে, সকলোবোৰেই তেওঁৰ সৃষ্টি। গতিকে, সৃষ্টিৰ কোনো বস্তুত বা মানুহত কোনো অৱস্থাতেই ঈশ্বৰত্ব আছে বুলি ভবা অন্যায়।

আল্লাহ-তা'লাই মানুহক বিদ্যা আৰু জ্ঞানেৰে বিভূষিত কৰি 'আশ্ৰ্‌-ফুল্ মখ্লুকাত' (সকলো সৃষ্ট বস্তুৰ মাজত শ্ৰেষ্ঠ) কৈ সৃষ্টি কৰিছে।

স্বাধীন চিন্তা।

বিদ্যা উপলক্ষ আৰু জ্ঞান তাৰ লক্ষ্য। লেখনীৰ (পুথিৰ) সহায় লৈ বিদ্যা আৰ্জ্জন কৰিব লাগে আৰু বিদ্যাৰ সহায় লৈ জ্ঞান আৰ্জ্জিব লাগে। এই জ্ঞানৰ সহায় লৈ মানুহে আগেয়ে নজনা নুশুনা সত্যবিলাক জানিব পাৰে। স্বাধীন-চিন্তা ৰছুল-কৰিমৰ (দঃ) এটা উজ্জ্বল বিশেষত্ব।

মানুহে যেই সেই পুথিত কিবা এটা দেখিলেই তাক সুবুদ্ধি চকু মুদি মানি লয়। ধৰ্ম্ম বা আন ৰকমৰ জ্ঞানৰ সকলো বিভাগৰে এই অৱস্থা। জ্ঞান আৰু স্বাধীন চিন্তাৰ এই অৱস্থাই হৈছে মানুহৰ সকলো সৰ্ব্বনাশৰ মূল কাৰণ। সেই বাবে. পাক কোৰ্আনে পোন প্ৰথমতেই এই বিষয়টো ভালকৈ বুজাই দিছে যে, পুথিগত বিদ্যাই জ্ঞান নহয়, ই জ্ঞান আৰ্জ্জিবলৈ উপলক্ষ হব পাৰে, যদি তাত বা তাৰ ব্যৱহাৰত কোনো ৰকমৰ বিকাৰ নেথাকে। 'উম্মি' ৰছুল-কৰিমে (দঃ) অজ্ঞানতাৰ বিশ্বব্যাপী আন্ধাৰৰ মাজত কেৱল সেই আত্মাৰ পোহৰকে আশ্ৰয় লৈয়েই সাধনাৰ বাটত গৈ সত্যক পাইছিল।



## ইছ্‌লাম প্ৰচাৰৰ আদেশ।

দিনচেৰেকৰ পাচত আকৌ এদিন আগৰ দৰে সেই আগেয়ে শুনা শব্দ ৰছুল-কৰিমে (দঃ) শুনিবলৈ পালে। আকাশৰ কালে মূৰ দাঙি দেখিলে, হেৰা পৰ্ব্বতত আগেয়ে যি জনা ফিৰিস্তাক (স্বৰ্গীয় দূতক) দেখিছিল তেৱেঁই। তেতিয়া তেখেতে ভয় খাই ঘৰত আগৰ দৰে গাত কাপোৰ লৈ শুই থাকিল। তেতিয়া এই আয়ত (শ্লোক) নাজিল (অৱতীৰ্ণ) হয়:—"হে কম্বলেৰে ঢাকি থোৱা পুৰুষ (হজৰত মোহম্মদ্ দঃ)! থিয় (সাজু) হোৱাঁ আৰু (মানুহবিলাকক সিঁহতৰ পাপৰ অৱশ্যম্ভাবী কুফল সম্বন্ধে) সতৰ্ক কৰি দিয়াঁ; আৰু নিজৰ প্ৰভুৰ মহত্ব ঘোষণা কৰাঁ"—চুৰা মোদ্দাছেৰ, কোৰ্-আন।

জ্ঞানযোগ সিদ্ধিৰ পাচত, সেই দিনাৰেপৰা ৰছুল-কৰিমৰ (দঃ) কৰ্ম্মযোগ আৰম্ভ হল। "আল্লাহো আকবৰ" (একমাত্ৰ আল্লাই ডাঙৰ)—ইছ্‌লামৰ এই বীজ মন্ত্ৰটি প্ৰচাৰ কৰিবলৈ হুকুম হল। ইয়াকে ল'ৰা ওপজা মাত্ৰকে ল'ৰাৰ কাণত শুনোৱা যায়। তাৰ পাচত ৰাতিপুৱা, দুপৰীয়া, আবেলি, গধূলি আৰু নিশা ইয়াকেই তাৰ কাণত শুনোৱা যায়। ইদত, উৎসৱত, হজত মৰিবৰ সময়ত সদায় এই "আল্লাহো আকবৰ"—এয়ে হৈছে ইছলামৰ কৰ্ম্মযোগৰ আদি মন্ত্ৰ।

কৰ্ম্মযোগ।

এই মহা মন্ত্ৰৰ অৰ্থ, আল্লাহ সকলোতকৈ ডাঙৰ আৰু সকলোতকৈ মহৎ। গতিকে, তেওঁত বাজে সকলোৱেই সৰু আৰু হীন। জগতৰ সকলো সম্পদ, সকলো বিপদ, সকলো ভয় তেওঁৰ আগত নগণ্য। য'ত বৃহত্তমৰ সম্বন্ধ তাত নগণ্যক এৰিব লাগে। পৃথিৱীৰ কোনো হীন স্বাৰ্থৰ লোভত বা কোনো বিপদৰ ভয়ত, তেওঁক বা তেওঁৰ

কোনো হুকুমক এৰিব নোৱাৰি। কাৰণ, তেতিয়াহলে আল্লাহ বা তেওঁৰ হুকুমক তুমি আৰু সকলোতকৈ ডাঙৰ বুলি নেমানিলা। এইদৰে আল্লাক ভোল নগলে "আল্লাহো আক্‌বৰ" মন্ত্ৰৰ সাধনা সফল হব নোৱাৰে।

যিবোৰ প্ৰাকৃতিক শক্তিক অত দিনে মানুহে দেৱতা জ্ঞান কৰি পূজিছিল, সেইবোৰ মানুহৰেই দাস আৰু আল্লাৰ দ্বাৰা তেওঁৰ সেৱাত নিযুক্ত আছে। জোন, বেলি, তৰা, জুই, বতাহ, নৈ, পৰ্ব্বত, গছ-গছনি, শিল আদি আল্লাৰ সৃষ্ট বস্তু আৰু সেইবোৰৰ ঠাই মানব জাতিৰ বহুত তলত, কাজেই সেইবোৰে মানুহৰ পূজা পোৱা সম্পূৰ্ণ অযোগ্য। হিন্দুৰ দৰে মুছলমান ঘৰৰপৰা বাহিৰ হলে ভাবিব নেলাগে—কিজানি কোন দেৱতাৰ কোপানলত পৰিব লাগে বা কোন শাস্ত্ৰীয় বিধি লঙ্ঘন কৰিব লাগে। আজি তেওঁ মুক্ত প্ৰাণ, স্বাধীন জীৱ, জগতত য'তে ইচ্ছা অবাধে অহা-যোৱা, ফুৰা-চকা কৰিব পাৰে। পৰাচিতৰূপ অৰ্থদণ্ড বা অবমাননাৰ ভয় নাই।

সত্যসেৱক সমাজ-সংস্কাৰকৰ কৰ্ত্তব্য-বাটত অলেখ কাঁইট আৰু জেং আছে। নিজৰ কৰ্ত্তব্য জ্ঞানেৰে আল্লাৰ নামত বল বান্ধি, হিমালয়ৰ নিচিনা অটল, আকাশৰ নিচিনা মুকলি হিয়া লৈ, সেই বাধা বিঘিনি-পূৰ্ণ কৰ্ম্মক্ষেত্ৰত সোমাব লাগিব। ইয়াৰ পূৰা নিৰ্ভাঁজ নিখুঁণী আৰ্হি হজৰত ৰছুল-কৰিমৰ (দঃ) জীৱনত ফট ফটীয়াকৈ দেখিবলৈ পোৱা যায়।

ৰছুল-কৰিমে (দঃ) মানৱ সমাজক আল্লাৰ বাটলৈ আহ্বান কৰিবলৈ সাজু হল কিন্তু কামটো বৰ টান। দেশ জুৰি সকলোৱে বহুত দিনৰপৰা পুতলা-পূজা কৰি আহিছে; হঠাৎ তাৰ বিৰুদ্ধে সকলৈ থিয় হব লাগিব। এজন দুজনৰ বিৰুদ্ধে নহয়—গোটেই আৰব দেশৰ বিৰুদ্ধে! বিবি খদিজাই সাহ দি কলে—"প্ৰচাৰ আৰম্ভ কৰক; নিশ্চয় আল্লাহ আপোনাৰ সহায় হব।"

জনাব ৰেছালৎমাবে পোনতে বাছি বাছি আপোন মানুহৰ ঘৰে ঘৰে মনে মনে সেই সত্য সনাতন ইছ্‌লাম-শিক্ষা বজাবলৈ ধৰিলে।

তেখেতে কলে—"আহাঁ ভাই! আল্লাৰ তত্ত্বৰাহক প্ৰথম মোছ্‌লিম দল। মই, আল্লাৰ বাণী তোমালোকক শুনাবলৈ আহিছোঁ। কাণ পাতি মন দি শুনাঁ—"লা ইলাহা ইল্লাল্লাহ্‌ মোহম্মদৰ ৰছুলুল্লাহ্‌" (আল্লাত বাজে উপাস্য নাই, মোহম্মদ তেওঁৰ ৰছুল)

কোনোৱে নুশুনিলে, কোনোৱে নুবুজিলে, সকলোৱে হাঁহি উৰাই দিলে। তেখেতে নিৰাশ হৈ ঘৰলৈ উভতিলে। কিন্তু আল্লাৰ কাম কোনেও ভেটা দি ৰাখিব নোৱাৰে। বিবি খদিজাই পোন প্ৰথমেই আগ বাঢ়ি কলে—"মই নিমন্ত্ৰণ গ্ৰহণ কৰিলোঁ; মোক আল্লাৰ বাট দেখুৱাই দিয়ক।" ৰছুল-কৰিমে (দঃ) নিজৰ কাম কৰি গৈ আছে—শুনা, নুশুনা সিহঁতৰ ইচ্ছা। দিনচেৰেকৰ পাচতে তেখেতৰ দদায়েকৰ পুতেক হজৰত আলীয়ে, বাপেকে নজনাকৈ, মুছলমান হয়। তেওঁৰ বয়স তেতিয়া ৯ বছৰ মাথোন। তাৰ পাচত তেখেতৰ আলধৰা উম্মে-আয়মান্‌, ল'ৰাকালৰ বন্ধু হজৰত আবুবকৰ চিদ্দিক, আৰু তেখেতে মুক্ত কৰি দিয়া জায়দে ইছ্‌লাম্‌ গ্ৰহণ কৰে। কাৰণ, এওঁলোৱে নবুয়তৰ আগৰেপৰা ৰছুল-কৰিমক (দঃ) ভালকৈ জানিছিল। তাৰ অলপ দিনৰ পাচত হজৰত বিলাল, হজৰত আমৰ-বেন্‌-আব্বাছা, হজৰত খালেদ-বেন্‌ছায়াদে ইছ্‌লামত দীক্ষিত হয়। তিৰোতাৰ মাজত বিবি খদিজাৰ পাচত, হজৰত আব্বাছাৰ বিবি উম্মল ফাজ্‌ল, হজৰত আমিছৰ জীয়েক আছ্‌মা, হজৰত ওমৰৰ ভনীয়েক ফাতিমা পোনপ্ৰথমে মুছলমান হয়।

ৰছুল-কৰিমৰ (দঃ) খাই ভক্ত হজৰত আবুবকৰ চিদ্দিক এজন ধনী, মানী, ধীৰ, জ্ঞানী, সাধু আৰু নামী মাউদ আছিল। তেওঁৰ নাম

আছিল আব্দুল্লাহ-বেন্-ওছ্মান ওরফে আবুকোহাফা। তেওঁ রছুল-করিমতকৈ ২ বছৰৰ সৰু। তেৰোঁ। ইছ্লাম প্রচাৰ কৰিবলৈ ধৰিলে। হজৰত বিলালক এৱেঁই কিনি আনি মুক্ত কৰি দিলে।

নবুয়তৰ পাচত ৩ বছৰলৈকে এইদৰে মনে মনে ইছ্লাম প্রচাৰ হয়। সত্য আৰু ন্যায়ৰ প্রভাৱত্ বাজে আন কোনো প্রলোভন নাছিল; কোনো আকর্ষণ নাছিল। হজৰত ওছ্মান, জোবেৰ, আব্দুৰ্ৰহ্মান-বেন্-আওফ, তাল্হা, ছয়াদ-বেন্-আক্কাছ, আবুওবায়দা, ওছ্মান-বেন্-মাজউন, ছোহেব ৰুমী, আব্দুল্লাহ-বেন্-মাছ্উদ আদি ৪০ জন মানুহ ভাবী বিপদলৈ ভয় নকৰি, ককাই-ভাই, বাই-ভনী, মিতিৰ-কুটুম, বন্ধু-বান্ধৱৰ পৰা বিচ্ছেদ হৈ আৰু বোপা-ককাৰ ধর্ম এৰি ইছ্লামত দীক্ষিত হল। এই সময়ত ৰছুল-কৰিমে (দঃ) মাজে মাজে মুছলমান-বিলাকক দূৰৈৰ পর্ব্বতলৈ নি, তাত মনৰ হেপাহেৰে সেই নিৰাকাৰ "ৱাহ্দাহু লা-খৰিক"ৰ (এক অদ্বিতীয় অংশবিহীনৰ) এবাদতত (উপাসনাত) লিপ্ত থাকে। এই তিনি বছৰৰ পাচত, আল্লাহতালাই দেখা দেখিকৈ ইছ্লাম জাৰি কৰিবলৈ হজৰত ৰেছালৎমাবক হুকুম দিলে।

## কোৰেচবিলাকৰ শত্রুতা।

যেতিয়া কোৰেচবিলাকে জানিব পাৰিলে যে, পৌত্তলিকতাৰ সঁচ মৰাই হৈছে ইছ্লামৰ থাই উদ্দেশ্য, তেতিয়া সিহঁত ঘোৰ শত্রু হৈ পৰিল। সিহঁতৰ মাজত আবুছুফিয়ান, আবুলাহাব, আবুজেহেল, অলিদ, আছ, ওবাইয়া, নজৰ-বেন্-হৰিদ আদিয়েই মুখ্য আছিল।

দেখা-দেখিকৈ ইছ্লাম জাৰি কৰাৰ হুকুম পোৱাত ৰছুল-কৰিমে (দঃ) পোন প্ৰথমতে এবাতি আপোন মানুহ (হাশিম বংশৰ) ৪০ জনমান মানুহক নিমন্ত্ৰণ কৰি নিজৰ ঘৰলৈ আনে। আবুলাহাবে ইয়াৰ কাৰণ উমানতে ধৰি, ৰছুল-কৰিমে (দঃ) কথা কৰলৈ নৌপাওঁতেই এটা গোলমাল লগাই দি তেখেতক ক'লে—"তোৰ নিমিত্তে গোটেই আৰবৰ লগত শত্ৰুতা কৰাৰ আমাৰ শক্তি নাই, তোক ফাটকত বন্দী কৰি থোৱাহে যুগুত।" সেই দিনা ৰছুল-কৰিমে (দঃ) একো কৰিব নোৱাৰি, আকৌ এদিন এইদৰে আপোন মানুহ বিলাকক নিমন্ত্ৰণ কৰি ঘৰলৈ আনে। খোৱা-বোৱা শেষ হোৱাৰ পাচত আবুলাহাবক কথা কৰলৈ চান্স নিদি তেখেতে ক'লে—"মই আপোনালোকলৈ ইহকাল আৰু পৰকালৰ নিমিত্তে এনে নিয়ামত (মঙ্গল) আনিছোঁ যে, ইয়াৰ আগেয়ে আৰবৰ কোনেও তেওঁৰ স্বজাতিৰ নিমিত্তে কেতিয়াও অনা নাই। মই আল্লাৰ হুকুম মতে সেই নিয়ামতৰ ফালে আপোনালোকক দাৱাত (আহ্বান) কৰিছোঁ। কৰ্ত্তব্যৰ এই কঠোৰ পৰীক্ষাত আপোনালোকৰ মাজত কোনে মোক সহায় কৰিব, কোন মোৰ লগৰীয়া হব? যি আল্লাৰ ৰছুল, তেওঁ আল্লাত বাজে কাকো ভয় নকৰে।" তেতিয়া হজৰত আলীয়ে মাত লগালে—"মই সাজু আছোঁ।" হজৰত আলীৰ কথা শুনি সকলোৱে তেওঁৰ বাপেক আবুতালেবক ইতিকিং কৰিবলৈ ধৰিলে। ৰছুল-কৰিম (দঃ) সত্যৰ মহা সেৱক আৰু কৰ্ত্তব্যৰ মহা সাধক। ল'ৰা-কালৰেপৰা তেখেত সকলোৰে চেনেহৰ পাত্ৰ আছিল। তেখেতৰ সত্যবাদিতা আৰু কৰ্ত্তব্যপৰায়ণতাত মুগ্ধ হৈ মক্কাৰ ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱে তেখেতক অন্তঃকৰণেৰে ভক্তি কৰিছিল, কিন্তু "চোৰে নুশুনে ধৰ্ম্মৰ কাহিনী"—যেতিয়াৰেপৰা তেখেতে ইছলাম জাৰি কৰি-

বলৈ ধৰিলে, তেতিয়াৰে পৰা তেখেত সিহঁতৰ চকুৰ কুটা, দাঁতৰ শাল হৈ পৰিল। ঘৰে পৰে চুবুৰীয়ে চুবুৰীয়ে শত্রু। লৰাকালৰ বন্ধু-বিলাকে বাটত দেখা পালেই ঠাট্টা কৰি কয়—"কি হে তুমি বোলে স্বৰ্গৰ বাতৰি জানা?" মানুহবিলাকৰ দুৰ্ব্ব্যৱহাৰত তেখেত অলপো বিতত নহল, বৰং তেখেতৰ উত্তম আৰু চৰিহে গল।

আনেকাদিনা ৰাতিপুৱা ছাফা পৰ্ব্বতত উঠি ৰছুল-কৰিমে (দঃ) ঋিঙ্গিয়াই নগৰৰ প্ৰত্যেক ফৈদৰ নাম লৈ মানুহবিলাকক মাতিবলৈ ধৰিলে। সকলো মানুহ গোট খালত, তেওঁলোকক তেখেতে সুধিলে—"মই যদি তোমালোকক কওঁ পৰ্ব্বতৰ সিফালে এদল শত্রু সৈন্য হঠাৎ তোমালোকৰ সকলো বস্তু-বেহানি লুটি নিবলৈ বৈ আছে, তোমালোকে মোৰ কথা পতিয়াবানে?" সকলোৱে একেষাৰ মাতেৰে উত্তৰ দিলে—"নিশ্চয়, তোমাক কেতিয়াও মিছা কথা কোৱা দেখা নাই।" তেতিয়া হজৰত ৰছুলে ক'লে—"তেন্তে শুনাঁ, তোমালোকৰ ইহ-পৰকালৰ কল্যাণ নহব, যেতিয়ালৈকে তোমালোকে মহামন্ত্ৰ "লা-ইলাহা ইল্লাল্লাহ্" (তেওঁত বাজে আন ঈশ্বৰ নাই, আল্লাই একমাত্ৰ ঈশ্বৰ) গ্ৰহণ নকৰাঁ। আবুলাহাবে এই কথা শুনি জ্বলি পকি উঠি কলে—"তাব্বানলাকা" (তোৰ সৰ্ব্বনাশ হওক), এই বাবেই আমাক মাতিছিলেনে?" সকলোৱে দিহা দিহি গুচি গলত, আবুলাহাবে ৰছুল-কৰিমক (দঃ) অকলৈ পাই মাৰি পেলাবলৈ দুই হাতে দুডোখৰ শিল তুলি লৈছিল। এনেতে "তাব্বাত ইয়াদা" চুৰা নাজিল হল। "তাব্বাত ইয়াদা আবিলাহাবিওঁ অতাব্বা" (আবুলাহাবৰ হাত দুই খনি নষ্ট হওক)—ৰছুল-কৰিমে (দঃ) এই ফাকি 'চুৰা' মন্ত্ৰ মাত্ৰকে তাৰ হাত দুইখন অৱশ হৈ গল, মাৰিবৰ শক্তি আৰু নাইকিয়া হল। এই সময়ত ৰছুল-কৰিমৰ (দঃ) বয়স ৪৩ আছিল।

জগতৰ এই সনাতন মহা মন্ত্ৰটি সকলোৱে পাহৰি গৈছিল, আজি

বহুদিনৰ মূৰত মকৈ ছাকা পৰ্ব্বতৰ টিঙৰ ওপৰত প্ৰতিধ্বনিত হল। জগতৰ সকলো জাতিয়ে "একত্ব" (বহুদত্ব) ক স্বীকাৰ কৰে, কিন্তু দৰাচলতে তাত বিশ্বাস অনেকে নকৰে। ঈশ্বৰত্বৰ কেনো ৰকমৰ গুণ আল্লাত বাজে আৰু কাৰো নাই। এই বিশ্বাসৰ নামেই হৈছে প্ৰকৃত "তৌহিদ" (একেশ্বৰবাদ)। ইহ-পৰকালৰ সকলো কল্যাণ এই মহা মন্ত্ৰৰ ভিতৰতে আছে। কাৰণ, মানুহৰ সকলো ৰকমৰ কল্যাণৰ মূল হৈছে, মুক্তি আৰু স্বাধীনতা। এই মুক্তি বা স্বাধীনতা আত্মাৰ মুক্তি আৰু বিবেকৰ স্বাধীনতাৰ ওপৰত তেনেই নিৰ্ভৰ কৰিছে । কিন্তু যেতিয়ালৈকে মানুহে প্ৰত্যেক নগণ্য আৰু কল্পিত শক্তিৰ দাসত্বৰপৰা মুক্তি লাভ কৰিব নোৱাৰে, যেতিয়ালৈকে সকলো শক্তিৰ এক মাথোন মহাকেন্দ্ৰৰ লগত নিজক সংশ্লিষ্ট কৰিব নোৱাৰে, তেতিয়ালৈকে সি ওপৰলৈ উঠাব নোৱাৰে। ৰছুল-কৰিমৰ (দঃ) এই বক্তৃতাৰ তেতিয়া বিশেষ কোনো গুটি নধৰিলে হয়, কিন্তু তেখেতৰ শিক্ষা আৰু উপদেশ লৈ মক্কাৰ ঘৰে ঘৰে সকলোৰে কোৱামেলা কৰিবলৈ ধৰিলে। এই সময়ত এদিন তেখেতে কেইজনমান ভক্তক লৈ কা'বাত এই একেশ্বৰ-বাদ প্ৰচাৰ কৰিব খোজাত, কেউফালৰপৰা মাৰ-মাৰকৈ সকলোৱে খেদি আহিল। এই সময়ত বিবি খাদিজাৰ আগৰ স্বামীৰ কাচম পুতেক হাৰেছে প্ৰতিবাদ কৰাত, কোৰেচবিলাকে তেওঁক ৰধি কাবাৰ চোতালখন তেজেৰে ৰঙা কৰি পেলালে। এয়ে ইছ্লামৰ প্ৰথম 'শ্বহীদ' (martyr)।

আবুলাহাবৰ ঘৈণীয়েক উম্মে জমিলাই (আবুছুফিয়ানৰ ভনীয়েক) ৰছুল-কৰিমৰ (দঃ) ওপৰত শত্ৰুতা কৰাত, তাইৰ গিৰীয়েককো চেৰ পেলাইছিল। এই পাপীয়সীয়ে যেনে তেনেকৈ তেখেতক কষ্ট দিবলৈ সদায় ব্যস্ত আছিল। এনেকি, ৰাতি তেখেতৰ অহা-যোৱা

বাটত কাইট জেং আদি পেলাই থৈছিল, যাতে তেখেতৰ ভৰিত কাঁইটে ফুটে। আম্‌ক, লেবিদ আদি নামজলা কবিসকলে তেখেতক নিন্দা কৰি কবিতা লিখি আৰৱ দেশৰ সকলো ঠাইতে প্ৰচাৰ কৰিছিল।

পৃথিবীত যেয়ে যেতিয়া সত্য প্ৰচাৰ কৰিবলৈ আহিছে, সেয়ে জ্বলা-কলা হৈছে। এইদৰে নুহ (Noah), মুছা (Moses), ইব্ৰাহিম (Abraham) আলেইহেচ্ছালাম আদি পয়গাম্বৰসকলে ভয়ানক কষ্ট ভুগি গৈছে। এইদৰে ইছা (যীশু) আলেইহেচ্ছালাম পয়গাম্বৰেও পেৰেকনি (Cross) ৰ ওপৰত মৃত্যুৰ ভয়ত "ঈলী ঈলী লামাচব্‌গতনী ?" (হে মোৰ প্ৰভু হে মোৰ প্ৰভু! তুমি মোক কেলেই এৰিলা?) কৈ কৈ শুচি গৈছিল। দেখা গৈছে, পুৰোহিত আৰু যাজক শ্ৰেণীৰ মানুহেই সদায় সকলো সংস্কাৰৰ ঘাই শত্ৰু।

সদৌ জাজিৰতুল আৰবৰ (Arabian Peninsula) মাজত তেতিয়া কা'বাই আছিল এটা মাথোন দেৱাল। ইয়াতে ৩৬০ টা প্ৰতিমূৰ্ত্তি আছিল। হিন্দুমতে শিৱ মূৰ্ত্তি ইয়াৰে মাজৰ এটা। এই দেৱালয়ৰ পূজাৰী আৰু পুৰোহিত—কোৰেচ। এই দেৱ-দেৱীৰ অনুগ্ৰহতে তেওঁলোকে আৰবত বজাৰ আসন পাইছিল। যেতিয়া ৰছুল-কৰিমে (দঃ) ঘোষণা কৰি দিলে যে, মানুহে নিজে গঢ়ি-লোৱা এই দেৱ-দেৱীৰ পূজা কৰা কেবল মূৰ্খতা মাথোন—এই পুতলাবোৰৰ ভাল-বেয়া কৰিবৰ এধান-মানো ক্ষমতা নাই—তেতিয়াই কোৰেচবিলাক তেখেতৰ শত্ৰু হৈ পৰিল।

ৰছুল-কৰিমে (দঃ) আৰু ঘোষণা কৰি দিলে যে, সকলো মানুহ আল্লাৰ সন্তান; সকলো সমান; সকলো ইটো-সিটোৰ ভাই-ককাই; ইয়াত জাতৰ সৰু নাই আৰু এটাই আন এটাক সৰু বুলি ভবা

মহা পাপ। শুদ্ধচিত্ত পবিত্ৰাত্মা হলে এজন অস্পৃশ্য জাতিৰ মানুহো আল্লাৰ আগত এজন অপবিত্ৰচিত্ত ৰাজাধিৰাজতকৈও বেচি প্ৰিয়; মোছ্‌লিম সমাজত জন্মগত কোনো ইতৰ ভেদ নাই; আল্লাৰ ঘৰত শাহানশাহ (ৰাজাধিৰাজ) আৰু কঙ্গাল ফকিৰ একে শাৰীতে থিয় হৈ প্ৰকৃত ভ্ৰাতৃভাবে অনুপ্ৰাণিত হৈ একে পিতাৰ করুণা ভিক্ষা মাগিব পাৰে। ইছ্‌লামৰ এই নীতিবিলাক শুনি কোৰেচ্‌বিলাকে গৰ্জ্জি উঠিল।

যুগে যুগে মূৰ্ত্তি পূজা চলি আহিছে। হঠাৎ তেওঁলোকে ইয়াৰ বিৰুদ্ধে প্ৰতিবাদধ্বনি শুনিবলৈ পালে। "সাতামপুৰুষীয়া বোপা-ককাৰ ধৰ্ম্ম আৰু মুনি-ঋষিৰ ব্যৱস্থা আজি মিছা হলনে কি? ই কি কয়! ইয়াৰ ধৰ্ম্মহে সঁচা হল নে কি? কি আমাৰ দেৱ-দেৱী এনে অধম হলনে? এনে দেৱ নিন্দা! ইমান স্পৰ্দ্ধা! আমাৰ বোপা-ককা সকলোবোৰ গৰু আছিল নে কি? তেওঁলোক মহা পাতকী নে কি? ই বলিয়া। বলিয়া! ই নিশ্চয় বলিয়া!!!" এই বুলি কোৰেচ্‌বিলাক খঙত উগ্ৰাৱল হৈ উঠিল।

আকৌ তাতে ৰছুল-কৰিমে (দঃ) কন্যা-হত্যা, নৰ-বলি, মদিকা-পান জুৱা-খেলা, সুত-লোৱা, ডকাইতি, চুৰি, ব্যভিচাৰ, বন্দী-বেটিৰ ওপৰত পাশৱ অত্যাচাৰ আদিক—যি বোৰক আৰববিলাকে ধৰ্ম্ম আৰু কৰ্ত্তব্য কাম বুলি ইমান দিন ভাবি আহিছিল—উঠাবলৈ চেষ্টা কৰা দেখি আৰববিলাকৰ মাজত এটা মহা খলকনি লাগি পৰিল। সেই খলকনি আৰবৰ ইমূৰৰপৰা সিমূৰলৈকে আৰু ভৈয়ামৰপৰা পৰ্ব্বতলৈকে প্ৰতিধ্বনিত হল। আৰববিলাক খঙত অধিৰ হৈ ইছ্‌লামৰ বিৰুদ্ধে থিয় হবলৈ ধৰিলে। ৰছুল-কৰিম (দঃ) উপায়হীন! তেখেতে আৰু তেখেতৰ ভক্তসকলে নীৰবে অত্যাচাৰ সহ্য কৰিবলৈ ধৰিলে; কিন্তু নিজৰ

কর্ত্তব্য কেতিয়াও নেপাহবিবে। হাবেছক অন্যায়কৈ লকলোকে আগতে 'শহীদ' কৰা হল, কিন্তু মুছলমানসকল তাত অকণমানো বিচলিত নহল।

বছুল-কবিমৰ (দঃ) মনৰ বল, চবিত্রৰ বল, আৰু অদম্য উৎসাহ যেতিয়া দেখিলে, তেতিয়া কোৰেচবিলাকে কেনেকৈ তেখেতক তেখেতৰ কৰ্ত্তব্যৰ পৰা পিছলায়, তাৰ উপায় বিচাৰিবলৈ ধৰিলে। সিহঁতে গোট খাই আলচ কৰি ঠিক কৰিলে আবুতালেবৰ ওচৰলৈ বছুল-কৰিমৰ (দঃ) বিৰুদ্ধে কৰলৈ গৈ চল লোৱাই উচিত আছে। তাৰ পাচত এদিন তেওঁলোক আকৌ গল আৰু বছুল-কবিমৰ (দঃ) বিৰুদ্ধে বহুত আপত্তি কবি, আবুতালেবক সতর্ক হবলৈ কলে।

আবুতালেবৰ ওচৰত বছুল কবিমৰ বিৰুদ্ধে কোৰেচবিলাকৰ গোচৰ।

আবুতালেবে বছুল-কবিমক (দঃ) মাতি আনি কলে, "বাবা! তুমি অকণ বিবেচনা কবি কাম কবিবা, যি ভাব লবলৈ মোৰ শক্তি নাই, তেনে ভাৰ মোৰ গাত নিদিবা।" তেখেতে উত্তৰ দিলে, "এওঁলোকে মোৰ কথা মানি ললেই লেঠা মৰে, তেনেহলে গোটেই আবৰ স্বৰ্গীয় ধৰ্ম্মৰ বান্ধনিবে একেলগে বান্ধ খাব, আৰু সকলো দেশ আৰবৰ অধীনত পৰিবহি।" তেতিয়া আবুলাহাব আৰু আন আনবোৰে সুধিলে, "কি কথা ভাঙি-পাতি কোৱা।" তেখেতে গহীন মাতেৰে ক'লে, "লা ইলাহা ইল্লাল্লাহ পঢ়া, তাত বিশ্বাস কৰা।" তাৰ পাচত আবুতালেবক কলে, "ইহঁতে যদি মোৰ সোঁ-হাতত বেলিটো আৰু বাওঁ-হাতত জোনটো আনি দিয়ে, তথাপি এই মহা সত্যৰ সেৱা আৰু কৰ্ত্তব্যৰ পৰা অলপো বিচলিত নহওঁ। হয় আল্লাই মোক জয়ী কৰিব, নহয় ধ্বংস কৰিব। কিন্তু মই কেতিয়াও নিজৰ কৰ্ত্তব্য এৰিব নোৱাৰোঁ।"

কোৰেচবিলাকে যেতিয়া দেখিলে যে, ভয় দেখুৱালেও আবুতালে-

বক মুখাব মোৱাবিলে, তেতিয়া তেওঁক লোণ্ড দেখুৱাই হাতলৈ আনিবলৈ চেষ্টা কৰিলে। দিনচেৰেকৰ পাচত কোৰেচবিলাকে এদিন ওমাৰা-বেন্-অলিদ নামেৰে এজন অতি শুৱনি, ধনী, সুবোধ, সচ্চৰিত্ৰ ডেকাক লগত আনি আবুতালেবক কলে—"আমি এই ডেকাজনক আপোনাক দিছোঁ, আপুনি তেওঁক পো বুলি লওক আৰু তেওঁৰ সলনি মোহম্মদক আমাৰ হাতত দিয়ক, আমি তাক এফলীয়া কৰি নিৰাপদ হয়। আপুনি মানুহৰ সলনি মানুহ পালে যেতিয়া আপোনাৰ একো হানি নাই।"

আবুতালেবে এই প্ৰস্তাৱ শুনি ভনধ মানিলে। তেওঁ তেতিয়াই মাতিলে—"হাশ্বেম আৰু মোত্তালেব বংশৰ কোন ক'ত আছা আহাঁ। চোৱাঁ, এওঁলোকে এই এতীম মোহম্মদক বধ কৰিবলৈ আলচিছে। তোমালোকে মোক সহায় কৰিবানে?" আবুলাহাবত বাজে সকলোৱে উত্তৰ দিলে—"নিশ্চয় আমি সাজু আছোঁ।"

সেইদিনা ৰাতি ৰছুল-কৰিমক (দঃ) ঘৰত নেদেখি, আশঙ্কা কৰি আবুতালেবে খৰত হাশ্বেম আৰু আব্দুল মোত্তালেব বংশৰ ডেকাসকলক তৰোৱাল লুকুৱাই লৈ তেওঁৰ লগত কা'বালৈ যাবলৈ হুকুম দিলে। হুকুম পোৱা মাত্ৰকে সকলো সাজু হল। আবুতালেবে ক'লে—"এজন এজন হৈ কোৰেচবিলাকৰ প্ৰত্যেকৰ শুৰিত বহি থাবা। দেখিবা, এবদুল্‌হান্‌জলিয়া (আবুজেহেল) যেন বাদ নপৰে। মোহম্মদক (দঃ) যদি মাৰি পেলাইছে, তেন্তেহলে—।" সেই সময়ত হঠাৎ জায়েদ-বেন্-হাৰেছা আহি ক'লে—"সকলোৱে মঙ্গল! মই তেওঁৰ লগতে আছিলোঁ। তেওঁ ভালে আছে।" আবুতালেবৰ সন্দেহ তেতিয়াও নুগুচিল দেখি, তেতিয়াই জায়েদ হৈ ৰছুল-কৰিমক (দঃ) আবু-তালেবৰ ওচৰলৈ আনিলে। তেতিয়া আবুতালেবে লুকুৱাই থোৱা

তৰোৱালবোৰ উলিয়াই জোকাৰি দেখুৱাই ক'লে—"যদি তঁহতে মোহম্মদক (দ°, হত্যা কৰিলিহেতেন, আজি তঁহতৰ কাকো জেৰ্লিলোঁ-হেতেন। তাৰ পাচত আমালোক সকলোৰে ধ্বংস পালোহেঁতেন।" এই কথা শুনি আবুজেহেল আদি সকলোৰে হতাশ হৈ মনে মনে দিহাদিহি গুচি গ'ল।

আবুতালেবক একোপধ্যে বলে নোৱাৰি কোৰেচবিলাকে ভাবিলে যে,

১। কঠোৰ পৰীক্ষা। ন-মোছ্‌লিমবিলাকক এপ্যালী ভালকৈ দিব পাৰিলে সিহঁতে ইছ্‌লাম এৰিবলৈ বাধ্য হব।

ভক্তকুল-চূড়ামণি হজৰত বিলালৰ নাম সকলো মুছলমানে জানে। তেওঁ উমাইয়াৰ এজন কদাকাৰ, কৃষ্ণ হাবচী গোলাম আছিল। এনে গোলামৰ ক'তো ঠাই নাই। তেওঁৰ বং কলা আছিল হয়, কিন্তু ৰছুল-কৰিমৰ (দঃ) সংসৰ্গত কেইদিনমান থকাত সত্যৰ জ্যোতিয়ে তেওঁৰ অন্তৰ পোহৰ কৰি তুলিলে। যেতিয়া উমাইয়াই শুনিলে যে, তাৰ গোলাম বিলালে ইছ্‌লামত দীক্ষিত হৈ "লাহলাহ্ ল'াাবিকালাহু" (একমেবাদ্বিতীয়) পঢ়িছে, তাৰ খঙে মূৰৰ চুলি পালেগৈ আৰু সি নানাৰূপে তেওঁক বৰ হাৰাশাস্তি কৰিবলৈ ধৰিলে।

সি গৰুৰ দৰে হজৰত বিলালৰ ডিঙিত জৰী মেৰিয়াই বজাৰৰ লৰাবিলাকক দিয়ে। ল'ৰাবিলাকে জৰীডাল ধৰি টানি টানি আলিবাটে আলিবাটে হুই হুই শব্দ কৰি মাৰি মাৰি লৈ ফুৰে আৰু আধা মৰা কৰি উমাইয়াক দি যায়। উমাইয়াই তেতিয়া হজৰত বিলালক কয়—"এতিয়াও মোহম্মদৰ (দঃ) ধৰ্ম্ম এৰ।" হজৰত বিলালে উত্তৰ দিয়ে—"আহদ্', বাহদ্" (একম্ একম্)!! উমাইয়াই তেতিয়া ভৰ দুপৰ বেলিকা হজৰত বিলালক মৰুভূমিৰ 'বাথা' বোলা ঠাইখনলৈ নি জুই যেন তপত বালিৰ ওপৰত, ওপৰলৈ মুখকৈ শুৱাই, তেওঁৰ বুকুৰ ওপৰত

থৰ গধুৰ শিল এডোখৰ আনি হেঁচা দিয়ে আৰু কয়—"এতিয়াও মোহম্মদৰ (দঃ) ধৰ্ম্ম এৰ, নহলে আৰু বেচি শাস্তি পাবি।" হজৰত বিলালে তেতিয়াও আধামৰা, আধা অচেতন অৱস্থাত কয়—"বা'হদ, বা'হদ্।" যেতিয়া উমাইয়াই দেখিলে যে, হজৰত বিলালক একোপধ্যে তাৰ কামলৈ ঘূৰাব নোৱাৰি, তেতিয়া তেওঁৰ আহাৰ বন্ধ কৰি দিয়ে আৰু ভোকত ছট্ ফট্ কৰিবলৈ ধৰা দেখি, চমতাৰে মাৰি মাৰি গাৰ ছাল ছিঙি তেজ উলিয়াই দিয়ে। হজৰত বিলালে যন্ত্ৰণাত চেঙালুটি পাৰিবলৈ ধৰে; কিন্তু তথাপি তেওঁৰ মুখত সেই "বাহদ্ ৱাহাদ্"। কোনোমতে একো কৰিব নোৱাৰি উমাইয়াই ৰাতি এটা সৰু খোঁটালিত বন্ধ কৰি আগৰ দৰে শাস্তি দিবলৈ ধৰে। কিন্তু তেতিয়াও তেওঁ সেই "একম"ৰ নামৰ জয় ঘোষণা কৰে। ধন্য তোমাৰ সহিষ্ণুতা! ধন্য তোমাৰ সংযম !! এনে কষ্ট আৰু যাতনা সহ্য কৰিও তেওঁ 'ইমান' (ধৰ্ম্ম বিশ্বাস) আৰু কৰ্ত্তব্যৰপৰা এতিলমানো বিচলিত নহল। এদিন হজৰত আবুবকৰে শেষ নিশা সেই ফালেদি যাওঁতে যাজৰ পৰা এই অত্যাচাৰৰ কথা শুনি ৰাতিপুৱা উমাইয়াৰ ওচৰলৈ আহি তিনটা গোলামৰ বেচ দি হজৰত বিলালক কিনি লৈ ৰছুল-কৰিমৰ (দঃ) আগলৈ নি মুক্ত কৰি দিলে। হজৰত বিলালৰ ধৰ্ম্মভাব দেখি ৰছুল-কৰিমে (দঃ) তেওঁক বৰ চেনেহ কৰিছিল। তেওঁৰ মাত বৰ ডাঙৰ আৰু মিঠা আছিল বুলি তেওঁক 'মোৱাজ্জন' (আজান দিয়া মানুহ) পাতি ললে। হজৰত বিলালৰ আজানৰ সুখ্যাতি আজিলৈকে মানুহৰ মুখত শুনা যায়।

এই সময়ত হজৰত আবুবকৰে বহুত টকা দি আম্মাৰ, যাহ্‌নিয়া আদি ৭ জন নকৈ দীক্ষিত হোৱা বন্দী-বেটীক তেওঁলোকৰ গিৰীহঁতৰ পৰা আনি খালাচ কৰি দিয়ে।

আম্মাৰৰ ওপৰতো এইদৰে নানা ৰকমৰ অত্যাচাৰ হৈছিল। মাৰৰ কোৰত আম্মাৰ (ৰাঃ) কেতিয়াবা মূচ্‌কচ্‌ গৈ বাগৰি পৰে, তথাপি তেওঁ কেতিয়াও কৰ্ত্তব্য-ভ্ৰষ্ট নহল। তেওঁৰ বুঢ়া বাপেক য়্যাছেৰে (ৰাঃ) কোৰেচৰ অত্যাচাৰত প্ৰাণকে হেৰুৱালে।

আম্মাৰৰ (ৰাঃ) বুঢ়ীমাক ছোমায়াই স্বামী য়্যাছেৰৰ মৰা শ আৰু পুতেকৰ গোটেই গা তেজেৰে ৰঙা হৈ থোৱা দেখিও 'ইমান' নেৰিলে। তিৰোতাৰ মাজত প্ৰথম শ্বহীদ। অৱশেষত নৰাধম আবুজেহেলে এদিন খঙত জ্বলি এই বুঢ়ীৰ স্ত্ৰী-অঙ্গত যাঠী মাৰি 'শ্বহীদ' কৰিলে। মুছলমান তিৰোতাৰ মাজত বিবি ছোমাইয়ায়ে প্ৰথম 'শ্বহীদ' (martyr)।

কোৰেচ্‌বিলাকে যেতিয়া দেখিলে যে, হজৰত খাব্বাবে অনেক কষ্ট পায়ো ইছ্‌লাম নেৰিলে, তেতিয়া এদিন তেওঁলোকে তেওঁক দকদকীয়া জুইৰ ওপৰত পেলাই বুকুৰ ওপৰত ভৰি দি হেঁচা মাৰি ৰাখিছিল। জুই নুমাই গ'ল; কিন্তু তেও নৰাধমহঁতে তেওঁক এৰি নিদিলে। হজৰত খাব্বাবৰ পিঠিত এই পোৰা দাগ মৰিবৰ সময়লৈকে আছিল।

হজৰত ওছ্‌মান এজন মানী আৰু ধনী মানুহ আছিল। তেওঁ ইছ্‌লাম গ্ৰহণ কৰাত, কোৰেচবিলাক খঙত অধীৰ হৈ তেওঁৰ দদায়েকক লগাই দি তেওঁৰ হাতভৰি বান্ধি তেওঁক বৰ নিষ্ঠুৰ ভাবে মৰায়। কোৰেচবিলাকে হজৰত ছোহাএবক ধৰি দগৰি-পিটা দিয়ে, তেওঁ মাৰৰ কোৰত অজ্ঞান হৈ পৰে; পাচত অত্যাচাৰ আৰু সহিব নোৱাৰি মদিনালৈ পলাই যায়। উমাইয়া আৰু তাৰ ভায়েক ওবাই হজৰত অবু্‌লাহৰ দুইখন ভৰি বান্ধি, টানি পথাৰলৈ নি তেওঁৰ ডিঙি টিপি হেঁচা মাৰি ধৰাত তেওঁ অচেতন হৈ পৰিল। শয়তানহঁতে বুজিলে

যে, তেওঁ মৰিল ; তেতিয়া সিহঁতে তেওঁক তাতে পেলাই গুচি গ'ল। হজৰত আবুবকৰে এই ঘটনাৰ কথা শুনি, বহুত টকা দি তেওঁক ৰক্ষা কৰে।

এইদৰে বিবি লাবিনা ( ৰাঃ ), বিবি জেন্নিৰা ( ৰাঃ ) আদি অনেক তিৰোতাক কোৰেচবিলাকে অত্যাচাৰ কৰিও সত্য ধৰ্ম্মৰ পৰা তেওঁলোকক এখোজ পিছলাব নোৱাৰিলে।

কেই বছৰমান ন-মছলমানবিলাকৰ দুৰ্গতিৰ সীমা নাইকিয়া হৈছিল। কোৰেচ্‌বিলাকে কাৰবাৰ চকু ফুটুৱাইছিল, কাৰবাক পানীত বুৰাইছিল, কাৰবাক জুইত পুৰিছিল, কাৰবাক লো তপত কৰি পুৰি দাগ দিছিল। ইমান কষ্ট পায়ো মুছলমানবিলাক সত্যভ্ৰষ্ট নহল। এনে চানেকি জগতত নাই বুলিলেই হয়। যীশুৰ ঘাই শিষ্য পিটৰে ( Peter ) সামান্য কাৰণতে যীশুৰ কঠোৰ পৰীক্ষাৰ সময়ত তেওঁক পৰিহাৰ কৰি নিজৰ প্ৰাণ ৰক্ষা কৰিলে। যিহুদাই শত্ৰুৰ ফলীয়া হৈ যীশুক ধৰাই দিলে।

ৰছুল-কৰিমক ( দঃ ) পোত দেখুৱায়ো হাত কৰিব নোৱাৰিলত, অত্যাচাৰ আৰু উৎপীড়নৰ পালি দোপত দোপে চৰিবলৈ ধৰিলে।

আবিচিনিয়ালৈ হিজৰত। নবুৱতৰ ৫ম বছৰ। ৬১৫ খৃঃ।

তেতিয়া ভক্তসকলক কেনেকৈ ৰক্ষা কৰিব পৰা যায়, তাৰ বিষয় ভাবি ৰছুল-কৰিমৰ ( দঃ ) মন স্থিৰ অথিৰ হৈ পৰিল। কোৰেচবিলাকৰ তাপত তেওঁলোকে দেখাদেখিকৈ উপাসনা আদি কাম কৰিব যে নোৱাৰেই, কোৰ্‌আনৰ এটা 'আয়তো' ( শ্লোকো ) মুখেৰে মাতিব নোৱাৰে। এদিন কা'বাত তেওঁলোকে কোৰ্‌আন্ পঢ়াতে কোৰেচবিলাকে তেওঁলোকক মাৰি ধপৰি পেলালে। ভক্তসকলৰ গাৰ কষ্টতকৈ এইবোৰহে বেচিকৈ কষ্টকৰ হৈ উঠিল।

মক্কাৰ পৰা আন ঠাইলৈ যোৱাটোৱেই থিৰ হল। আবিচিনিয়া (Abyssinia)ৰ নাজ্জাচী (Negus) সুবিচাৰক বুলি জনাজাত আছিল। নাজ্জাচীৰ অৰ্থ ৰজা। নাজ্জাচীৰ নাম আছিল আছ্‌মাহা। সেই দেখি, নবুয়তৰ ৫ম বছৰৰ (ৰছুল-কৰিমৰ ৪৫ বছৰ বয়সত) ৰজব মাহত সকলোৰে পৰামৰ্শ অনুসৰি স্বধৰ্ম্ম ৰক্ষাৰ কাৰণ ন-মুছলমান-বিলাকৰ মাজৰ ১৫ জন মতা আৰু ৪ জনী তিৰোতাই, জননী জন্ম ভূমিৰ মায়া আৰু যথা সৰ্ব্বস্ব এৰি আবিচিনিয়াৰ ৰজাৰ দৰবাৰত আশ্ৰয় ললেগৈ। এই বতৰা পায়েই কোৰেচ্‌বিলাকে তেওঁলোকক বাটৰ পৰা ধৰি আনিবলৈ খেদা ধৰিলে। কিন্তু ইয়াৰ আগেয়েই জাহাজ বন্দৰ এৰি গল।

নাজ্জাচী ধাৰ্ম্মীক খৃষ্টান আছিল। তেওঁ সকলোকে আদৰেৰে গ্ৰহণ কৰিলে। সকলোৰে সুখেৰে থাকিবলৈ ধৰিলে। তাৰ পাচত তিৰোতা আৰু লৰা-ছোৱালীক বাদ দি আবুতালেবৰ পুতেক হজৰত জা'ফৰতইয়াৰ, আব্দুল্লাহ-বেন্-মছ্‌উদ, আবুমুছা-আশ্বৰী আদি প্ৰায় ৮৩ জন মুছলমানে 'হিজৰত' কৰিলে (পলালে)।

এই মুছলমানবিলাকক আবিচিনিয়াৰপৰা ওলোটাই আনিবৰ কাৰণ, কোৰেচ্‌বিলাকে চাউৰাল মাহত মানুহ পঠাই দি তেওঁলোকক বতৰা দিলে যে, মক্কাৰ মুখীয়াল মানুহ সকলোখিনি মুছলমান হল। তাকে পতিয়াই আব্দুল্লাহ-বেন্-মছউদে কেইজনমান মানুহ লৈ মক্কালৈ উভতি আহে। বতৰাটো তেনেই মিছা বুলি জানি কেইজনমান মানুহ আবিচিনিয়ালৈ উলটি গ'ল। যি কেইজন মক্কালৈ আহিল, তেওঁ-লোকৰ ওপৰত কোৰেচবিলাকৰ অত্যাচাৰৰ সীমা নাইকিয়া হল। তাৰ অলপ দিনৰ পাচত নবী-কৰিমৰ (দঃ) উপদেশ অনুসৰি আকৌ প্ৰায় এশমান মুছলমান মতা তিৰোতা চল বুজি আবি-

চিনিয়ালৈ যায়। কিন্তু হজৰত বিলাল, আম্মাৰ, আৰু খাব্বাবৰ পক্ষে নবী-কৰিমৰ বিচ্ছেদ-যাতনা অসহনীয়। সেইবাবে, তেওঁলোকে তেথেতক এৰি আন দেশলৈ যাবলৈ মান্তি নহল। চাৰ মুয়ৰ চাহাবে লিখিছে—"ইয়াৰ দ্বাৰা আল্লাৰ কামত আত্ম- ত্যাগৰ এটা ফট্‌ফটীয়া আদৰ্শ সকলো মুছলমানৰ আগত দাঙ্গি ধৰা গৈছে। তেওঁলোকে বিশ্বাস কৰিছিল যে, আল্লাৰ কামত বিপদ সহ্য কৰা আৰু দেশান্তৰ হোৱা এটা বিশেষত্ব আৰু গৌৰৱৰ বিষয়।"

কোৰেচাবলাকৰ ষড়যন্ত্ৰ —নজ্জাচীৰ দৰবাৰত মোচ্‌লিম্ মোহাজ্বেৰীণ।

মুছলমানবিলাকে আবিচিনিয়াত গৈ অময়া সুখেৰে আছে বুলি বাতৰি পাই কোৰেচবিলাকৰ চকুত টোপনি নোহোৱা হ'ল। সিহঁতে ৰজাৰ ওচৰলৈ কটকী পঠিয়াই 'ফেৰাৰী আচামী' বুলি তেওঁলোকক ধৰি আনিবৰ কাৰণ ৰজালৈ বহুত ভাৰ ভেঁটী দি আব্দ, ল্লাহ-বেন্‌-ৰাবিয়া আৰু আমৰ-বেন্‌-আছ নামেৰে দুজন উপযুক্ত মানুহক বাছি আবিচিনিয়ালৈ পঠিয়াই দিলে।

কটকী দুজনে প্ৰথমতে ডাঙ্গৰ ডাঙ্গৰ বিষয়াসকলক ভাব-ভেঁটী দি হাত কৰি এদিন ৰাজ-দৰবাৰত বহুত 'নজৰ' দি কলে—"জাহাপানা! মক্কাৰ জ্ঞানী-মানী সকলো মানুহে আমাক এই দৰবাৰত এটা কথা আৰজ কৰিবলৈ পঠিয়াই দিছে। আমাৰ কেইজনমান নিৰ্ব্বোধ ডেকাই নিজৰ বোপা ককাৰ ধৰ্ম্ম এৰি, এটা ধৰ্ম্ম নকৈ উলিয়াই লৈছে। সেইটো আমাৰ ধৰ্ম্মও নহয়, জাহাপানাৰ ধৰ্ম্মও নহয়। এওঁলোকৰ বাপেক দদায়েক আৰু মুৰুব্বিসকলে এওঁলোকক ওলোটাই পাবৰ নিমিত্তে আৰজ কাৰবলৈ আমাক পঠিয়াইছে। এওঁলোকৰ বিচাৰ তেওঁলোকেই ভালকৈ কৰিব পাৰিব।"

এইকথা শেষ হোৱাৰ লগে লগে বিষয়াসকলে, একেলগে মাত

লগালে—"ভাল হৈছে, ভাল হৈছে।"

নাজ্জাচীয়ে কলে—"এই মানুহ কেইজনে মোৰ ৰাজ্যত আশ্ৰয় লৈছেহি। মই নিজে বিচাৰ নকৰি এতিয়া একো হুকুম দিব নোৱাৰোঁ।"

ৰজাৰ আদেশ মতে মুছলমান আৰু কোৰেচ কটকীসকলক ৰাজ সভালৈ অনা হল। মুছলমানবিলাক বৰ চিন্তিত হৈ আল্লাক কবলৈ ধৰিলে—"হে ৰহমানুৰ্ ৰহিম! তোমাৰ এই জগতত এনে এধানমান ঠাই নাইনে, য'ত গৈ এই মোশ্ৰিক (অংশীবাদী) বিলাকৰ আক্ৰমণৰ পৰা ৰক্ষা পাব পাৰোঁ।" কটকীসকলে দূৰৈৰ পৰা ৰজাক 'চিজ্‌দাহ' (সাষ্টাঙ্গে প্ৰণাম) কৰিলে। কিন্তু মুছলমানবিলাকে ইছ্‌লামৰ নিয়ম অনুসৰি ৰজাক হাত তুলি "আচ্ছালামো আনা মনিওাবা আল্‌হুদা" (সেই মানুহৰ ওপৰত শান্তি হওক যি সৎবাটৰ অনুগামী) বুলি চালাম কৰিলে। তেতিয়া কটকীইঁতে কলে—"বাদশ্বাহ চালামৎ! ভাবি চাওক, ইহঁত কিমান অহঙ্কাৰী, জাহাপানাক 'চিজ্‌দাহ' নকৰিলে।" ৰজাই তেতিয়া মুছলমানবিলাকক এই দৰ্‌বাৰৰ ৰীতি-বহিৰ্ভূত ব্যৱহাৰৰ কাৰণ সুধিলে। তেওঁলোকে উত্তৰ দিলে—"আল্লাত বাজে মানুহৰ আগত মূৰ দোৱোঁৱাটো আমাৰ ধৰ্ম্মত নিষিদ্ধ।" এনে উত্তৰত মুছলমানবিলাকৰ ওপৰত ৰজাৰ ভক্তি বেচি হৈ হল। তেওঁ তেতিয়া সুধিলে—"তোমালোকে এতিয়া যি ধৰ্ম্ম লৈছা তাৰ বিষয় মই জানিব খোজোঁ।"

হজৰত আলীৰ ভায়েক জা'ফৰে উত্তৰ দিলে—"জাহাপানা! আগেয়ে আমি গৰু আৰু অসভ্য আছিলোঁ। এই কাৰণে আমি পুতলা, জোনবেলি, গছ-গছনি, ভূত-প্ৰেত আৰু আন আন বহুত জড় পদাৰ্থৰ পূজা

কৰিছিলোঁ। মৰা জন্তুৰ মঙহ খাইছিলোঁ। কন্যা হত্যা, পুত্ৰ-বলি ইত্যাদি অতি ঘিণলগা কামবোৰ আমাৰ ধৰ্ম্মৰ অঙ্গ বুলি ভাবিছিলোঁ। 'যাৰে বল তাৰে চল'—এই নীতি অনুসৰি ওচৰ চুবুৰীয়াৰ হানি কৰা, দুখীয়া মগনিয়াৰক অত্যাচাৰ কৰা আমাৰ কৰ্ত্তব্য কাম বুলি ভাবিছিলোঁ। এনে সময়ত আল্লাই উচ্চবংশত ওপজা বৰ বিশ্বাসী আৰু সত্যবাদী, নিৰ্ম্মল চৰিত্ৰৰ এজনক আমালৈ "ৰছুল" কৰি পঠিয়াইছে। তেখেতে আমাক আল্লাৰ ফাললৈ যাবলৈ মাতিছে ; এক আৰু অদ্বিতীয় আল্লাৰ উপাসনা কৰিবলৈ হুকুম দিছে আৰু দেৱ-দেৱী, জোন-বেলি, গছ-গছনি আদিৰ পূজা এৰি দিবলৈ, সত্যবাদী, বিশ্বাসী হবলৈ, ওচৰ চুবুৰীয়াৰ লগত ভাল ব্যৱহাৰ কৰিবলৈ উপদেশ দিছে। মিছা কথা কোৱা, ব্যভিচাৰ, 'এতীম' লৰাৰ সম্পত্তি আত্মসাৎ কৰা, সতী তিৰোতাৰ চৰিত্ৰৰ অপবাদ দিয়া ইত্যাদি নিষেধ কৰিছে। তেখেতৰ উপদেশৰ পৰাই আমি নৰহত্যা আদি নানা ৰকমৰ জঘন্য পাপৰপৰা আঁতৰি আছোঁ। তেখেতে আল্লাৰ লগত আন কাকো শ্বৰিক (অংশী) কৰিবলৈ হাক দিছে ; নামাজ পঢ়িবলৈ, ৰোজা ৰাখিবলৈ আৰু জাকাত (বাৎসৰিক আয়ৰ এক অংশ দান) দিবলৈ আমাক শিক্ষা দিছে। আমি তেখেতৰ ওপৰত 'ইমান' (বিশ্বাস) আনি তেখেতৰ শিক্ষা অনুসৰি সেই 'একমেবাদ্বিতীয়'ৰ মহিমা বুজিব পাৰি তেওঁৰেই পূজা কৰিছোঁ। বাদশ্বাহ চালামৎ। সেই কাৰণে, আমাৰ স্বজাতিৰ মানুহবিলাকে আমাৰ শত্ৰু হৈ আকৌ আমাক নি বলেৰে পাপত পেলাব খোজে। আমি তেওঁলোকৰ অত্যাচাৰত জলাকলা আৰু নিৰুপায় হৈ, জননী জন্মভূমিৰ মায়া এৰি জহাপানাৰ সুখ্যাতি শুনি, জাহাপানাৰ সিংহাসনৰ ছাঁত আশ্ৰয় লৈছোঁহি।"

নাজ্জাচীয়ে এইবোৰ কথা শুনি মুগ্ধ হৈ অলপ বৈ সুধিলে—"তুমি

কৈছা, তোমালোকৰ ৰছুলে আল্লাৰ পৰা'অহী' (বাণী) পাইছে। সেই 'অহী'ৰ অলপমান মোক শুনাব পাৰানে?"

জা'ফৰে তেতিয়া চুৰা 'মৰিয়ম'ৰ "কাফুলি য়াশৰ্ষি ৰ কাৰি আই-না"ৰ পৰা আৰম্ভ কৰি কেইটামান 'আয়ত' মাতিলে। কোৰ্‌আনৰ সুমধুৰ, সুগম্ভীৰ ভাষা, হজৰত ইছা (যীশু) আৰু হজৰত এহ্‌য়া (St. John)ৰ জন্ম বৃত্তান্ত আৰু মহত্ব বৰ্ণনা, যুক্তি তৰ্কেৰে ইহুদী আৰু খৃষ্টানে-মনে পতা কথাৰ প্ৰতিবাদ, ইছ্‌লামৰ উদাৰ সত্য-প্ৰিয়তা—এইবোৰে সভাত এটা নতুন ভাবৰ উদয় কৰি দিলে। নাজ্জাচীৰ দুই গালেদি চকুলো ধাৰেৰে বৰলৈ ধৰিলে। কটকীবিলাকে কলে—"বাদশ্বাহ চালামৎ! ইহঁতে হজৰত ইছাক নানাৰকমৰ গালি শপনি পাৰে।" তেতিয়া নাজ্জাচীয়ে সুধিলে—"মৰিয়মৰ পুতেক যীশুৰ সম্বন্ধে তোমালোকে কি কোৱা?" জা'ফৰে উত্তৰ দিলে—"যীশুক মানুহ, আল্লাৰ দাস, সতী মৰিয়মৰ পুতেক, আল্লাৰ ৰছুল, সাধু মহাপুৰুষ বুলি বিশ্বাস কৰোঁ"। জা'ফৰৰ কথাৰ অন্ত পৰা মাত্ৰকে নাজ্জাচীয়ে মোহিত হৈ চিঞৰি উঠিলে—"আল্লাৰ শপত! নিশ্চয় এইবোৰ কথা আৰু যীশুৱে কোৱা কথা একে জ্যোতিকেন্দ্ৰৰ পৰা আৰিৰ্ভূত। মুছলমান সকল! তোমালোকৰ ধৰ্ম্ম আৰু নবীক ধন্য; মই সাক্ষ্য দিছো যে, মোহম্মদ (দঃ) সেই মহাপুৰুষ, যাৰ প্ৰশংসা আৰু আগমন বাৰ্ত্তৰি, মই ইঞ্জিলত পঢ়িছোঁ। মোৰ কাণত এই ৰাজ্যভাৰ নথকাহেতেন, মযো তেখেতৰ খেদমতত হাজিৰ হৈ তেখেতৰ 'কদম বুচি' কৰি (ভৰিত চুমা দি) ধন্য হলোঁহেতেন। তোমালোক সকলো যোৱাঁ, স্বাধীনভাৱে মোৰ ৰাজ্যত থাকাঁ।" তাৰ পাচত তেওঁ আমৰ-বেন্ আছৰ গালত এনে জোৰেৰে চৰ এটা মাৰিলে যে, তাৰ নাকেদি তেজ ৰবলৈ ধৰিলে আৰু কটকীহঁতৰ ভাৰ-ভেটী তেতিয়াই ওলোটাই দি সিহঁতক

খেদাই দিলে। নাজ্জাচীয়ে তেতিয়াই ইছ্লাম গ্ৰহণ কৰিলে। এয়ে হৈছে মুছলমানৰ প্ৰথম বিজয় আৰু এই বিজয়ৰ পৰাই ইছ্লামৰ গৌৰব-ৰবিৰ উদয় হৈছিল। অলপ দিন থাকিয়েই নাজ্জাচীৰ মৃত্যু হয়, এই বাতৰি শুনি নবী-কৰিমে (দঃ) সকলো মুছলমানক লৈ তেওঁৰ কাৰণ দোৱা মাগিছিল ( মঙ্গল প্ৰাৰ্থনা কৰিছিল )।

সত্যই নিজেই নিজৰ বাট মোকোলাই লয়। শত্ৰুবিলাকেই সত্যৰ জয়লাভৰ সহায়। মুছলমান বিলাকক আবিচিনিয়ালৈ পঠিয়াই ৰছুল-কৰিমে (দঃ) নানাৰকমৰ কষ্ট আৰু লাঞ্ছনা ভুগিও কোৰেচ বিলাকক 'ৱহদানিয়ৎ' ( একত্ব ) আৰু সুনীতিৰ পোহৰলৈ আনিবলৈ চেষ্টাৰ ক্ৰটী কৰা নাছিল। কোৰেচ্বিলাকে ইতিকিং কৰি নবী-কৰিমক কয়—"মোহম্মদ (দঃ) যদি তুমি সঁচাকৈয়ে আল্লাৰ 'নবী' হোৱঁা, তেন্তে আমাক এটি 'মুআজ্জা' ( অলৌকিক দৃশ্য ) দেখুওৱঁা-চোন।" ৰেছালৎমাবে উত্তৰ দিয়ে—"আল্লাহতা'লাই মোক 'মুআজ্জা' দেখুৱাবলৈ পঠোৱা নাই, তেওঁ মোক মানুহৰ শিক্ষাৰ কাৰণ পঠিয়াইছে মাথোন। মই 'নবী' হৈ আহি মানব প্ৰকৃতিৰ সীমাৰ বাহিৰলৈ আহিছোঁনে কি? 'আনা ব'শ্ব'কম্ মিচ্লুকুম্" ( মই তোমালোকৰ নিচিনা এজন মানুহ মাথোন ) আৰু কেতিয়াবা কয়—"তোমালোকে চাৰিওকালে চোৱঁাচোন। এই আচৰিত পৃথিবী, এই জোন-বেলি-তৰা ধাৰা বিভূষিত মুকলি নীলা আকাশ, এই শুকান মাটিক পুনৰ্জ্জীৱন দিবলৈ বৰষুণ, মানুহৰ দৰকাৰী বস্তু-বেহানিৰে ভৰা সাগৰৰ বুকুত টুলুং-ভুলুংকৈ যোৱা জাহাজ, ফল ফুলেৰে উপচি থকা গছ-গছনিবোৰ, প্ৰকৃতিৰ এইবোৰ নিয়ম আৰু ৰীতি, ই কি কাঠ পাথৰেৰে সজা পুতলাৰ কাম?" আৰু কেতিয়াবা মনতে সিহঁতক নিৰ্ব্বোধ বুলি, প্ৰকাশ্যে কয়—"তোমালোকে আকনো কি 'মুআজ্জা' দেখিবলৈ

বিচাৰা! সদৌ সৃষ্টিয়েই দেখোন তেওঁৰ চিনেৰেই ভৰপূৰ! কি বিচিত্ৰ কৌশলেৰে সজা তোমাৰ এই সুন্দৰ দেহা! ৰাতি-দিনৰ গতি, জীৱন-মৰণৰ নিয়ম—, এই সকলোবোৰ কোনো প্ৰবল শক্তিৰ অধীন নহয়নে?" কিন্তু অজ্ঞান কোৰেচবিলাকে এই কথাৰ মৰ্ম্ম বুজিব নোৱাৰিলে আৰু আল্লাহুত'লাৰ অস্তিত্বৰ নিদৰ্শনবিলাক তেওঁলোকৰ চকুৰ আগত নপৰিল। বৰং তেওঁলোকৰ হিংসা দুগুণে বাঢ়িল।

ওপৰত উল্লেখ কৰা কটকী দুজন অপমানিত হৈ উভতি অহাত, কোৰেচবিলাকে লাজত মুখ উলিয়াব নোৱাৰা হৈ, আকৌ হুল চাঁচিবলৈ ধৰিলে। আবুজেহেল ৰছুল-কৰিমৰ (দঃ) ঘোৰ শত্ৰু আছিল। এদিন ৰছুল-কৰিমে (দঃ) চাফা পৰ্ব্বতৰ ওপৰত অকলৈ নিজঞ্জাল ঠাই এডোখৰত বহি আল্লাৰ ধ্যানত মগ্ন হৈ আছে, এনেতে আবুজেহেল তাতে ওলাল। তেখেতৰ খং তোলাবলৈ সি নেয়া মাতেৰে ইতিকিং আৰু ইছ্‌লামৰ নিন্দা কৰিবলৈ ধৰিলে। নবী-কৰিমে (দঃ) তালৈ আওকাণ কৰা দেখি, সি এডোখৰ শিল লৈ তেখেতৰ মূৰত মাৰি দিলে। মৰৰ পৰা চোচোৱাই তেজ ওলাবলৈ ধৰিলে; কিন্তু তেখেতে এফেৰিও খঙৰ চিন নেদেখুৱালে। বৰং তেখেতে এই বুলি দোৱা কৰিলে—"হে ৰব্বিল্ আলেমিন! তুমি এই ভ্ৰান্ত মানুহবিলাকক বাট দেখুওৱা, সিহঁত অবুজন। প্ৰভু! সিহঁতক ক্ষমা কৰা।"

হজৰত হামজাৰ ইছ্‌লাম গ্ৰহণ। নবুয়তৰ ৬ষ্ঠ বছৰ।

ৰছুল-কৰিমে (দঃ) ঘৰলৈ আহি এই ঘটনাৰ বিষয় কাকো নকলে। কিন্তু এজনী বান্দীয়ে দূৰৈৰ পৰা এই ঘটনা দেখি আছিল। ৰছুল-কৰিমৰ (দঃ) ৰৰ বাপেক হজৰত হামজা চিকাৰৰ পৰা উলটি অহা দেখি, তাই সকলো কথা তেওঁক কলে। হজৰত

হামজা আৰবৰ এজন নামী বীৰ, থকুত তেওঁৰ গোটেই গা থক-থক্ কৰে কঁপিবলৈ ধৰিলে। "মোহম্মদে (দঃ) একো বেয়া কথা কোৱা নাই, মাথোন এক সৰ্ব্বশক্তিমান আল্লাক পূজিবলৈ কৈছে। তাৰ সলনি যেতিয়াই তেতিয়াই আবুজেহেলে এনে অত্যাচাৰ কৰি আছে! মোহম্মদৰ (দঃ) বাপেক নাই, ময়ে আছোঁ—মই এইটো মনে মনে সহু কৰি থাকিমনে? নহয়, কেতিয়াও হব নোৱাৰে! মোহম্মদে (দঃ) সহ্য কৰে, কৰক, তেওঁ সকলো সহিব পাৰে; তেওঁৰ ধাতু-ৰেই বেলেগ। কিন্তু অব্দুল্লাৰ ককায়েক হামজাই কেতিয়াও সহিব নোৱাৰে, কেতিয়াও সহিব নোৱাৰে"—এই বুলিয়েই জাপ মাৰি তেওঁৰ হাতত যি ধেনু আছিল, তাকে লৈ লৰ মাৰিলে। দেখিলে, আবুজেহেল ক'বাত বন্ধুসকলৰ লগত বহি আলচ কৰি আছে। "পাষণ্ড! তই মোহম্মদৰ (দঃ) ওপৰত আৰু অত্যাচাৰ কৰিবিনে? এই ল"—এই বুলি হামজাই ধেনুৰে আবুজেহেলৰ মূৰত এনে মাৰ এটা মাৰিলে যে, তাৰ মূৰ ফাটি তেজ বৰলৈ ধৰিলে। তাৰ পাচত হজৰত হামজাই কলে, "বাৰু, ময়ো মোহম্মদৰ (দঃ) ধৰ্ম্ম ললোঁ। তোৰ যি ক্ষমতা কৰ"।

আবুজেহেলৰ এই দশা দেখি, তাৰ কেইজনমান মানুহে মাৰ, মাৰ বুলি চিঞৰি উঠিল, হামজায়েও ধেনু লৈ তৈয়াৰ হল। আবুজেহেলে দেখিলে যে, আৰবৰ এজন প্ৰধান বীৰ সিহঁতৰ দলৰ পৰা একাঁজ হব। এইটো ভাবি নৰাধমে সিহঁতক শান্ত কৰিলে।

হজৰত হামজাই ঘৰলৈ আহি, হজৰত ৰছুল-কৰিমক (দঃ) কলে, "মই আবুজেহেলক আজি ভালকৈ এপালী দি আহিছোঁ। তাৰ মূৰ ভাঙি দিছোঁ। কেনে, এতিয়া ৰং পাইছানে?" তেখেতে উত্তৰ দিলে:—"ৰব বাবাজান! সিহঁত ভ্ৰান্ত অবুজন, সেইবাবে এনে

ব্যবহাৰ কৰিছে, আপুনি এনে মানুহৰ প্ৰতি অত্যাচাৰ কৰাত মোৰ হিয়াৰ বেদনা আৰু বাঢ়িল। যদি মই শুনিলোঁহেতেন যে, আপুনি ইছ্লাম গ্ৰহণ কৰিছে, তেনেহলে বৰ আনন্দৰ কথা হলহেতেন।" হজৰত হামজাই এই কথা শুনি, "লা ইলাহা ইল্লাল্লাহু মোহম্মদৰ ৰছুলুল্লাহ" পঢ়ি 'ইমান' আনিলে ( ইছ্লামত দীক্ষিত হল )।

প্ৰলোভন।

এদিন কোৰেচ্‌বিলাকে আলচ কৰিলে যে, মোহম্মদক (দঃ) এনেকৈ ঘূৰাব নোৱাৰোঁ, কিছু লোভ দেখুৱাব লাগিব। এই ভাবি তেওঁলোকে ওৎবা নামেৰে এজন বৰ ধনী আৰু নামী মানুহক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ পঠিয়াই দিলে। ওৎবাই গৈ তেখেতক সম্বোধন কৰি কলে—"বাছা! তুমি আমাৰ পৰ মানুহ নোহোৱাঁ, তুমি কেনেই আমাৰ বোপা-ককাৰ ধৰ্ম্ম নিন্দা কৰি, সকলোৰে লগত শত্ৰুতা কৰিছা, তোমাৰ উদ্দেশ্য কি? যদি তুমি মান বিচাৰিছাঁ, আমি তোমাক মক্কাৰ ৰাজপাটত বহুৱাম—সকলোৱেই তোমাক মান কৰিব। যদি ধন লাগে, তোমাক কুবেৰ কৰি দিম আৰু আমি তোমাৰ তলত থাকিম। তোমাৰ সুখৰ কাৰণে আমি সকলোৱে পুৰুষাৰ্থ কৰিম। যদি তোমাক তিৰোতা লাগে, বহুত ৰূপহী তিৰোতা আনি দিম। তুমি নিজৰ মত এৰি দিয়াঁ। আমাৰ ধৰ্ম্মক নিন্দা নকৰিবাঁ। আৰু যদি তোমাৰ মগজৰ কিবা বিকাৰ হৈছে, আমি তাকো ঔষধপাতি দিবলৈ গাত লৈছোঁ"।

ৰছুল-কৰিমে (দঃ) ধীৰ আৰু গহীন ভাবে তেতিয়া কোৰ্‌আনৰ "হা-মীম ছাজদা" চুৰা পঢ়িবলৈ ধৰিলে। ওৎবাই শুনি তেখেতৰ কালে ৰ'লাগি চাই থাকিল। তাৰ পাচত, নবী-কৰিমে কলে—"মই খোদাৰ হুকুম পাইছোঁ। ধন-মান, সুখ-সম্পদ আৰু ৰাজ্য একো মই

বিচৰা নাই। দেৱ-দেৱী একো নহয়, খোদা এক, তেওঁৰ অংশী কোনো নাই। তেওঁৰেই তোমালোকে পূজা কৰা—এয়ে হৈছে মোৰ উদ্দেশ্য। ওৎবা! মৰাৰ পাচত খোদাৰ ওচৰলৈ যাবই লাগিব। পাপ পুণ্যৰ শোধ অৱশ্যই হব। খোদাক মানা, পুণ্য কাম কৰা; খোদায়ে তাৰ এটা বঁটা দিব। পৰকালত বিহিস্তলৈ (স্বৰ্গ) যাবা। যদি তাকে নকৰা—পাপী হৈ ভুগিবা। এয়ে মোৰ কথা।"

এনে সম্পদ, এনে মান, এনে মূল্যবান ৰাজপাট এৰি দিয়া মুখৰ কথা নে? ওৎবা ভেবা লাগি উঠি গ'ল। বাটে বাটে ভাবি 'গছে আহা! কি কথা আজি শুনিলোঁ, এনে কথা আৰু কেতিয়াও শুনা নাছিলোঁ। আহা! ভাষাৰ কি লালিত্য—ই কেতিয়াও কবিৰ ৰচনা নহয়। আহা! ইয়াৰ ভাব কিমান ওখ। ই কেতিয়াও যাদু মন্ত্ৰ হব নোৱাৰে।

কোৰেচৰ মজ্‌লিচত আহি ওৎবাই কবলৈ ধৰিলে—"সেই মানুহ জনে যিহকে কৰে কৰক। আমাৰ হতা-ওপৰা কৰাৰ সকাম নাই।" ওৎবাৰ নিচিনা মানুহৰ মুখত এনে কথা শুনি, কোৰেচ্‌বিলাকে জাঙুল খাই উঠি কলে—"তোমাৰ ওপৰতো তাৰ যাদু লাগিল।" কোৰেচ্‌বিলাক বৰ অধীৰ হৈ পৰিল—এতিয়া কি কৰা হব! সিফালে কোৰেচবিলাকৰ অত্যাচাৰৰ লগে লগে আৰবৰ ভিন্ ভিন্ ফৈদত ইচ্‌লাম লাহে লাহে নিজৰ বাট মোকোলাই আগ বাঢ়িবলৈ ধৰিছে। তৎ নেপাই কোৰেচ্‌বিলাকে এখন মেল চপালে। তালৈ হজৰত নবী-কৰিমক (দঃ) মতাই অনাই, আগৰ দৰে তেখেতক নানা ৰকমৰ প্ৰলোভন দেখুৱাবলৈ ধৰিলে। কিন্তু একোপধ্যে তেখেতে মান্তি নহৈ ক'লে—"আল্লাই সত্য আৰু জ্ঞানৰ পোহৰ দি ইহ-পৰকালৰ মুক্তিৰ বাট দেখুৱাবলৈ, মোক আপোনালোকৰ ওচৰলৈ পঠিয়াইছে। যদি

আপোনালোকে আল্লাৰ বাণী নেমানে—মোৰ গাত একো কথা নাই। আল্লাৰ যি ইচ্ছা সেয়ে হব।"

একোপধ্যে সৈমান নোহোৱাত, কোৰেচ্‌বিলাকে নানা ৰকমে ৰছুল-কৰিমক (দঃ) ঠাট্টা মস্কৰা কৰিবলৈ ধৰিলে। তাৰ পাচত তেওঁ-লোকে কলে—"আমাৰ যি কৰ লগীয়া আজি তোমাক জনালোঁ। কিন্তু সাৱধান! তোমাক এই অধৰ্ম্মৰ কথাবোৰ আৰু প্ৰচাৰ কৰিবলৈ কেতিয়াও নিদিওঁ। ইয়াত হয় আমি ধ্বংস পাম, নহয় তুমি! এই শেষ!!"

ৰছুল-কৰিমে (দঃ) কলে—"কৰ্ত্তব্য পালন কৰাই হৈছে মোৰ কাম। ফলাফল মোৰ আল্লাৰ হাতত।" এই কথা কৈ তেখেতে তাৰপৰা গুচি গ'ল।

হজৰত ওমৰ-বেন্-খাত্তাব আৰবৰ এজন প্ৰতাপী বীৰ আৰু ৰছুল-কৰিমৰ (দঃ) ঘোৰ শত্ৰু। তাতে আবুজেহেলে ঘোষণা কৰি দিলে যে, যেয়ে মোহম্মদৰ (দঃ) মূৰটো কাটি আনিব পাৰিব, তাক তেওঁ এশটা উট আৰু ৫০০ শ সোণৰ মোহৰ বঁটা দিব। হজৰত ওমৰে তৰোৱাল জোকাৰি জাপ মাৰি উঠি কলে—"মই আনিম, মই আনিম"। তেতি-য়াৰে পৰা কেনেকৈ ৰছুল-কৰিমক (দঃ) বধ কৰি যশস্যা লব, তেওঁ তাৰ চিন্তাত থাকে। তেওঁ নিজেই

*হজৰত ওমৰৰ ইছ্‌লাম গ্ৰহণ। নবুয়তৰ ষষ্ঠ বছৰ।*

কৈছে—"এদিন গহীন নিশাত ৰছুল-কৰিমক (দঃ) বিচাৰি বিচাৰি মই ক'বালৈ গৈ দেখোঁ যে, তেখেতে নামাজত থিয় হৈ 'আলহাক্কা' চুৰা পঢ়িছে। মই কাণ পাতি শুনি মনে মনে ভাবিলোঁ, কোৰেচ বিলাকে যি কয় সেইটো সঁচা, এওঁ এজন গুপ্ত খাপৰ কবি। আহা, ভাষা কেনে সুললিত! তাৰ পাচতে মই শুনিলোঁ তেখেতে পঢ়িছে—

"ফলা উক্‌চিমু বিমা তুবচিৰূণ ব-মা লা তুব্‌চিৰূণ।"

তোমালোকে যিহকে দেখিছাঁ আৰু যি তোমালোকে দেখিবলৈ পোৱাঁ, —এই সকলোৰে শপত,

"ইন্নহু ল'কাউলু ৰছুলিন্ কৰিম ব-মা হুৱা বিকাউলে শায়েৰ কলিলম্মা তু মেমুন।"

নিশ্চয় ই (কোৰ্‌আন) মোৰ শ্ৰেষ্ঠ ৰছুলৰ (প্ৰচাৰিত) বাণী—ই কবিৰ কল্পনা নহয়, কিন্তু তোমালোকে ইয়াক অলপহে বিশ্বাস কৰি থাকা।

এইটো দেখোন মোৰ মনৰ কথা; এওঁ এইটো কেনেকৈ নো জানিলে। এওঁ নিশ্চয় এজন মন্ত্ৰ-জনা গণক। মোৰ মনত এই ভাব খেলাওঁতেই, মই শুনিলোঁ। তেখেতে তাৰ পাচত মাতিছে—

"ব-লা বিকাউলে কাহেন্-কলিলম্মা তজাৰুৰূণ—তন্‌জিলুম্মিৰ্ ৰব্বিল্ আলেমীন"

আৰু ই গণকৰ কথা নহয়। তোমালোকে অলপহে চিন্তা কৰি বুজি থাকা, ই জগৎপালনকাৰীৰ পৰা অৱতীৰ্ণ হৈছে।

তেতিয়াৰে পৰা মোৰ মনটো ইছ্‌লামৰ ফালে অলপ ঢাল খাবলৈ ধৰিলে।"

হজৰত ওমৰে কেনেবাকৈ জানিব পাৰিলে যে, নাইম-বেন-আব্দুল্লাহ নামেৰে তেওঁৰ এজন আত্মীয়ই মনে মনে ইছলাম গ্ৰহণ কৰিলে। এদিন তেওঁ তৰোৱাল হাতত লৈ ৰছুল-কৰিমক (দঃ) বধিম বুলি তেখেতৰ ঘৰৰ ফালে কাঁড়টো যোৱা দৰে গ'ল। বাওঁতে বাটতে নাইমক পাই সুধিলে-"বোপা-ককাৰ ধৰ্ম্ম এৰি মোহম্মদৰ

(দঃ) ধৰ্ম্ম লৈছনে কি?" নাইমে কলে—"মোক যে কথা কৈছা, তোমাৰ ফাতিমা ভনীয়েৰাঁ আৰু তেওঁৰ স্বামী ছইদৰ কথা মোসোধাঁ কিয়?" হজৰত ওমৰে খঙত ততালিকে ভনীয়েকৰ ঘৰলৈ গৈ বাজৰ পৰা শুনিলে ভিতৰত এটা ভুন্ ভুনকৈ শব্দ হৈছে আৰু ভিতৰলৈ সোমাই গৈ ভনীয়েকক সুধিলে—"কিহৰ শব্দ হৈছিল?" ফাতিমাই ক'লে-"একো নহয়।" দুইৰো মুখ চুপতি হ'ল। হজৰত ওমৰে খঙত ফাতিমাক চুলিত ধৰি পাৰেমানে মাৰিলে। ফাতিমাই তেতিয়া উত্তেজিত হৈ কৈ পেলালে—"হয়, আমি মুছলমান হৈছোঁ। মোহম্মদ (দঃ) সচা পয়-গাম্বৰ।" ওমৰে তেওঁলোকৰ এনে অচলা ভক্তি দেখি বিচুৰ্ত্তি খালে। ফাতিমাৰ গাৰ পৰা তেজ বৰলৈ ধৰা দেখি, তেওঁ দুখ আৰু লাজ পাই কলে—"বাৰু, তোমালোকে যি পঢ়িছিলা, তাক মোক এবেলি চাবলৈ দিয়াঁ।" ফাতিমাই কলে—"আপোনালোক মোশ্ৰিক (অংশীবাদী), আপুনি নাপাক (অশুচি) আছে, সেইটো ছুব নোৱাৰে।"

হজৰত ওমৰে তেতিয়াই গা-পা ধুই পাক-চাফ (শুচি) হৈ ভনীয়েকৰ পৰা নিকা কাপোৰ লৈ পিন্ধি চামৰাৰ খাতাটো পঢ়িবলৈ ধৰিলে। 'তা—হা' আৰু 'হাদিদ' এই দুই কোৰআনৰ 'চুৰা' চামৰা এডোখৰত লিখা আছিল। এই দুটা চুৰা পঢ়ি ভাষা আৰু ভাবৰ ফালে মন কৰি হজৰত ওমৰ মুগ্ধ আৰু ব্যাকুল হৈ গ'ল। আল্লাৰ কি মহিমা! তেতিয়াই পঢ়িবলৈ ধৰিলে—'কলমা শ্বাহাদত': "মই ঘোষণা কৰিছোঁ, এজন আল্লাত বাজে আন কোনো উপাস্য নাই, তেওঁ এক, তেওঁৰ কোনো অংশী নাই আৰু মই সাক্ষ্য দিছোঁ যে, মোহম্মদ (দঃ) তেওঁৰ দাস আৰু প্ৰেৰিত।"

খাব্বাব নামে এজন ছাহাবীয়ে ফাতিমাক কোৰ্আন পঢ়াইছিল। হজৰত ওমৰক আহা দেখি ভয়ত তেওঁ লুকাই আছিল। এতিয়া

বাহিৰলৈ আহি কলে—"মোবাৰক বাদ, ওমৰ! আল্লাই তোমাকে বাছি লৈছে। যোৱা ৰাত্তি ৰছুল-কৰিমে (দঃ) আল্লাৰ ওচৰত এই মুাল দোৱা (প্ৰাৰ্থনা) কৰা মই শুনিছিলোঁ—"হে ৰব্বিল আলমীন (বিশ্ব জগতৰ খোদা)! ওমৰ-এবনে খাত্তাব, ওমৰ-এবনে-হেশ্বাম বা আবুজেহেল—এওঁলোকৰ মাজৰ এজনৰ দ্বাৰা ইছ্লামৰ বল বঢ়োৱাঁ।"

ওমৰে ৰাত্তি ভনীয়েকৰ ঘৰতে থাকিল। ৰাতি পুৱাই থাব্বাৰক লৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গ'ল। সেই সময়ত শক্ৰৰ ভয়ত বেছালৎ পানাহে কেইজন মান ভক্ত লৈ চাফা পৰ্ব্বতত আৰ্কম ভক্তৰ ঘৰত বহি মনে মনে ধৰ্ম্ম শিক্ষা দিছিল। হজৰত ওমৰে উদং তৰোৱাল হাতত লৈ আৰকমৰ দুৱাৰ মুখত থিয় হল। শিষ্য-বিলাকে এই কথা জানি বিচলিত হল। হজৰত হামজাই উত্তেজিত হৈ ক'লে—"আহিবলৈ দে, যদি ভাল ভাবেৰে আহিছে, ভাল, নহলে তাৰ তৰোৱালেৰেই তাৰ মুৰ ছিঙিম।" কিন্তু ৰছুল-কৰিমে (দঃ) ধীৰ ভাবে ক'লে—"ভয় নাই, দুৱাৰ মেলি দিয়াঁ, আহক"।

হজৰত ওমৰ ভিতৰ সোমালতে ৰছুল-কৰিমে (দঃ) তেওঁৰ কাপোৰৰ আঁচল আজোৰ মাৰি কলে—"আৰু কমান দিন, ওমৰ?" ওমৰৰ বল বিক্ৰম নাইকিয়া হল. তেওঁৰ হিয়া থৰ্ফৰাবলৈ ধৰিলে, তেওঁ তেতিয়া তৰোৱালখন ৰছুল-কৰিমৰ (দঃ) পাক কদমৰ (ভৰিৰ) ওচৰত থৈ, পঢ়িবলৈ ধৰিলে—"লা ইলাহা ইল্লাল্লাহো মোহম্মদ ৰছুলোল্লাহ"। হজৰত ওমৰৰ মুখত 'কলমা' পঢ়া শুনি ৰছুল-কৰিমে (দঃ) উলাহত "আল্লাহো আকবৰ" (আল্লাহ মহান) বুলি জয়ধ্বনি কৰি উঠিল। লগে লগে ছাহাবাসকলেও "আল্লাহো আকবৰ" বুলি জয়ধ্বনি কৰিলে। ঘৰ'ৰাৰ দেৱালক কঁপাই সেই ধ্বনিৰ প্ৰতিধ্বনি বাজি উঠিল

"আল্লাহো আক্‌বৰ"। এয়ে ইছ্‌লামৰ প্ৰথম জয়ধ্বনি!

হজৰত ওমৰ মুছলমান হল—এইকথা সদৌ মক্কাত প্ৰচাৰ হল আৰু তেওঁ নিজেই পিচ দিনা পুৱাই ৰবমুৰীয়া কোৰেচ কেইজনৰ ঘৰেপতি গৈ কৈ আহিল—"মই মুছলমান হৈছোঁ।" আৰবৰ ডাঙৰ ডাঙৰ সকলো বীৰ এজন এজনকৈ সিফলীয়া হবলৈ ধৰিলে। তাকে দেখি, কোৰেচবিলাকৰ মন ধৰ্‌ফৰাবলৈ ধৰিলে। সিহঁতৰ টোপনি নাইকিয়া হল।

ওমৰক এথেকেচা ভালকৈ নিদিলে নহব, এই ভাবি কোৰেচ্‌-বিলাকে গোটখাই এদিন ক'াবাৰ ওচৰত হজৰত ওমৰক পাই মাৰি আধামৰা কৰিলে। হজৰত ওমৰ প্ৰায় বেহুঁচ, কিন্তু মুখত এই কথা মাত্ৰ ওলাইছিল—"সত্য কেতিয়াও নেৰোঁ।"

ভাল হোৱাৰ কেইদিন মানৰ পাচত, হজৰত ওমৰ আৰ্‌কমৰ ঘৰলৈ গৈ নবী-কাৰমৰ (দঃ) খেদমতত আৰজ কৰিলে—"য়া ৰছু-লোল্লাহ! কোৰেচে মিছা ধৰ্ম্ম আৰু মিছা খোদাক কা'বাত খোলা দেখিকৈ উপাসনা কৰিব, আৰু আমি সঁচা ধৰ্ম্ম আৰু সঁচা আল্লাৰ সেৱা কৰিও এইদৰে সত্যক লুকুৱাই থম নে? ৰছুল কৰিমে (দঃ) অতি উলাহেৰে এই প্ৰস্তাৱ গ্ৰহণ কৰিলে। তেতিয়াই চাফাৰ পৰা ওলাই ৪০ জন ছাহাবা দুভাগ হৈ, হজৰত হামজা আৰু হজৰত ওমৰ ফাৰুকক আগত লৈ আৰু ৰছুল কৰিমক (দঃ) তাৰ মাজত লৈ, নগৰৰ মাজেদি কা'বাত সোমালগৈ। তাত আল্লাৰ নাম লৈ দুই 'ৰেকআৎ' নামাজ পঢ়ি নিজ নিজ ঘৰলৈ দিহা দিহি আহিল। কোৰেচ্‌বিলাকে জনাব ৰছুলৰ (দঃ) কটা মূৰ হজৰত ওমৰৰ হাতত দেখিম বুলি আশা কৰি অতি বং মনেৰে কা'বালৈ গৈ, অৱস্থা দেখি, বিচুৰ্ত্তি খালে। আহা, ইছ্‌লামৰ কি মোহিনী শক্তি!

উদং তৰোৱাল হাতত লৈ ৰছুল-কৰিমৰ (দঃ) মূৰ ছিজিবলৈ গৈছিল, তেৱেঁই আকৌ মূৰ দোঁৱাই ইছ্লামত দীক্ষিত হল! হজৰত আবু-বকৰৰ ওফাতৰ (মৃত্যুৰ) পাচত, এৱেঁই খলিফা হৈ ইউৰোপ আৰু আফ্রিকা মহাদেশত ইছ্লামৰ বিজয় নিচান উৰুৱায়। এওঁ ইছ্-লামত দীক্ষিত হোৱাত ৰছুল-কৰিমৰ (দঃ) শিষ্য সংখ্যা পূৰা ৪০ জন হল।

কঠোৰতৰ পৰীক্ষা।

কোৰেচ্‌বিলাকে যেতিয়া দেখিলে যে, মুছলমানবিলাকে আখিৰচি-নিয়াত হেলাৰাঙে নিজৰ ধৰ্ম্ম চলাই আছে, হজৰত ওমৰ আৰু হজৰত হামজাৰ নিচিনা ধনী মানী প্ৰতাপশালী বীৰে অলপ দিনতে ইছ্লাম গ্ৰহণ কৰিলে, আকৌ তাতে মুছলমানবিলাকে টিলিকি মাৰি দেখা-দেখিকৈ আমাৰ দেব-দেৱীৰ থান—ক'বাত, নামাজ পঢ়ি গল, তেতিয়া মুছলমানবিলাকেৰে সৈতে বেচা-কিনা, বিয়া-বাৰু সকলো প্ৰকাৰৰ লেন-দেন বন্ধ কৰি দিলে আৰু প্ৰতিজ্ঞা কৰিলে—যেতিয়ালৈকে বধ কৰিবলৈ সিহঁতে নিজেই মোহম্মদক (দঃ) আমাৰ হাতত পেলাই নিদিয়ে, তেতিয়ালৈকে এই প্ৰতিজ্ঞা বলবৎ থাকিব। 'এই প্ৰতিজ্ঞা-কাকতত মুখাল মুখাল ৪০ জন মানুহে চহি দিলে। মুছলমান বিলাকৰ মহা বিলাই। কি ভয়ানক অত্যাচাৰ! জীয়াই থাকে কেনেকৈ—খায় কি? ধন্য সহিষ্ণুতা! ধন্য 'ইমানৰ' (ধৰ্ম্মবিশ্বাসৰ) বল!!

আবুতালেবত আশ্ৰয় (নবুয়তৰ ৭ম বছৰৰ পৰা ৯ম বছৰৰ শেষলৈকে।) ৬১৬—৬১৯ খৃঃ)।

দেব-দেৱীক সাক্ষী থৈ এই প্ৰতিজ্ঞা-কাকতত লিখি কা'বাত আঁৰি দিলে। যেতিয়া মুছলমানবিলাকে দেখিলে যে, কেউফালে খাদ্য-পানী বন্ধ হোৱাত খাবলৈ নেপাই মৰিব লাগিব, তেতিয়া তেওঁলোকে আবু-তালেব সামেৰে পৰ্ব্বতত এটা কোঁঠ আছিল, তালৈ গৈ অস্থায়ীৰূপে তাত আশ্ৰয় ললেগৈ।

তালৈকো বাহিৰৰপৰা ৰচদ-পানী যোৱাটো কোৰেচ্‌বিলাকে বন্ধ কৰি দিলে। তাত খাবলৈ নেপাই লৰা-ছোৱালী সকলোবোৰে হাঁ-হাঁ-কা-কা কৰিবলৈ ধৰিলে। দেহিঐ, এই কেঁচুৱা পোনাইতৰ কান্দোনত পৰ্ব্বতো কঁপি উঠিছিল! কিন্তু কাঠ-বুকুৱা মক্কাবাসীবিলাকৰ তিলমানো মৰম নেলাগিল। এদিন নহয়, দুদিন নহয়, দুবছৰ এনেকৈয়ে গ'ল। মুছলমানবিলাকে গছপাত আদি খাই কোনোমতে ভোকৰ কলমলনি মাৰ নিয়াইছিল। ধন্য ধৈৰ্য্য! ধন্য ৰছুল-কৰিমৰ (দঃ) শিক্ষাৰ প্ৰভাৱ! আগত মৃত্যুৰ ভীষণ বিভীষিকা—এনে বিপদতো এটি মানুহৰো ভৰি নিপিছলিল। এনে ধৈৰ্য্যৰ তুলনা, এনে মহিমাৰ তুলনা এই সংসাৰত অতি বিৰল। এমুঠি আৰবে দুদিনতে পৃথিবীক ঈশ্বৰৰ পৰা সিমূৰলৈকে কোন শক্তিৰ বলত বশ কৰিব পাৰিছিল?

আৰবৰ নিয়ম আছিল যে, হজ্জৰ সময়ত চাৱাল জেল্‌কদ জেল্‌হজ্জ আৰু মহৰ্‌ৰম, এই চাৰি মাহত নৰ-হত্যা আদি গৰ্হিত কামবোৰ কেৱে কৰিব নোৱাৰে। ৰছুল-কৰিমে (দঃ) এই চলতে পৰ্ব্বতৰ পৰা নামি আহি সকলোকে আল্লাৰ বাণী শুনাই আল্লাৰ ফালে দাৱাত (আহ্বান) কৰে।

দুষ্টৰ মাজতো সাধু থাকে। মুছলমান কেইজনৰ ওপৰত বেলিয়ে পতি ইমান অত্যাচাৰ আৰু উৎপীড়ন দেখি, পাঁচ জন মানুহৰ পুতৌ লাগিল। আমি পেটভৰি খাম, ইাঁহিমাতি ৰঙেৰে ৰমলিয়াই ফুৰিম আৰু আমাৰেই বন্ধু-বান্ধৱ, ভাই-ককাই—বনি-হাশ্বেম—পেটৰ পোৰণিত হাঁ-হাঁ-কা-কা কৰিছে। ই কি বিচাৰ! এই বুলি তাৰে এজনে জাপ মাৰি কাবা'ত আঁৰি থোৱা প্ৰতিজ্ঞা-কাকতখন আনি ডোখৰ-ডোখৰকৈ ফালি পেলালে। আৰু মহৰ্‌ৰম মাহত কেউজনে উদং তৰোৱাল হাতত লৈ পৰ্ব্বতত বন্ধ হৈ থকা মুছলমানবিলাকক মক্কালৈ আনি মেলি

দিলেহি। এই ঘটনা ৬১৯ খৃঃ অব্দত ঘটিছিল। কিন্তু সুখ তেওঁলোকৰ কপালত নাছিল। আকৌ কোৰেচ্‌বিলাকে অত্যাচাৰ উৎপীড়ন কৰিবলৈ ধৰিলে।

বিপদ আল্লাৰ দান, আঘাত আৰু বেদনা স্বৰ্গৰ নিয়ামৎ (মঙ্গল)। সেই দেখি, মহাপুৰুষসকলৰ জীৱনত দুখৰ ওপৰত দুখ, বিলাইৰ ওপৰত বিলাই। ইয়াৰ ভিতৰত ৰছুল-কৰিমৰ (দঃ) পৰীক্ষা আকৌ সকলোতকৈ টান। কাৰণ—প্ৰেম পুণ্যত, ধৈৰ্য্য-বীৰ্য্যত তেখেতক জগতৰ শ্ৰেষ্ঠতম মানুহ কৰি আৰু মানুহৰ পূৰ্ণতম আৰ্হিৰূপে গঢ়াই আল্লাৰ ইচ্ছা। সেই কাৰণে, জন্মৰ পৰা আজিলৈকে ৰছুল-কৰিমৰ (দঃ) কঠোৰ জুই পৰীক্ষা হল। এই দুখীয়া 'এতীম,' উপায়হীন, 'উৰ্ম্মিৰ' নিমিত্তে তিনি বছৰ এই মুছলমান কেইজনে কেনেই ইমান কঠোৰ ক্লেশ সহ্য কৰিলে?

## নতুন বিপদ।

কোৰেচ্‌বিলাকে যেতিয়া দেখিলে যে, তেওঁলোকৰ সকলো চেষ্টা আকাশত চাং পতাৰ দৰে হল, তেতিয়া ৰছুল-কৰিমক (দঃ) বধ কৰি একে দিনাই সকলো আপদৰ ওৰ পেলাবলৈ বিচাৰিলে। দেখাদেখিকৈ ৰণ নকৰিলে আৰু একো উপায় নাই। এইবোৰ চিন্তাত তেওঁলোকৰ মন ধৰ্‌ফৰাবলৈ ধৰিলে।

বিবি খদিজাতুল কোব্‌ৰা আৰু আবু-তালেবৰ ওফাত (মৃত্যু)। নবুয়তৰ ১০ম বছৰ। ৬১৯ খৃঃ।

পৰ্ব্বতৰ পৰা অহাৰ কেইমাহমানৰ পাচতেই নবীয়ে-আকৰমৰ (দঃ) অতি চেনেহৰ বিবি খদিজাতুল কোব্‌ৰা ৬৫ বছৰ বয়সত ইন্তকাল পায় (মৃত্যু হয়।) ৰছুল-কৰিমৰ (দঃ) চকু-লো শুকাবলৈ নৌ পাওঁতেই অৰ্থাৎ ইয়াৰ এমাহ পাঁচ দিনৰ মূৰতে তেখেতৰ ধাই সহায় দদায়েক আবুতালেবেও ৮৭ বছৰ বয়সত এই ফানা (নশ্বৰ) দুনিয়াই এৰে।

আবুতালেবৰ সময় যেতিয়া ওচৰ চাপিলহি, আবুজেহেল, আব্দুল্লা-বেন-উমাইয়া আৰু অনচেৰেক কোৰেচ্ চৰ্দাৰ আহি তেওঁক কলেহি—"আপুনি জীয়াই থাকোঁতেই মোহম্মদৰ (দঃ) লগত আমাৰ এটা ৰফা কৰি দিয়ক। আমাৰ ধৰ্ম্মৰ নিন্দা নকৰিবলৈ তেওঁ প্ৰতিজ্ঞা কৰক।" ৰছুল-কৰিমক (দঃ) মতাই অনাই এই প্ৰস্তাৱৰ কথা কোৱাত, তেখেতে উত্তৰ দিলে—"শ্বেৰ্ক (অংশীবাদ) আৰু তৌহিদৰ (একত্ববাদৰ) লগত ৰফা কোনোমতেই হব নোৱাৰে। তেওঁলোকে এক আল্লাক মানি ললে মোৰ আৰু কোনো কথাই নেথাকে।"

আবুতালেবৰ আসন্ন কাল আহি পালত ৰছুল-কৰিমে (দঃ) ব্যাকুল হৈ দুখেৰে তেওঁক কলে—"এতিয়াও সময় আছে, এবাৰ পঢ়ক 'লা-ই-লাহা ইল্লাল্লাহ।' আবুজেহেলে কবলৈ ধৰিলে—"আপুনি অন্তিম সময়ত আব্দুল মোত্তালেবৰ ধৰ্ম্ম নেৰিব।" আবুতালেব গ'ল, কিন্তু ইছলাম গ্ৰহণ কৰিবলৈ নহল।

বিবি খদিজা আৰু আবুতালেবৰ মৃত্যু হোৱাত কোৰেচ্ বিলাকৰ অত্যাচাৰৰ বাট মুকলি হৈ পৰিল। এতিয়া তেওঁলোকে পাৰেমানে ৰছুল-কৰিমক (দঃ) উৎপীড়িত কৰিবলৈ ধৰিলে। তেওঁলোকে তেখেতৰ দুৱাৰ মুখত কাঁইট পেলাই থয়, যাতে তেওঁ বাজলৈ আহিব নোৱাৰে। সেইবোৰ আঁতৰাই দি তেওঁলোকক তেখেতে সম্বোধন কৰি কয়—"ওচৰ চুবুৰীয়াৰ এনেনে ধৰ্ম্ম?" তেখেত যেতিয়া কা'বাত 'চিজ্দা'ত পৰি আল্লাৰ ধ্যানত তন্ময় হৈ থাকে, কোৰেচ্ বিলাকে উটৰ নাড়ী-ভুৰু বা পোৱালী-পোৱা-ছাগলীৰ 'ফুল' আনি, এই অৱস্থাতেই তেখেতৰ মূৰৰ ওপৰত পেলাই দিয়ে। এদিন বেছালৎ মাৰে নামাজত মগ্ন হৈ থাকোতে, ওকবাই নিজৰ চাদৰখন তেখতৰ ডিঙ্গিত মেৰিয়াই দি পকাবলৈ ধৰাত, তেখেতৰ উশাহ বন্ধ হবলৈ ধৰিলে। এনেতে,

হজৰত অবুবকৰে এই ঘটনা দেখি ওকৃবাক ঠেলা মাৰি আঁতৰ কৰি দিলে। এদিন আল্লাৰ ধ্যানত মগ্ন হৈ থাকোতে এটা শয়তানে কেতবোৰ জাবৰ-জোথৰ, ধূলি-মাটি আনি তেখেতৰ মূৰতে পেলাই দিলে। তেখেতে তেনেকৈয়ে ঘৰলৈ গ'ল। তেখেতৰ জীয়েক বিবি ফতিমাই মূৰ ধুৱাই দি কান্দিবলৈ ধৰিলে। তেখেতে সান্ত্বনা দি কলে— "আই! নেকান্দিবি. আল্লাই তোৰ বাপেৰক ৰক্ষা কৰিব, সি অবোধ।" পাষণ্ডবিলাকে তেখেতৰ খোৱা বস্তুত নানা ৰকমৰ বেয়া বস্তু মনে মনে মিহলাই দিয়ে। বাটে পথে ওভট মাত মতা আৰু ইতিকিং কৰাৰ কথা কবই নেলাগে। তেখেতে বাটেদি গ'লে বদ্‌মাছ মানুহবোৰে তেখেতৰ পাচে পাচে হৈ দি ফুৰে।

দাদায়েকৰ বিয়োগ-শোক, নিজৰ বিবিৰ বিয়োগ-শোক, মাউৰী ছোৱালীবিলাকৰ মৰামুৰা শুকান মুখ, আকৌ তাতে এই অধৰ্ম্মীহঁতৰ এনে অত্যাচাৰ! এফালে ইমানবোৰ বিপদ আৰু আনফালে কৰ্ত্তব্যৰ আহ্বান। এই সময়ত ধন মান ৰাজ-পাট আৰু আন আন প্ৰলোভনেৰে ৰছুল-কৰিমক (দঃ) হাতলৈ অনাৰ চেষ্টা কম হোৱা নাছিল। ইয়াত ৰছুল-কৰিমৰ (দঃ) মহান হৃদয় এফেৰিও বিচলিত নহল হয়, কিন্তু মকাত দীনজাৰি (ধৰ্ম্মপ্ৰচাৰ) কৰা অসম্ভৱ হৈ পৰিল। তায়েফত হজৰত আব্বাছৰ ভালেমান ৰায়ত থকা দেখি ভাবি চিন্তি তেখেতে জায়েদৰে সৈতে তায়েফলৈ ওলাল। মক্কাৰ পৰা তায়েফ ৭০ মাইল দূৰ। মকা হৈছে তায়েফবাসীসকলৰ যাই তীৰ্থ স্থান। জয়জয়তে তেখেতে কহ্‌তান কৈদৰ ওচৰত আশ্ৰয় লয়। সিহঁতৰ আগত 'তৌহিদ' ধৰ্ম্মৰ কথা কোৱাত সিহঁতে তেখেতক খেদাই দিয়ে। পাচত তেখেতে ছকিফ কৈয়দৰ মুখাল মানুহবিলাকক

ৰছুল কৰিমৰ (দঃ) তায়েফলৈ যোৱা আৰু তাত ইছলাম জাৰি কৰাৰ ফল' নবুযতৰ ১০ম বছৰ, ৬২০ খৃঃ।

ইছ্লামৰ ফালে আহ্বান কৰে, কিন্তু তেওঁলোকেও তেখেতৰ কথা উপলজ্যা কৰি টিলিকি মাৰি উৰাই দিয়ে। বাটেদি গলেই দুষ্ট মানুহবোৰে তেখেতক হৈ দি ভৰিলৈ শিলগুটি দলিয়ায়। কেতিয়াবা তেখেতৰ ভৰি দুইখনি ঘা-লাগি তেজেৰে বঙ্গা হৈ যায়। বাট বুলিব নোৱাৰিলে সিহঁতে তেখেতৰ দুই হাত ধৰি চোচোৰাই টানি নিয়ে আৰু আকৌ ভৰিত শিলগুটি মাৰিবলৈ ধৰে, পাচত নাচি-বাগি কিৰিলি মাৰি হাঁহিবলৈ ধৰে। কিন্তু তেখেতে কৰ্ত্তব্য পালন কৰিবলৈ কেতিয়াও নেৰিলে। দহ দিনলৈকে তায়েফৰ নগৰে গাৱেঁ ভুঁয়ে আল্লাৰ বাণী প্ৰচাৰ কৰিলে। তাৰ পাচত তৎ নেপাই জায়েদক লৈ মক্কালৈ উভতিবলৈ মন কৰিলে। এনে সময়তে নৰধামহঁতে শিল-গুটিৰে তেখেত আৰু জায়েদ, দুইকো এনেদৰে ঘাইল কৰিলে যে, গোটেই গা তেজেৰে বঙ্গা হৈ পৰিল। তেখেত অজ্ঞান হৈ পৰি-গ'ল। জায়েদে তেখেতক কান্ধত লৈ লৰালৰিকৈ নগৰৰ বাহিৰলৈ নি এখন আঙুৰ-বাৰীত থৈ সেৱা শুশ্ৰূষা কৰিবলৈ ধৰিলে। হুঁচ পাই তাতে তেখেতে নামাজ পঢ়িলে। ভৰিত তেজ গোটমাৰি ধৰাত অজু কৰাত বৰ কষ্ট পাইছিল। নামাজৰ পাচত, উৎপীড়িত ৰছুল-কৰিমে (দঃ) তেজেৰে ৰঞ্জিত গাৰে আল্লাহ-বেনিয়াজৰ আগত এইবুলি 'মুনাজাত' (প্ৰাৰ্থনা) কৰিলে—"হে মোৰ আল্লাহ্! মই নিৰুপায়, মই অধম, মই নিঃকীন। হে পৰম দয়াময়! তুমিয়েই পতিতপাবন, দুৰ্ব্বলৰ বল, তোমাত বাজে মোৰ আৰু কোনো নাই। প্ৰভু! তুমি মোক কাৰ হাতত গতাবাঁ? তুমি এনে মানুহৰ হাতত এৰি দিবাঁনে, যি মোৰ সাধনাক ব্যৰ্থ কৰি দিব? কিন্তু প্ৰভু! মোক তোমাৰ সন্তোষত বাজে একো নেলাগে, তাক পালেই সকলো আপদ-বিপদলৈ আওকাণ কৰিম। তোমাৰ গজৱ (অভিশাপ) যেন মোৰ ওপৰত

নপৰে। মই তোমাৰ দৰ্বাৰত কান্দিছোঁ। যাতে মই তোমাৰ সন্তোষ লাভ কৰিব পাৰোঁ। প্ৰভু! তুমিয়েই মোৰ একমাত্ৰ বল, তুমিয়েই মোৰ একমাত্ৰ সম্বল।"

অলপ জিৰাই ৰছুল-কৰিমে (দঃ) মক্কাৰ ফাললৈ খোজ ললে জায়েদে ক'লে—"য়্যা ৰছুলুল্লাহ! এই অত্যাচাৰীৰ ধ্বংসৰ কাৰণ আল্লাৰ আগত দোৱা মাগক (প্ৰাৰ্থনা কৰক)।

তায়েফৰপৰা মক্কালৈ উভতি অহা।

তেখেতে উত্তৰ দিলে—"নহয়, নহয়. ইহঁত জীয়াই থাকক। ইহঁতে অন্যায় কৰিছে যদিও, ইহঁতৰ পো-পোৱালিবিলাকৰ মাজত বহুত সৎ আৰু মহৎ মানুহৰ সৃষ্টি হব, তেওঁলোকে সত্য গ্ৰহণ কৰিব পাৰে। হে মোৰ প্ৰভু! ইহঁতক সুমতি দিয়াঁ, ইহঁত অবোধ!"

৬০ মাইল খোজ কাঢ়ি আহি ৰছুল-কৰিমে (দঃ) আলেঙ্গে আলেঙ্গে মক্কাৰ মানুহবোৰৰ ভাব বুজিবৰ কাৰণে 'নাখলা' নামেৰে ওচৰৰ গাওঁ এখনত দিনচেৰেক জিৰালেহি। কাৰণ, মানুহবিলাকে তেখেতক খেদাইছিল আৰু প্ৰাণ বধ কৰিব খুজিছিল। জায়েদে বৰ ভয় খোৱা দেখি তেখেতে তেওঁক সান্ত্বনা দি কয়—"বাছা! ভয় নেখাবাঁ। বিপদৰ যি ধুমুহা দেখি ভয় খাইছা, সেইটো জনম-যুগীয়া নহয়। আল্লাই নিশ্চয় সত্যৰ সহায় কৰিব, ইছ্লামৰ নিশ্চয় জয় হব।"

মোৎএম-বেন্-আদিয়ে ৰছুল-কৰিমৰ (দঃ) অৱস্থাৰ বিষয় জানি তেখেতক নগৰত সোমাবলৈ ক'লে, আৰু নিজৰ যিমান মানুহ আছিল সকলোৰে অস্ত্ৰ শস্ত্ৰ লৈ তেখেতৰ লগত গ'ল। মোৎএমে সকলোৰে আগত গৈ ওপৰলৈ হাত দাঙ্গি ঘোষণা কৰি দিলে—"মোহম্মদক মই অভয়দান দিছোঁ, সাৱধান!" কোৰেচবিলাকে ভেবা লাগি চাই থাকিল। বদৰ ৰণৰ আগেয়ে মোশ্ৰিক (অংশীবাদী) অৱস্থাতে মোৎ-

এমৰ মৃত্যু হয়। মোৎএমৰ এই উপকাৰ ৰছুলে-আকৃৰমে (দঃ) কেতিয়াও পাহৰা নাছিল। বদৰ ৰণৰ পাচত তেখেতে কৈছিল— "আজি মোৎএম যদি জীয়াই থাকিলহেতেন আৰু যদি সকলো বন্দীক এৰি দিবলৈ মোক খাটিলেহেতেন, মই তেতিয়াই তেওঁৰ অনুৰোধ ৰক্ষা কৰিলোঁহেতেন"।

কেউফালে নিৰাশাৰ আন্ধাৰে আবৰি ধৰিছে, কেউফালে হৰেক ৰকমৰ বিপদে ভুমুকিয়াইছে, সফলতাৰ কোনো চিনকে দেখিবলৈ নাই; কিন্তু ৰছুল-কৰিম (দঃ) অটল আৰু ধীৰ। এনে দৃঢ়তা, এনে আত্মনির্ভৰতা, এনে বিশ্বাসৰ জগতৰ বুৰঞ্জীত তুলনা নাই; এয়ে হৈছে আদর্শ মহাপুৰুষৰ চিন।

Sir William Muir এ তেওঁৰ Life of Mohamet ত লিখিছে—"তায়েফত ধর্ম্মপ্রচাৰ কামত মোহম্মদৰ (দঃ) বিশেষ সাহসিকতা আৰু বৰ ওখ ভাব বিদ্যমান আছিল। আত্মীয়-স্বজন-বিবৰ্জ্জিত আৰু সমাজত ঘৃণিত মানুহৰ পক্ষে কেৱল খোদা-তা'লাৰ ওপৰত নির্ভৰ কৰি, পৌত্তলিক নগৰক, সত্যধর্ম্ম গ্ৰহণৰ কাৰণ, আহ্বান কৰা কিমান দূৰ দুঃসাহসিকৰ কাম, তাক সকলোৱে সহজে অনুমান কৰিব পাৰে। এইবোৰ কামত তেখেতৰ বিশ্বাসৰ গুৰিত যে স্বৰ্গীয় সত্য লুকাই আছিল, তাৰ বহুত প্ৰমান পোৱা গৈছে।"

কোৰেচবিলাকৰ অত্যাচাৰ দিনক দিনে যেতিয়া চৰিবলৈ ধৰিলে, খাব্বাব-বেন্-আতে (ৰাঃ) নবী-কৰিমক (দঃ) ক'লে—আপুনি ইহঁতক 'বদ্ দোৱা' কৰক (শাও দিয়ক)।" ৰেছালৎমাৱে উত্তৰ দিলে—"তোমালোকৰ আগৰ অনেক সাধু মানুহৰ গোটেই গাটো লোৰ ফণিৰে ছিৰা-ছিৰ কৰি পেলাইছিল আৰু কৰতেৰে মূৰ দুফাল কৰি পেলাইছিল। কিন্তু তথাপি তেওঁলোকে কর্ত্তব্য এৰা নাছিল। নিশ্চয়

সেই শান্তিৰ দিন আহিছে, যেতিয়া অকলৈ এজন আৰোহী ছন্আৰ-পৰা হজ্ৰামৌতলৈকে ফুৰিব পাৰিব। এজন খোদাত বাজে তেওঁ-লোকে আৰু কাকো ভয় নকৰে।" নবী-কৰিমৰ (দঃ) এই ভবিষ্য-দ্বাণীটো আখৰে আখৰে ফলিয়াইছে।

## বিবি আয়েশ্বা চিদ্দিকাৰ লগত নিকাহ্।

নবুয়তৰ ১০ম বছৰৰ শেষত, বিবি খদিজ্বাৰ ওফাতৰ ২½ মাহ মানৰ পাচত, ৰছুল-কৰিমৰ (দঃ) লগত বন্ধুতা ঘনিষ্ঠ কৰিবৰ কাৰণ হজৰত আবুবকাৰে নিজৰ জীয়েক 'উম্মেল মোমেণীন' (মোমিনসকলৰ-মাক) বিবি আয়েশ্বাক তেখেতৰ লগত বিয়া দিবলৈ হেপাহ কৰে। বিবি আয়েশ্বাৰ তেতিয়া ৭ বছৰ বয়স হৈছিল। নবী-কৰিমে (দঃ) হজৰত আবুবকাৰক সন্তুষ্ট কৰিবৰ কাৰণ, বিশেষকৈ মক্কা নগৰৰ মুখাল মুখাল মানুহক আত্মীয়তাৰ ডোলেৰে বান্ধিবৰ নিমিত্তে, এই প্ৰস্তাৱত সন্মত হল আৰু অতি সোনকালে নিকাহ হৈ গ'ল। নবী-কৰিমৰ (দঃ) ওফাত (মৃত্যু)ৰ পাচত তেওঁ বহুত দিন জীয়াই আছিল। ৫৮ হিজৰীত (৬৭৮ খৃঃ) ৬৭ বছৰ বয়সত তেওঁৰ ওফাত (মৃত্যু) হয়। ৰছুলকৰিমৰ (দঃ) বিবিৰ মাজত এওঁহে মাথোন কুমাৰী আছিল।

## বিবি ছওদাৰ লগত নিকাহ্।

ছওদা নামেৰে এগৰাকী বুঢ়ি বাঁৰী আছিল। তেওঁৰ স্বামী ছকৰাণে ইছ্লাম গ্ৰহণ কৰাত তেওঁৰ আত্মীয় মানুহবিলাকে এনে

অত্যাচাৰ কৰিবলৈ ধৰিলে যে, তেওঁ ভৎ নেপাই আবিচিনিয়ালৈ পলাই যায়। তাৰ অলপ দিনৰ পাচত তেওঁৰ মৃত্যু হয়। ইছ্‌লাম গ্ৰহণ কৰাত তেওঁলোক বিধৰ্ম্মীবিলাকৰ চকুৰ কুটা হৈ পৰিছিল; গতিকে স্বামীৰ মৃত্যু হোৱাত বাঁৰী নিৰুপায় হৈ পৰিল আৰু তেওঁৰ দুখ কুলাই পাচিয়ে নধৰা হল, আৰু ন'কৈ নিকাহ কৰাৰ বয়সো উকলি গ'ল। অৱস্থাও বৰ শোচনীয়! বিবি খদিজাৰ মৃত্যুৰ কেইদিনমানৰ পাচত এদিন নবীয়ে-আৰবীৰ (দঃ) খেদমতত হাজিৰ হৈ তেওঁ আবজ কৰিলে—"য়্যা ৰছুলুল্লাহ! নিকাহৰ হেপাহ মোৰ নাই, কিন্তু কিয়ামতৰ (মহা প্ৰলয়ৰ) দিনা আপোনাৰ বিবি হৈ উঠিবৰ মোৰ ইচ্ছা।" ৰছুল-কৰিমে (দঃ) তেতিয়া এই বুঢ়ি বাঁৰীক স্ত্ৰীৰূপে গ্ৰহণ কৰি, মক্কাৰ নৰ-পিশাচৰ হাতৰ পৰা ৰক্ষা কৰিলে। তেওঁ মাথোন নামতহে বিবি হৈ আছিল। তেওঁ কেৱল ৰছুল-কৰিমৰ (দঃ) সেৱা কৰি আৰু তেখেতেৰে সৈতে কথা বতৰা পাতি তেখেতক ৰঙ্গ লগাই ৰাখিছিল।

## তীৰ্থ-মেলাত ইছ্‌লাম প্ৰচাৰ।

হজৰ সময়ত কেউফালৰ পৰা মানুহ আহি মক্কাত গোট খায়। ৰছুল-কৰিমে (দঃ) ছেগ চাই সেই মানুহবিলাকৰ ওচৰলৈ গৈ কোৰ্-আন পঢ়ি শুনাই, অদ্বিতীয় আল্লাৰ ফাললৈ অহ্বান কৰে আৰু তেওঁলোকৰ মাজত চলি থকা কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ পৰা কি অনিষ্ট হৈছে তাক বুজাই দিয়ে। এইদৰে আৰবৰ গাৱেঁ ভূয়েঁ সকলো ঠাইতে ৰছুল-কৰিমৰ (দঃ) উপদেশ বিয়পি পৰিল। কোৰেচ্-

বিলাকে ইয়াকে দেখি সিহঁতৰ ওপৰত আকাশী চৰগ ভাগি পৰা যেন পালে। তেখেতৰ চেষ্টা বিফল কৰিবলৈ সিহঁতে য’তে ত’তে কৈ ফুৰিবলৈ ধৰিলে যে, মোহম্মদ (দঃ) বৰ বাজীকৰ তাৰ ওচৰলৈ যেয়ে যায় তাকে মুহি পেলায়, ই ভয়ানক মানুহ, তাৰ গুৰিলৈ কোনো নেযাবি। বিশেষকৈ আবুলাহাবে * সদায় ৰছুল-কৰিমলৈ (দঃ) শিল দলিয়াই দলিয়াই পাচে পাচে ফুৰিবলৈ ধৰে আৰু সত্যধৰ্ম্ম প্ৰচাৰত হকা-বাধা দি ফুৰে। কোনোৱে ৰছুল-কৰিমৰ (দঃ) কথাবোৰ ভালকৈ কাণপাতি শুনে. কোনোৱে তেনেই আওকাণ কৰে, কোনোৱে বা ইতিকিং কৰি গালি শপনি পাৰি তেখেতক খেদাই দিয়ে। এই সময়ত বায়হাৰা নামেৰে এটা লাঠুৰা মানুহে তেখেতৰ ভাষাৰ তেজ আৰু মধুৰতা আৰু উপদেশৰ প্ৰভাৱ দেখি মুগ্ধ হল। সি ভাবিলে যে, এই মানুহ জনক হাত কৰি লব পাৰিলে গোটেই আৰবক বশ কৰিব পাৰিব। সি তেখেতৰ ওচৰলৈ গৈ কলে যে. সি তেখেতক সহায় কৰিব ; কিন্তু তেখেতে জয়ী হলে আৰবৰ ৰাজত্বটো তাক দিব লাগিব। তেখেতে উত্তৰ দিলে—“ৰাজ্য, ৰাজত্ব আদি দিয়া আৰু সলনি কৰা আল্লাৰ কাম”। তাৰ পাচত তেখেতে আন এফৈদৰ ওচৰলৈ গৈ সেই ফৈদৰ মাফ্ৰূক নামেৰে মুখিয়াল মানুহ জনক কলে যে, আল্লাত বাজে আন কোনো উপাস্য নাই, তেওঁ এক অদ্বিতীয় আৰু তেওঁৰ অংশী নাই। তাৰ পাচত তেখেতে ‘আন্আম’ চুৰাৰ ১৬ ৰুকুৰ এটি আয়ত পঢ়ি শুনালে। মাফ্ৰূকে মুগ্ধ হৈ কলে—“ই মানুহৰ ৰচনা নহয়। বাৰু. আপুনিনো কি কি উপদেশ দিয়ে?” তেখেতে তেতিয়া ‘নাহল’ চুৰাৰ ৯ ৰুকুৰ আয়ত এটি পঢ়িলে। শুনি মাফ্ৰূক আৰু তেওঁৰ লগৰীয়া দুয়োজনে

---

* আবুলাহাবৰ অৰ্থ জুইৰ বাপেক। সি বৰ থঞ্জাল আছিল।

কলে—“আপুনি যিবোৰ কথা কৈছে আটাইবোৰেই সঁচা। কোৰেচ-বিলাকে অকাৰণত আপোনাক দুখ দিছে। আপুনি নিজৰ কাম কৰি থাওক, আমিও ভাবি চিন্তি চাওঁ।”

এই দূৰে জুমেপতি গৈ ৰছুল-কৰিমে (দঃ) হজ্জীবিলাকক আল্লাৰ কালাম (বাণী) আৰু তেওঁৰ মহিমা শুনাই গৈ আছে আৰু তেখেতৰ পাচে পাচে কোৰেচৰ মুখিয়াল মানুহবিলাকে নানা ৰকমে তেখেতক গালি শপনি পাৰি শিল-গুটি দলিয়াই গা ঘূণীয়া কৰি ফুৰিছে। কিন্তু তেখেতে সেইবোৰ অত্যাচাৰ নিৰবে সহি আপোনাৰ কাম কৰি গৈ আছে। তেখেতে কৈছে—“যদি মোৰ কথাবোৰ ভাল লাগে লবাঁ, যদি ভাল নেলাগে, মই তাক মানিবলৈ নকওঁ। মই মাথোন ইয়াকে বিচাৰিছোঁ যে, আল্লাৰ বাণী যেতিয়ালৈকে মই তোমালোকক শুনাই নেটাওঁ, তেতিয়ালৈকে কোনেও যেন মোক বধ নকৰে। কাৰণ, তেতিয়া হলে, মোৰ কৰ্ত্তব্য অসম্পূৰ্ণ হৈ থাকিব।”

তোফেল-বেন্-আমৰ (ৰাঃ) দাওছ কৈদৰ চৰ্দাৰ। তেওঁ মক্কালৈ অহাত কোৰেচৰ জনচেৰেক ডাঙৰ মানুহ তেওঁৰ ওচৰলৈ গৈ কলে—“আপোনালোক আলহী, সেইদেখি সাৱধান কৰি দিছোঁ—মোহম্মদ (দঃ) ৰৰ বাজীকৰ, তাৰ কথা শুনিলেই মানুহ অজ্ঞান হৈ পৰে। সি মানুহক গোম্ৰাহ (পথ ভ্ৰষ্ট) কৰি দিয়ে।” এই কথা শুনি তোফেলৰ ভয় হ'ল, জানোচা তেখেতৰ কথা কেনেবাকৈ কাণত পৰে আৰু কাণত সোপা দি ৰৰ সাৱধানেৰে ফুৰিবলৈ ধৰিলে। এদিন তেওঁ কাবালৈ গৈ দেখে যে, ৰছুল-কৰিমে (দঃ) থিয় দি নামাজ পঢ়িছে। তেখেতে যি কোৰআনৰ 'আয়ত' (শ্লোক) পঢ়িছিল, সেইটি হঠাৎ তোফেলৰ কাণত পৰিল। তোফেল এজন নামজলা কৰি আছিল। তেওঁ শুনি ৰৰ মুগ্ধ হল। নামাজ শেষ হলত ৰছুল-কৰিম (দঃ) ঘৰলৈ

গ'ল। তোফেল তেখেতৰ পাচে পাচে গ'ল। ঘৰত তোফেলে সোধাত, তেওঁক তেখেতে ইছ্লামৰ শিক্ষা আৰু কৰ্ত্তব্য বুজাই দিলে আৰু কোৰ্আনৰ কেইটামান 'আয়ত' পঢ়ি শুনালে। তোফেলে ইছলামৰ মহিমাত মজি তেতিয়াই ইছ্লামত দীক্ষিত হ'ল।

তোফেলে ঘৰলৈ গৈ পোন ছাটেই নিজৰ বাপেক আৰু বিবিক ইছ্লামৰ মহিমা বুজাই দি মুছলমান কৰে। তাৰ পাচত নিজৰ ফৈদত ইছলাম প্ৰচাৰ কৰিবলৈ ধৰে। বিখ্যাত ছাহাবী আবুহোৰে-ৰাও এই দাওছ ফৈদৰ। তেওঁ এদিন ৰছুল-কৰিমক (দঃ) কৈছিল— "দাওছ ফৈদে ইছলামৰ শত্ৰুতা কৰিছে। আপুনি ইহঁতক 'বদ্ দোৱা' কৰক (শাও দিয়ক)। তেখেতে দুইহাত তুলি 'দোৱা' (প্ৰাৰ্থনা) কৰিলে—"য়্যা গফুৰুৰ্ৰে হিম! তুমি দাওছৰ মঙ্গল কৰাঁ। তেওঁলোকক সুমতি দিয়াঁ আৰু সঁচা বাট দেখুৱাই দিয়াঁ।"

ৰছুল-কৰিম (দঃ) মদিনালৈ যোৱাৰ দিনচেৰেকৰ পাচত তোফেলে নিজৰ খেলৰ ৬০টা মুছলমান পৰিয়াল লগত লৈ মদিনাত ওলায়গৈ। তেওঁ সদায় নবী-কৰিমৰ (দঃ) লগত আছিল আৰু খায়বৰ ৰণত বীৰত্বৰ বিশেষ পৰিচয় দিছিল।

এই সময়ত ৰছুল-কৰিমৰ (দঃ) আৰু ইছ্লামৰ চৰ্চ্চা আৰবৰ ঘৰে ঘৰে হবলৈ ধৰিলে আৰু তেখেতৰ নাম যশ দেশ বিদেশে ফুটি-ফাটি গ'ল। কোৰেচ্বিলাকে বাধা দিয়াত এই চৰ্চ্চা আৰু বেচিকৈ বিয়পি-বলৈ ধৰিলে। হজৰত আবুজৰ গেফাৰীৰ নাম মুছলমান মাত্ৰেই জানে। তেওঁ তেওঁৰ নিজৰ ভায়েক ওনায়ছক ৰছুল-কৰিমৰ (দঃ) প্ৰকৃত অৱস্থা জানিবলৈ মক্কালৈ পঠাই দিয়ে। ওনায়ছৰ মুখত ৰছুল-কৰিমৰ (দঃ) প্ৰশংসা শুনি, আবুজৰ নিজেই মক্কালৈ গ'ল। 'তালৈ গৈ ভয়ত কাকো কোনো কথা নুসুধি, ইফালে সিফালে ঘূৰি

ফুৰিছে। এৰাতি হজৰত আলীয়ে, তেওঁক জম্‌জম্ নাদৰ ওচৰত পৰি থকা দেখি আলহী বুলি জানি, নিজৰ ঘৰলৈ মাতি আনিলে। পুৱাই উঠি ৰছুল-কৰিমক (দঃ) বিচাৰি তেওঁ আগৰ দৰে ঘূৰি ফুৰিছে। হজৰত আলীয়ে তেওঁৰ অৱস্থা দেখি তৃতীয় দিন তেওঁক সোধাত, তেওঁ কাকো নকবলৈ বুলি শপত দি কলে—“শুনিছোঁ বোলে এই নগৰত এজন আল্লাৰ ‘নবী’ ওলাইছে, মই তাৰ সন্ধেদ লবলৈকে ইয়ালৈ আহিছোঁ”। যাতে কোৰেচ্‌বিলাকে আবুজৰক ধৰিব নোৱাৰে, বৰ সাৱধানেৰে হজৰত আলীয়ে তেওঁক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ নিলে। আবুজৰে ৰছুলে-আকৰমৰ (দঃ) মুখত ধৰ্ম্মৰ সকলো কথা শুনি ইছ্‌লাম গ্ৰহণ কৰিলে। মক্কাৰ ঘৰে ঘৰে আল্লাৰ নামৰ জয়ধ্বনি নুঠিলে আবুজৰ ক্ষান্ত নহয়—এইবুলি আবুজৰে পোন ছাটেই কা'বালৈ গৈ কোৰেচ্‌বিলাকৰ আগতে চিঞৰি চিঞৰি তাত ‘তৌহিদ’ ঘোষণা কৰিলে। তেতিয়াই কেউফালৰ পৰা মাৰ্-মাৰ্, ধৰ্-ধৰ্ কৈ মানুহ আহি পাৰেমানে আবুজৰক দগৰিলেহি। আবুজৰ আধামৰা হৈ মাটিত পৰি গল। কিন্তু তেওঁৰ মুখত সেই ‘কলমা শ্বাহাদত’ৰ ধ্বনি দোপত্ত-দোপে বেচি জোৰেৰেহে ওলাবলৈ ধৰিলে। এই সময়ত ৰছুল-কৰিমৰ (দঃ) দদায়েক হজৰত আব্বাছে এই ঘটনা দেখি কলে—“তহঁতে কি সৰ্ব্বনাশ কৰিছ? ই যে গেফাৰ ফৈদৰ মানুহ। ইঁহতৰ গাঁৱেদিয়েই তহঁতে শ্বামলৈ বেহা-বেপাৰ কৰিবলৈ যাব, তহঁতে কি কৰিছ?” এই কথা শুনি আবুজৰক সিহঁতে এৰি দিলে। আবুজৰে নিজৰ দেশলৈ গৈ অলপ দিনতে তেওঁৰ ফৈদৰ আধা মানুহক ইছ্‌লামৰ ফালে আনিলে।

আবিচিনিয়ালৈ যোৱা মুছলমানবিলাকৰ মুখত ৰছুল-কৰিমৰ (দঃ) কথা শুনি ২০ জন খৃষ্টান মক্কালৈ আহে। এই খৃষ্টান কেইজনে ইছ্‌লামৰ সকলো কথা বুজি জানিব পাৰিলে যে, তেওঁলোকৰ ইঞ্জিল

শাস্ত্ৰত যি ভাবী 'নবী'ৰ উল্লেখ আছে তেঁৱেই এওঁ। তেতিয়া তেওঁ-লোক কেউজনে ইছ্লাম গ্ৰহণ কৰিলে। আবুজেহেলে এওঁলোকক ঘূৰাবলৈ অহো-পুৰুষাৰ্থ কৰাতো কোনো ফল নহল।

জেমাদ-বেন্-ছালাৰ আজদ খেলৰ এজন বৰ নামী যাদুমন্ত্ৰ জনা ওজা। তেওঁ মক্কালৈ আহি শুনিলে—"মোহম্মদৰ (দঃ) গাট এটা বৰ ভয়ঙ্কৰ ভূত লম্ভিছে।" কোৰেচ্বিলাকৰ পৰামৰ্শ মতে সেই ওজাই ভূত এৰুৱাবলৈ ৰছুল-কৰিমৰ (দঃ) তালৈ গৈ কলে—"মই তোমাৰ ভূত গুচাবলৈ আহিছোঁ। মই মন্ত্ৰ পঢ়োঁ, তুমি থিৰ হৈ থাকাঁ।"

ৰছুল-কৰিমে (দঃ) মিচিকিয়াই হাঁহি কলে—"ভাল কথা, আগেয়ে মোৰ কথা অলপ শুনি লোৱাঁ।" এইবুলি তেখেতে "আল্হাম্দো লিল্লাহে, নাহ্মাদহু ৱ্ নাস্তাইনুহু" এই আযাৰ হাম্দ্-নাআৎ পঢ়িলে। ওজাৰ যাদু মন্ত্ৰ কৰবালৈ গ'ল। ওজাই তেখেতক দুনাই সেই ফাঁকি পঢ়িবলৈ অনুৰোধ কৰাত, তেখেতে উৰাই-ঘূৰাই তাক পঢ়িলে। জেমাদে ব্যাকুল হৈ উঠি কলে—"আৰবৰ বৰ বৰ ডাঙ্গৰ অনেক কবিৰ ৰচণা শুনিছোঁ, কিন্তু এনে আৰু কেতিয়াও শুনা নাই; মই মুছলমান!"

## মে'ৰাজ শ্বৰিফ।

তায়েফৰ পৰা উভতি অহাৰ পাচত, নবুয়তৰ ১২শ বছৰত (৬২১খৃঃ), ২৭ ৰজব মাহৰ বুধবাৰে মাজ নিশা আল্লাৰ হুকুম মতে হজৰত জিব্ৰাইল আঃ (আল্লাৰ প্ৰধান বাৰ্ত্তাবহ দূত Gabriel) আহি ধৰ্ম্মৰ সকলো সাৰ-তত্ত্ব জনাবৰ নিমিত্তে ৰছুল-কৰিমে (দঃ) বৈতুল-মোকাদ্দচ (Jerusalem)ৰ মছজিদুল-আক্ছাইদি বোৰাকত (এবিধ স্বৰ্গীয় পাখীলগা জীৱত) তুলি নিয়ে আৰু আল্লাহ জিল্লেশানহুয়ে তেওঁৰ বন্ধুক

জ্যোতিষ্মান ৰূপে দেখা দি কথা-বতৰা হয়, ইয়াকে 'মে'ৰাজ' বোলে। মে'ৰাজৰ অৰ্থ ওপৰলৈ উঠা (Ascension) অৰ্থাৎ স্বৰ্গাৰোহণ।

পাচদিনা পুৱাতে ৰছুল-কৰিমে (দঃ) এই ফুৰা-চকাৰ কথা মুছলমানবিলাকক ক'লে। পোনপ্ৰথমে হজৰত আবুবকৰেই এই ঘটনা সঁচা বুলি মানি ললে, তেতিয়াৰে পৰা তেওঁ 'চিদ্দিক' (সঁচা) উপাধি পালে। পাচত আন আন মুছলমানবিলাকেও পতিয়ালে, কিন্তু শক্ৰবিলাকে উপলুঙ্গা কৰি হাঁহি উৰাই দিলে। শত্ৰুবিলাকে প্ৰশ্ন কৰিলে— "বাৰু, কোৱাচোন, বৈতুল মোক্কাদ্দচৰ 'আক্‌ছা' মছ্‌জিদটিনো কেনে?" ৰছুল-কৰিমে (দঃ) হাঁহি হাঁহি এই মছজিদৰ সকলো বিবৰণ ক'লে। কোৰেচবিলাকে শুনি টভক্ মাৰি ৰ'ল। সিহঁতে আকৌ প্ৰশ্ন কৰিলে— "মক্কাৰপৰা শ্যাম দেশলৈ কালি সাউদ এদল গৈছে, সিহঁতৰ বিষয় কিবা জানানে?" তেখেতে উত্তৰ দিলে—"মই তেওঁলোকক 'ৰুহা' নামেৰে এডোখৰ ঠাইত লগ পাইছিলোঁ। তাতে তেওঁলোকক এবাটি পানী খুজি খালোঁ। তেওঁলোকৰ এটা উট হেৰাইছিল, তাকো মই বিচৰা দেখিছিলোঁ। আৰু আন এটা উটত দুজন মানুহ বহি গৈছিল, মোৰ বোৰাকটিক দেখি উটটোৱে ভয় খাই লৰ মাৰিছিল, তাৰে আৰোহী এজন মাটিত বাগৰি পৰিল। আৰু 'চইম' নামেৰে এঠাইত বি দল সাউদক লগ পাইছিলোঁ, সেই দলটো কাইলৈয়ানে মক্কা পাবহি।" কোৰেচবিলাকে তেখেতৰ কথা নপতিয়াই সাউদৰ দলটোলৈ বাট চাই ৰ'ল। পাচত সাউদৰ দলটো আহি পালত, তেখেতৰ সকলো কথা সঁচা বুলি জানি কোৰেচবিলাকে কলে—"মোহম্মদ (দঃ) বৰ বাজীকৰ"।

# মদিনাত ইছ্‌লামৰ ভূমুকি

মদিনাৰ খাজ্‌ৰাজ্‌ খেল আৰু মক্কাৰ আওছ খেল, এই দুই খেলৰ ভিতৰত বৰ শত্রুতা চলি আহিছিল। দুয়ো দলৰে মাজত ভয়ানক ৰণ লাগিবৰ উপক্রম হৈছিল। এনেতে খাজ্‌ৰাজ্‌ খেলৰ আনাছ-বেন্‌-ৰাফে জনচেৰেক মানুহেৰে সৈতে আওছ খেলৰ লগত সন্ধি কৰিবলৈ আহিছিল। ৰছুলে-আৰবীয়ে ( দঃ ) এই কথা শুনি তেওঁলোকৰ ওচৰলৈ গৈ কোৰ্‌আনৰ কেইটামান 'আয়ত' মাতি তেওঁলোকক ইছ্‌লামৰ ফালে আহ্বান কৰিলে আৰু কলে মানুহ মাত্রেই এজন ৰজাৰ প্রজা আৰু এজন বাপেকৰ পো-পোৱালি, সকলোৱে তেওঁকেই পূজা কৰক, তেনেহলেই আৰু ৰণ কৰিবৰ প্রয়োজন নাই।" দুইদলে তেখেতৰ এই উপদেশ শুনি মোহিত হৈ তেতিয়াই ইছলাম গ্রহণ কৰে।

নবুয়তৰ ১১শ বছৰশেষ ও ১২শ বছৰৰ আৰম্ভ ৬২১ খৃঃ।

হজ্বৰ সময়ত মক্কাৰ 'আকাবা' নামেৰে ঠাইখনত মদিনাৰ ছজন মানুহে কথা-বতৰা পাতি থকা দেখি ৰছুল-কৰিমে (দঃ) তেওঁলোকৰ ওচৰলৈ গৈ কোৰ্‌আনৰ কেইটামান আয়ত মাতি ইছলামৰ ফালে আহ্বান কৰিলে আৰু ইছ্‌লামৰ শিক্ষা আৰু সত্যতাৰ কথা বুজাই দিলে। তেওঁলোক যদিও মোশৰিক ( অংশীবাদী ) আছিল, মদিনাৰ ইহুদি পণ্ডিৎ সকলৰপৰা 'তৌহিদ'ৰ কথা শুনি আহিছিল আৰু তেওঁলোকে শুনিছিল যে, বনি-ইছ্‌মাইলৰ মাজত হজৰত মুছাৰ নিচিনা এজন নবী' আবির্ভূত হৈ পৌত্তলিকতাৰ সঁচ মাৰিব। ৰছুল-কৰিমৰ (দঃ) মুখত এইবোৰ সকলো কথা শুনি তেখেতৰ প্রচাৰৰ মাহাত্ম্যত আকৃষ্ট হৈ, তেওঁলোকে খিতাতে তেখেতক 'নবী বুলি মানি ইছলাম গ্রহণ কৰিলে।

এই ছজন মানুহে মদিনালৈ উভতি গৈ, তাত ইছ্লাম প্ৰচাৰ কৰিবলৈ ধৰিলে। এবছৰৰ ভিতৰতে মদিনাত আৰু তাৰ দাঁতি-কাষৰীয়া গাওঁবিলাকত ৰছুল-কৰিমৰ (দঃ) আৰু ইছ্লামৰ চৰ্চ্চা হবলৈ ধৰিলে। কেইজনমান মানুহ ইছ্লামত দীক্ষিত হ'ল। তাৰ মাজত আছ-আদ-বেন্-জোৰাৰো (ৰাঃ) আছিল। জিন্নতলবাকীত প্ৰথমতে এওঁকে দফন (সমাধি) কৰা হয়।

## আকাবা-বায়আৎ (প্ৰতিজ্ঞা)

পাচ বছৰত আৰু ১২ জন মদিনাৰ মানুহ আকাবাত আহি ৰছুল-কৰিমৰ (দঃ) লগত মনে মনে দেখা কৰি ইছ্লামত দীক্ষিত হয়। এয়ে প্ৰথম আকাবাৰ 'বায়আৎ'। কেইদিনমান থাকি তেওঁলোক উভতি যোৱাত, তেওঁলোকক কোৰ্আন পঢ়াবলৈ তেওঁলোকৰ লগত মোছ্আব-বেন্-ওমায়ৰক পঠাই দিলে।

১ম বায়আৎ, নবুয়তৰ ১২শ বছৰ।

মোছ্আবৰ বাপেক ধনকুবেৰ আছিল বাবেই তেওঁ বৰ আটক-ধুনীয়া হৈ পৰিছিল। বাহিৰলৈ গলে বহুত দামী সাজ-পাৰেৰে ৰমক-জমককৈহে গৈছিল আৰু আগে পাচে আৰ্দ্দলী আছিল। মুছলমান হোৱাৰ পাচত তেওঁৰ গাত মাথোন এখন ফটা কম্বল। তেওঁৰ এই অৱস্থা দেখি ৰছুল-কৰিমে (দঃ) এবাৰ কান্দি পেলাইছিল। যেতিয়া তেওঁ ওহোদ ৰণত 'শ্বহীদ' (মৃত্যু) হয়, তেওঁৰ এখনি মাথোন কাপোৰ আছিল, সেই কাপোৰ খনেৰেই তেওঁৰ 'কফন' দিলে (তেওঁৰ শৰটি ঢাকিলে)। কাপোৰখন ইমান চুটি যে, মুৰৰ ফালে

টানি দিয়াত ভৰি ওলাই পৰিছিল। পাচে ভৰিত ঘাঁহ দি চাকি 'দফন' (সমাধি) কৰা হ'ল। মদিনাত তেওঁৰ নাম হৈছিল "আলমুক্ৰী" (অধ্যাপক)।

উপদেশৰ লগে লগে আৰ্হিৰ দৰকাৰ। ধৰ্ম্মৰ শিক্ষাবিলাক নিজৰ জীৱনৰ উদাহৰণেৰে সমাজৰ আগত আদৰ্শস্বৰূপে দেখুৱালেহে সফলতা লাভ কৰিব পাৰি। সেইদেখি, এজন এজন আদৰ্শ শিক্ষক বা গুৰুৰ প্ৰয়োজন। ৰছুল-কৰিম (দঃ) সম্পূৰ্ণ জগতৰ নিমিত্তে ধৰ্ম্মৰ পূৰ্ণতম আদৰ্শ আছিল বুলিয়েই অলপ দিনতে হাজাৰ হাজাৰ মৰা মানুহে অনন্ত জীৱন লভিছিল।

যেতিয়া মোছ্আবে আন মুছলমানবিলাকক শিক্ষা দিছিল, ঠিক সেই সময়ত ছাআদ আৰু ওছায়দ, এই দুইজনে মিলি ইছ্লামক উৰাই দিবলৈ অহো-পুৰুষাৰ্থ কৰিছিল। ওছায়দে অগ্নিমূৰ্ত্তি ধৰি মোছ্আবক কৈছিল—"তই এতিয়াই ইয়াৰপৰা দূৰ হ। তই আমাৰ দেশৰ অজলা-চহা হজুৰাবিলাকক 'গোম্ৰাহ' (পথভ্ৰষ্ট) কৰিবলৈ আহিছ"।

নৰিয়াৰ গালি শপনিলৈ ভাল বেজে মনকাণ নিদিয়ে, বৰং তেওঁৰ আৰৰি-বাৰৰিত মৰমৰহে উদ্ৰেক্ হয়। মোছ্আবে ক'লে—"চৈয়দী অলপ থিৰহৈ বহক। আমাৰ কথালৈচোন অলপ কাণ দিয়ক।"

এনে কোমল উত্তৰ পাই, ওছায়দে মনে মনে অলপ লাজ পালে। মহাত্মা মোছ্আবে তেতিয়া ধীৰ গম্ভীৰ ভাষাৰে ইছ্লাম কি আৰু তাৰ শিক্ষা কি, ওছায়দক ভালকৈ বুজাই দিলে। আৰু কোৰ্আনৰ কেইটামান 'আয়ত' মাতি শুনালে। ওছায়দে ভোল গৈ কৈ, উঠিল—"আহা, কি সুন্দৰ!" তেতিয়াই তেওঁ গা-পা ধুই পাক-চাফ হৈ ইছ্লামত দীক্ষিত হ'ল।

ওছায়দে তাৰপৰা পোনছাতেই ছায়াদৰ ওচৰলৈ গৈ তেওঁক

ভুৰা দি মোছ্আবৰ ভালৈ পঠাই দিলে। ছাআদে খৰত অলি পকি হাতত উদং তৰোৱাল লৈ গালি পাৰি পাৰি মোছ্আবৰ আগত ওলালগৈ। মোছ্আবে সোৱাদ কোমল মাতেৰে আৰু যুক্তিৰে ছাআদক কোমল কৰি পেলালে। কিছুমান পৰলৈ, উপদেশ আৰু কোৰ্আন শুনি তেও অতি হেপাহেৰে ইছ্লাম গ্ৰহণ কৰিলে।

. ইছ্লামৰ বিষয় লৈ মদিনাৰ মানুহবিলাকে ঘৰে ঘৰে কোৱামেলা কৰিবলৈ আৰম্ভ কৰিলে। তাত এটা নতুন জাগৰণৰ ঢৌ উঠিল। কেইমাহ মানতে মদিনাৰ প্ৰায় প্ৰত্যেক খেলৰে মাজত ইছ্লামে একৰকম খুটি পুতি ললে।

নবুয়তৰ ১৩শ বছৰত, হজৰ সময়ত, মদিনাৰপৰা প্ৰায় ৫০০ মানুহে হজ আৰু বেচা-বেপাৰ কৰিবলৈ বুলি মক্কালৈ আহে। তেওঁলোকৰ লগত ৭৩ জন প্ৰধান প্ৰধান মুছলমান মতা আৰু দুগৰাকী তিৰোতাও আছে। এই তিৰোতা দুগৰাকীৰ মাজত নোছোয়বা ওৰফে উম্মে-আমাৰাও আছিল। ওহোদ-ৰণত এৰেঁই অতি সাহেৰে ৰছুল-কৰিমৰ (দঃ) গা ৰক্ষা কৰি জগতত অক্ষয় কীৰ্ত্তি ৰাখিলে।

২য় বাযআৎ, নবুয়তৰ ১৩শ বছৰ। ৬২২খৃঃ।

মুছলমানবিলাকে কোৰেচৰ উৎপীড়নৰ ভয়ত অতি সতৰ্কভাৱে লুকাই থাকিবলৈ বাধ্য হৈছিল। ৰছুল-কৰিমৰ (দঃ) উপদেশ মতে জেলহাজ্জ মাহৰ ১২ তাৰিখে তেওঁলোক আকাবাত গোট খালেগৈ। তেখেতেও নিৰ্দ্দিষ্ট সময়ত হজৰত আব্বাছেৰে সৈতে তেওঁলোকক লগ ধৰিলে। হজৰত আব্বাছ তেতিয়া মুছলমান হোৱা নাছিল, কিন্তু কোৰেচ্বিলাকে তাত গৈ ৰছুল-কৰিমক (দঃ) কিবা অত্যাচাৰ কৰে বুলি ভয়েই তেওঁ লগত গ'ল। মুছলমানবিলাকে মদিনালৈ যাবলৈ বুলি ৰছুল-কৰিমক (দঃ) অনুৰোধ কৰাত, হজৰত আব্বাছে কলে—

"আপোনালোকে এওঁক মদিনালৈ নিব খুজিছে হয়, কিন্তু ই উজু কথা নহয়, গোটেই আৰব আপোনালোকৰ শত্রু হৈ পৰিব। তেতিয়া যদি আপোনালোকে বিপদ দেখি গা এৰা দিয়ে? সেই কাৰণে, আগেয়েই এইবোৰ কথা আপোনালোকে ভালকৈ ভাবি চিন্তি চাওক।"

তেওঁলোকে কলে—"ৰছুল-কৰিমৰ (দঃ) বা মত কি, আমি জানিব খোজোঁ।" তেখেতে উত্তৰ দিলে—"মই যেতিয়া আপোনালোকৰেই হৈ যাম, আপোনালোকে নিজৰ আপোন মানুহৰ প্ৰতি যেনে ব্যৱহাৰ কৰে, মোৰ প্ৰতিও তেনে কৰিব। মোক আপোনালোকে নেৰিব, ময়ো নেৰোঁ। সদায় সত্যৰ সহায়তা কৰিব।"

তেতিয়া সকলোৱে উৎসাহিত হৈ কলে—"আমি প্ৰস্তুত আছোঁ। আপুনি আমাৰপৰা 'বায়আৎ' (প্ৰতিজ্ঞা) লওক! আমি কোৰে-চৰৈ ভয় কৰা মানুহ নহওঁ।" হজৰত আব্বাছে ৰছুল-কৰিমৰ (দঃ) হাতত ধৰি কৰলৈ ধৰিলে—"সাৱধান, মনে মনে! জনা যাইনে আমাৰ পাচত মানুহ ফুৰিছে! যি কৰিব লগীয়া আছে, ততাতৈয়াকৈ কৰি লৈ দিছাদিহি গুচি যোৱা।" তাৰ পাচত সকলোৱে অঙ্গীকাৰ কৰি ইছ্লামত দীক্ষিত হ'ল।

প্ৰথম বায়আতৰ শৰৎ এই—

আমি (১) আল্লাৰ উপাসনা কৰিম। তেওঁত বাজে আৰু কোনো বস্তু বা মানুহক আল্লাৰ শৰিক (লগৰীয়া) নকৰোঁ;

(২) চুৰি ডকাইটি বা আন কোনোৰকমে আনৰ ধন-সম্পত্তি আত্মসাৎ নকৰোঁ;

(৩) ব্যভিচাৰত লিপ্ত নহওঁ;

(৪) কেতিয়াও সন্তান-হত্যা নকৰোঁ বা নৰবলি নিদিওঁ;

(৫) কাকো মিছা অপবাদ নিদিওঁ;

(৬) কাকো নঠগাওঁ আৰু অপবাদ নিদিওঁ ;

(৭) প্ৰত্যেক সৎ কামত ৰছুল-কৰিমৰ (দঃ) কথা মানি চলিম আৰু কোনো অন্যায় কামত তেখেতৰ অবাধ্য নহওঁ।

ইয়াৰ দ্বাৰা জনা গৈছে যে, ৰছুল-কৰিমে (দঃ) কথাৰ নিচিনাকৈ তেখেতৰ পিচ ধৰিবলৈ নিষেধ কৰিছে। প্ৰথমতে কথাটো সঙ্গতনে অসঙ্গত তাক বিচাৰ কৰিবলৈ কৈছে। স্বাধীন চিন্তা ইছ্‌লামৰ এটা বিশেষ সৌন্দৰ্য্য।

দ্বিতীয় বায়আতত এই দুটি শৰৎ বেচি কৰি দিয়া হ'লঃ—

আমি (১) মদিনাত ইছ্‌লাম প্ৰচাৰ কৰিবলৈ চেষ্টা কৰিম।

(২) বিদেশী ভাই-ককাই, বাই-ভনীসকলক আমাৰ সহোদৰৰ দৰে দেখিম আৰু কোনোৱে মদিনা আক্ৰমণ কৰিলে সকলোৱে মিলি আগভেটা দিম।

ৰছুল-কৰিমে (দঃ) ক'লে—"তোমালোকৰ লগত মোৰ জীৱন-মৰণৰ সম্বন্ধ। সুখ-দুখত, বিপদ-সম্পদত, সমৰ-শান্তিত, জয়-পৰাজয়ত সকলো অৱস্থাতেই তোমালোকৰ লগত থাকিম"।

তেখেতৰ কথা শুনি মদিনাৰ মানুহবিলাকে নথৈ ৰঙ্গ পালে। তাৰ পাচত তেওঁলোকে নিজেই তেওঁলোকৰ মাজৰপৰা ১২ জন 'নকীব' (বাৰ্ত্তাবহ) বা প্ৰচাৰক বাছি ল'লে। এই ১২ জন 'নকীবে' মদিনাত আল্লাৰ নামৰ জয় ঘোষণা কৰিছিল; তাৰে কেইবাজনো 'শহীদ' (মৃত্যু) হল।

ৰছুল-কৰিমৰ (দঃ) পাচত কেইজনমান চোৰাংচোৱা লাগিয়েই আছিল। তাৰে মাজৰ এটাই তেখেতৰ গুচৰত ইমান মানুহ আলেঙ্গে আলেঙ্গে দেখি চিঞৰি উঠিল—"মক্কাবাসীসকল! তোমালোকে শুই আছাঁ, ইফালে এই দুৰ্কপলীয়াটোৱে তাৰ নাস্তিক দল লৈ তোমা-

লোকৰ বিৰুদ্ধে ৰণ দিবলৈ আলচিছে।"

মদিনাৰ মাথোন এজনৰ হাতত এখন তৰোৱাল আছিল, ই-সকলৰ হাত উদং। এইজনে উত্তেজিত হৈ ক'লে—"য়্যা ৰছুলুল্লাহ। হুকুম দিয়ক, কাইলৈকে মিনাত্ত ইইঁতক এপোটক ভাগকৈ দিওঁ।" ৰছুল-কৰিমে (দঃ) ক'লে—"তোমালোকে এতিয়া নিজ নিজ ঠাইলৈ উভতি যোৱাঁ, এনে কৰিবলৈ আল্লাই হুকুম দিয়া নাই।"

প্ৰায় শেষ নিশাত মদিনাৰ মানুহসকল তেওঁলোকৰ 'কাফিল' (যাত্ৰীদল) লৈ গ'ল, আৰু ৰছুল-কৰিমো (দঃ) নগৰলৈ উভতি আহিল।

চোৰাংচোৱাই ৰাতিয়েই কোৰেচ্ বিলাকক এই বিষয় জনালে। পাচদিনা ৰাতিপুৱাই মদিনাৰ 'কাফিলা' ৰাওনা হবলৈ ধৰিছে, এনে সময়তে কেইজনমান কোৰেচে তাত গৈ কবলৈ ধৰিলে—"ই কি কথা। শুনিছোঁ বোলে তোমালোকে আমাৰ সেই মানুহটোক মদিনালৈ নি আমাৰ লগত ৰণ দিব খুজিছা ?" মুছলমানবিলাকে নিজ নিজ কামত ব্যস্ত থকাত তেওঁলোকৰ কথালৈ কোনেও কাণ নিদিলে। 'কাফিলা' ৰাওনা হোৱাৰ পাচত মুছলমানবিলাকক ধৰি আনিবৰ নিমিত্তে কোৰেচ্-বিলাকে কেইজনমান মানুহ ৰণৰ সাজেৰে লৰৱাই পঠালে, কিন্তু 'কাফিলা' বহুত আগ বাঢ়িল। মোনজেৰ আৰু ছাআদা নামেৰে দুজন কোনো কাৰণত পাচ পৰাত, তেওঁলোকক গ্ৰেপ্তাৰ কৰা হ'ল। মোনজেৰ বাটৰপৰাই কথমপি পলাই গ'ল। ছাআদক মক্কালৈ অনাত কোৰেচ্ বিলাকে তেওঁক হাত ভৰি বান্ধি পাৰেমানে হাৰাশাস্তি কৰিছিল, পাচত তেওঁৰ পৰম বন্ধু জোবেৰ আৰু হাৰেছে এই বিলাই দেখি, তেওঁক সিইঁতৰ হাতৰপৰা এৰুৱাই আনি মদিনালৈ পঠাই দিলে।

'বায়আৎ' শব্দৰ অৰ্থ বেচা-কিনা। এই বেচা-কিনা কাৰ লগত? একালে হৈছে—স্বয়ং আল্লাহ্ আৰু আন ফালে—তেওঁৰ মুছলমান 'বান্দা' (দাস)। আল্লাই মোমিনসকলৰপৰা তেওঁলোকৰ 'জান-মাল' (প্ৰাণ আৰু ধন) সকলোকে কিনি ললে আৰু তাৰ সলনি বান্দাই স্বৰ্গ পাব। গুৰু-সাধনা বা পীড়-ফকিৰ পূজাই 'বায়আৎ' নহয়।

বায়আতৰ প্ৰকৃত তথ্য।

আমাৰ প্ৰচাৰৰ মূলত কোনো ৰাজনৈতিক, সামাজিক বা ব্যক্তি-গত স্বাৰ্থৰ নাম-গোন্ধ একো থাকিব নালাগে। থাকিব লাগে কি? থাকিব লাগে শুদ্ধ সত্য—সত্যৰ লগত যুক্তি, আৰু যুক্তিৰ লগত নিঃস্বাৰ্থ আৰু সাত্বিক প্ৰেম।

## মদিনাত সফলতাৰ কাৰণ কি?

মক্কাত ইছ্লাম প্ৰচাৰ কৰোতে ইমান বাধা-বিঘিনি হৈছিল যে, দেখা দেখিকৈ ইয়াৰ চৰ্চ্চা কৰাটো দূৰৰ কথা, আন কি কোৰ্আন পঢ়াই অসম্ভৱ হৈ উঠিছিল। কিন্তু যদিওবা ৰছুল-কৰিমে (দঃ) নিজে মদিনালৈ যোৱা নাছিল, দুবছৰৰ ভিতৰতে তাত শই শহ মতা-তিৰোতা ইছ্লামত দীক্ষিত হৈছিল—ইয়াৰ কাৰণ কি?

কোৰেচ্বিলাকৰ গোটেই সম্পদ সন্মান আৰু প্ৰাধান্যৰ মূলেই হৈছিল দেৱ-দেৱীবিলাক। আৰবৰ সকলোতকৈ ডাঙৰ দৌলৰ দ'লৈ বা পূজাৰী তেওঁলোকেই। তেওঁলোকৰ অভিশাপৰ ভয় আৰু আশী-ৰ্ব্বাদৰ আকাংক্ষা সকলোৱে কৰিছিল। তেওঁলোকে দেখিলে যে, মক্কাত ইছ্লাম প্ৰচাৰ হবলৈ পালে, তেওঁলোকৰ মান-সম্ভ্ৰম আৰু কৌলিণ্য একো নেথাকে। তেওঁলোকে সেইদেখি প্ৰাণপনে ইছ্লামক বাধা দিছিল। কিন্তু মদিনাত এই শ্ৰেণীৰ পুৰোহিত বা পূজাৰী

নাছিল, কোনো ভাজৰ দোল নাছিল আৰু কোনো তীৰ্থস্থানো নাছিল। আকৌ তাতে মদিনাৰ পৌত্তলিকবিলাকে আগৰেপৰা ইহুদী-বিলাকৰপৰা শুনি আহিছিল যে, এজন 'নবী'ৰ আবিৰ্ভাৱ হব। গতিকে, কেইজনমান মুছলমানৰ চেষ্টাতেই ইছ্‌লামৰ শিক্ষা আৰু মাহাত্ম্যলৈ মদিনাৰ মানুহবিলাক দলে দলে আকৃষ্ট হল।

## মদিনা কাণ্ড—সফলতা ।

### হিজৰত ।

"মক্কা! তুমি মোৰ মৰমৰ জন্মভূমি! মই তোমাক বৰ ভাল পাওঁ। কিন্তু আই! তোমাৰ সন্তানসকলে মোক তোমাৰ কোলাত থাকিবলৈ নিদিলে!!" —হজৰত মোহম্মদ (দঃ)।

কোৰেচ্‌বিলাকে ইচ্‌লামক নির্ম্মূল কৰিবৰ নিমিত্তে কত ৰকমৰ ষড়যন্ত্র, কত চক্রান্ত কৰিলে, কিন্তু একো কৰিব নোৱাৰিলে। মুছলমান ক্রমেই বেচি হৈ গৈ আছে। কোৰেচ্‌বিলাকে দেৱ-দেৱীৰ আগত কতনো উট, কতনো পাঠা বলি দিলে, কতনো পূজা-পাতল দিলে, তথাপি একোৰে একো নহল। তেতিয়া সিহঁতে অত্যাচাৰ আৰু বল প্রয়োগ কৰিবলৈ আৰম্ভ কৰিলে। বেছালৎ-পানাহে দেখিলে যে, মক্কাত থাকিলে ধর্ম্মৰক্ষা কৰা টান। সেইদেখি, তেখেতে স্বদেশ এৰিবলৈ মনত পাঙ্গিলে, কিন্তু ক'লৈ যাব তাৰ ইমান দিন একো ঠিক নাছিল। দাওছ্‌ বংশৰ প্রধান চর্দাৰ তোফেল-বেন্‌-ওমৰে, তেখেতক তেওঁলোকৰ গড়ৰ ভিতৰত আশ্রয় লবলৈ বৰকৈ অনুৰোধ কৰিছিল; কিন্তু তেখেত তাত মান্তি নহল, কাৰণ তালৈ গলে মাথোন কোৰেচ্‌বিলাকৰ অত্যাচাৰৰপৰা আত্মৰক্ষাত বাজে ধর্ম্ম-ৰক্ষা নহলহেতেন। যেতিয়া দেখিলে যে, মদিনাত ইচ্‌লামৰ ভেঁটি শকত

হৈছে আৰু মদিনাৰ মুছলমানবিলাকৰ তেখেতৰ ওপৰত বৰ হেঁপাহ, তেখেতে তেতিয়া মদিনালৈকে যাবৰ মন কৰিলে। তেখেত আগেয়ে গ'লে আত্মৰক্ষা হব হয়, কিন্তু মক্কাৰ মুছলমানবিলাকৰ বিলাই কুলাই পাচিয়ে নধৰা হব। ইয়াকে ভাবি, তেখেতে মক্কাৰ মুছলমান-বিলাকক চল চাই মক্কা এৰিবলৈ কলে। মোছ্লেম মতা তিৰোতাসকলে স্বদেশ-স্বজাতি, আত্মীয়-স্বজন, মাটি-ভেঁটি, ধন-দৌলত আদিৰ মায়া এৰি অতি সাৱধানে মনে মনে মদিনালৈ পলাবলৈ ধৰিলে, কিন্তু যি কেইজন কোৰেচ্‌বিলাকৰ হাতত ধৰা পৰিল, তেওঁলোকৰ ওপৰত ভয়ানক উৎপীড়ন হ'ল। তেওঁলোকৰ মাজত এই কেইজনৰ নাম উল্লেখ কৰিব লগীয়া :—

(১) ছোহেব-ৰুমী (২) আইয়াচ্ (৩) হেশ্বাম (৪) অলিদ (৫) ছাল্‌মা-বেন্-হেশ্বাম (৬) আবু-ছল্‌মা আৰু তেওঁৰ বিবি উম্মে-ছাল্‌মা।

ছোহেব-ৰুমী এজন বৰ ডাঙৰ ধনী সাউদ আছিল। তেওঁ মদিনালৈ পলাবলৈ যো-যা কৰিছে, এনেতে কোৰেচ্‌বিলাকে এই কথাৰ সন্তেদ পাই, তেওঁক বেৰি ধৰিলেহি। সিহঁতে কলে—"আমাৰ দেশতে বেহা-বেপাৰ কৰি ডাঙৰ ধনী মানুহ হলাঁ, এতিয়া এই ধন সম্পতি লৈ তোমাক মদিনালৈ যাবলৈ কেতিয়াও নিদিওঁ।" ৰুমীয়ে তেতিয়াই আল্লাৰ নামত নিজৰ যথা-সৰ্ব্বস্ব এৰি নিজেই কঙ্কাল, বাটৰ ভিকহু হৈ, মাথোন পিন্ধা কাপোৰ লৈ বৰ ৰং মনেৰে মদিনালৈ গুচি গ'ল। ৰছুল-কৰিমৰ (দঃ) শিক্ষা আৰু চৰিত্ৰৰ প্ৰভাৱে আত্মোৎসৰ্গৰ কেনে মহান ভাব মুছলমান জীৱনত সুমাই দিছিল! কোৰেচ্‌বিলাকে এনে হব বুলি কেতিয়াও নেভাবিছিল। সিহঁতে ভেবা লাগি চাই থাকিল।

হজৰত ওমৰ, আইয়াচ্ আৰু হেশ্বাম তিনিও বাতি মনে মনে মদিনালৈ পলাই যাবলৈ থিৰ কৰিলে। এই কথা কেনেবাকৈ কোৰেচ্‌বিলাকে ভু

পাই হেশ্বামক ধৰি পেলালে। হজৰত ওমৰ আৰু আইয়াচে কোনোমতে মদিনা পালেগৈ। আইয়াচ আবুজেহেলৰ এজন মিলগীয়া ভায়েক। সেই কাৰণে, আবু-জেহেলে খঙত মতলীয়া হৈ উঠি, তাৰ ভায়েক হাৰ্ছক লগত লৈ মদিনালৈ গ'ল। তাত গৈ কাঁকতি কৰি, আইয়াচক কলে যে, মাৰে তোক নেদেখি ভাত-পানী এৰি বলিয়া হৈ ফুৰিছে ; এবাৰ গৈ তেওঁক কোনোমতে সান্ত্বনা দি আহগৈ। আইয়াচে তাতে সন্মত হৈ, সিহঁতৰ লগত মাকক চাবলৈ আৰু মক্কাত যি ধন-বিত এৰি আহিছিল তাকো আনিবলৈ বুলি, মক্কালৈ গ'ল। বাটতে আবুজেহেল আৰু হাৰ্ছ, দুয়ো আইয়াচক হাত ভৰি বান্ধি উটৰ পিঠিত তুলি মক্কালৈ লৈ গ'ল। তাত নি তেওঁক আৰু হেশ্বামক, ভৰিত লোৰ শিকলিৰে বান্ধি, এটা কুন্ধচ ঘৰত আবদ্ধ কৰি থৈ নানা প্ৰকাৰ শাস্তি দিবলৈ ধৰিলে। পাচত ৰছুল-কৰিমে (দঃ) ইয়াৰ বাতৰি পাই, মহাত্মা অলিদক মক্কালৈ পঠাই দিলে। অলিদে এদিন ৰাতি ফাটকটোৰ দেৱাল ডেই ভিতৰলৈ গৈ, নিজৰ তৰোৱালেৰে শিকলি কাটি, দুইজন বন্দীকে মোকোলাই মদিনালৈ আনে। এইদৰে, হজৰত অলিদ আৰু হজৰত ছালমা-বেন্-হেশ্বামেও কোৰেচ্‌বিলাকৰ হাতত বন্দী হৈ নথৈ যাতনা ভোগ কৰিছিল।

আবুছালমা আৰু তেওঁৰ বিবি উম্মেছালমাই, তেওঁলোকৰ এটা পিয়াহ খোৱা লৰাক লৈ, মদিনালৈ পলাবলৈ ওলাইছে। এনেতে খলুৱা কোৰেচ্‌বিলাকে, ইয়াৰ গম পাই, সিহঁতক বাধা দিলেহি উম্মে-ছালমাৰ বাপেকৰ ফালৰ মানুহ আহি উম্মে-ছালমাক টানিছে আৰু আবু-ছালমাৰ ফালৰ মানুহ আহি এই কেচুৰাক মাকৰ বুকুৰ-পৰা কাঢ়ি নিছে। উম্মে-ছাল্‌মাই এখন হাতেৰে স্বামীৰ কাপোৰ খামোচ মাৰি ধৰিছে আৰু আনখন হাতেৰে লৰাটিক বুকুলৈ চপাই

ধৰিছে। আবু-ছাল্মাই ছুইকো ৰক্ষা কৰিবৰ নিমিত্তে মাজতে ধৰ্-কৰাইছে। নৰাধমহঁতে স্বামীৰ হাতৰপৰা তেওঁৰ বিবিক আৰু মাকৰ বুকুৰপৰা তেওঁৰ চকুৰ পুতলি পানী-কেচুৱাটিক কাঢ়ি নিছে। ইয়াতকৈ মৰ্ম্মবিদাৰক দৃশ্য আৰু কিবা হব পাৰেনে?

সতীৰ বিলাপ, পিয়াহ-খোৱা-কেচুৱাৰ হিয়া-ভেদী কান্দোনে এই কাঠ-বুকুৱাহঁতৰ মনত এধানমানো দয়াৰ সঞ্চাৰ কৰিব নোৱাৰিলে, বৰং সিহঁতে আনন্দত কিৰিলি পাৰি গুচি গ'ল। আবুছাল্মাই এতিয়া কি কৰে? আগত কৰ্ত্তব্যৰ আহ্বান! অগত্যা, তেওঁ আল্লাৰ নামত আত্মসমৰ্পণ কৰি, আল্লাৰ নাম লৈ মদিনাৰ ফালে খোজ ললে।

বিবি উম্মে-ছাল্মাই নিতৌ গধূলি যি ঠাইত স্বামী আৰু লৰাৰ-পৰা তেওঁৰ বিচ্ছেদ ঘটিছিল, তালৈ আহি এই ঘটনাৰ কথা সুঁৱৰি বিলাপ কৰেহি। এবছৰলৈকে এইদৰে সতীয়ে কাল যাপন কৰিছিল। তাকে দেখি, তেওঁৰ এজন মিলগীয়া ভায়েকৰ মৰম লাগিল; পাচে তেওঁৰ চেষ্টাতে ল'ৰাটিৰেসৈতে মদিনালৈ যাবলৈ তেওঁ মুক্তি পালে। বাটো চিনি নেপায়, সহায়-সাৰথিও নাই আৰু লগত কোনো বস্তু-বেহানিও নাই—তথাপি তেওঁ সেই বহ্ মানুৰ হিমৰ নাম লৈ অকলৈ অকলৈ যাবলৈ ধৰিলে। বাটত ওছ্মান-বেন্-তাল্‌হা নামেৰে এজন ভাজৰ মানুহক লগ পালে। তেওঁ সকলো কথা শুনি বিৰিক অপায়-অমঙ্গল নোহোৱাকৈ থৈ আহিলগৈ।

দ্বিতীয় আকাবাৰ বায়আতৰ পৰা চক্ৰৰ মাহৰ শেহলৈকে কোৰেচ্-বিলাকৰ হাতত বন্দী হৈ থকা মুছলমানত বাজে সকলো ছাহাবাই ছুজন চাৰিজনকৈ বানে-বানে মদিনালৈ পলাল। ৰছুল-কৰিমৰ (দঃ) ওচৰত থাকিল মাথোন—মহাত্মা আবুবকৰ আৰু আলী মোৰ্ত্তজা। এই অৱস্থা দেখি কোৰেচ্‌বিলাকৰ ৰজৰ সীমা নাইকিয়া হল, সিহঁতে

ভাবিলে যে, চিকাৰ সিহঁতৰ হাতত্তে আছে। নবী-কৰিমে ( দঃ ) যেতিয়া দেখিলে যে, তেখেতৰ বিশ্বাসী ভকতসকল নিৰাপদ ঠাইত ঠান-থিত লাগিলগৈ, তেতিয়াহে তেখেতৰ মনলৈ শান্তি আহিল। তেখেতে আল্লাৰ হুকুমলৈ বাট চাই মক্কাতে থাকিবলৈ ধৰিলে।

যেতিয়া কোৰেচ্‌বিলাকে শুনিলে যে, মদিনাত ইছ্‌লামৰ প্ৰভাৱ আৰু আদৰ দিনক দিনে চৰিবলৈ ধৰিছে আৰু মোহাজেৰীণ ( মক্কাৰ ভগনীয়া মুছলমান ) সকলে তালৈ গৈ অতি সুখে স্বচ্ছন্দে কাল কটাইছে, সিহঁতৰ চকুত টোপনি নাইকিয়া হ'ল আৰু সিহতে ধৰ্‌ফৰাবলৈ ধৰিলে। তাতে আকৌ ৰছুল-কৰিমেও (দঃ) অলপতে মদিনালৈ

আন্‌ছাৰবিলাকৰ শিষ্টাচাৰ।

যাব বুলি শুনি সিহঁতৰ মনত বৰ উগুল-থুগুল লাগি পৰিল। অবস্থা সঙ্কটাপন্ন! উপায় কি? এই কথা আলচিবলৈ এদিন সিহঁতে বিচাৰ-চৰা দাৰ-উল্‌-নদ্বাত এখন ডাঙৰ মেল চপালে। ৰছুল-কৰিমক ( দঃ ) কি কৰা হব, মেলত এই বিষয়ে নানা মানুহে নানা প্ৰস্তাৱ কৰিলে। শেহত আবুজেহেলে প্ৰস্তাৱ কৰিলে-"মোহম্মদক অতি সোনকালে হত্যা কৰি পেলোৱা আৱশ্যক। কিন্তু অকল এজনে এই কাম কৰিলে মোত্তালেব আৰু হাশেমৰ ( ৰছুল-কৰিমৰ ) বংশৰ মানুহে আমাক শুদাই নেৰে। সেইদেখি, মোৰ মনেৰে আমালোকৰ ফৈদেপতি এজন এজন বৰ সাহিয়াল ডেকা বাছি দিয়ক। এই ডেকা কেইজনে ছেগ বুজি একেলগে তৰোৱালেৰে, একে সময়তে তাক মাৰি পেলাওক। তেতিয়া হলে মোহম্মদৰ ফৈদৰ মানুহে আমাৰ লগত ৰণ দিয়া অসম্ভৱ হব। আৰু যদি সিহঁতে 'খুনৰ' সলনি 'খুন' বিচাৰে, তেতিয়া আমি সকলোৱে মিলি এটা দিহা কৰিব পাৰিম।" এই প্ৰস্তাৱেই সৰ্ব্ব- সম্মতি ক্ৰমে গৃহীত হ'ল।

আল্লাই তেওঁৰ মৰমৰ 'দোস্ত'ক যথা সময়ত এই ষড়যন্ত্ৰৰ কথা জনোৱাই দিলে আৰু তেখেতে হজৰত আলীক মক্কাত থৈ হজৰত আবুবকৰক লগত লৈ মদিনালৈ যাবলৈ যো-যা কৰিলে। যদিওবা তেখেতক কোৰেচ্‌বিলাকে পৰম শত্ৰু বুলি ভাবিছিল, তথাপি সকলোৱে জানিছিল যে, তেখেতৰ নিচিনা বিশ্বাসী মানুহ মক্কাত আৰু পাবলৈ নাছিল। সেই দেখি, তেখেতৰ নাম হৈছিল "আল্‌-আমীন" (বিশ্বাসী)। মক্কাত যাৰে কোনো দামী বস্তু 'আমানত' (গচ্ছিত) ৰখাৰ আৱশ্যকতা হৈছিল, সেয়ে ৰছুল-কৰিমৰ (দঃ) ওচৰত থৈ গৈছিলহি। যিদিনাখন তেখেত মদিনালৈ যাবলৈ ওলাইছিল সেই দিনাও তেখেতৰ হাতত বহুত মানুহৰ বস্তু 'আমানত' আছিল। এই বস্তুবোৰ যোৱাৰ আগেয়ে ওভোতাই দিলে মানুহৰ মনত সন্দেহ হব আৰু তেখেত যাব নোৱাৰিব। গতিকে, তেখেতে যোৱাৰ পাচত গিৰিহঁতবিলাকক ওভোতাই দিবলৈ বুলি 'আমানত'ৰ সকলো বস্তু দি, হজৰত আলীক থৈ যাবলৈ বাধ্য হল।

'হিজৰত' কৰাৰ হুকুম পোৱা মাত্ৰকে স্বেচ্ছাপ্ৰণোদিতভাৱে হজৰত আবুবকৰৰ ওচৰলৈ গৈ বাতৰি দিলে। হজৰত আবুবকৰো লগত যাবলৈ ওলাল।

যি ৰাতি ৰছুল-কৰিমে (দঃ) 'হিজৰত' কৰিব, সেই ৰাতিয়েই শত্ৰুবিলাকে মুকলি তৰোৱাল লৈ তেখেতৰ ঘৰৰ দুৱাৰ মুখত বহি টোপালি পাৰি আছে, কেতিয়াকৈ তেখেত বাজলৈ ওলায় আৰু কেতিয়াকৈ কাম শেষ কৰে!

ৰছুল-কৰিমে (দঃ) আগেয়েই শত্ৰুবিলাকৰ পৰামৰ্শৰ বিষয় হজৰত জিব্ৰাইলৰ (Gabriel) পৰা জানিব পাৰি, হজৰত আলীক তেখেতৰ শোৱা-পাটীত মূৰৰপৰা ভৰিলৈকে সেউজীয়া কাপোৰ

এখনেৰে ঢাকি শুই থাকিবলৈ ক'লে আৰু তেখেত ঘৰৰ আন ফালেদি বেৰ সৰকি ওলাই গ'ল।

সম্মুখত দুৰ্দ্দান্ত শত্ৰু, উদং তৰোৱাল—মৃত্যুৰ বিভীষিকাকৈ আওকাণ কৰি, 'খোৰে খোদায়ে' আল্লাৰ ওপৰত নিভৰ্ৰ কৰি ৰছুল-কৰিমক (দঃ) ৰক্ষা কৰিবৰ নিমিত্তে, নিশ্চিন্ত মনেৰে ওৰে ৰাতি, একো হোৱাই নাই যেন দেখুৱাই, শুই থাকিল। ঘাতক কেইটাই দুৱাৰৰ ফাটেদি জুমি চাই, এজনক শুই থকা দেখি ভাবিলে যে, ৰছুল-কৰিমেই (দঃ) শুই আছে। বহুত পৰ বাজত বৈ-বৈ আমনি লাগিলত বলেৰে সিহঁত ঘৰৰ ভিতৰলৈ গৈ নিজ নিজ তৰোৱাল টান-মুঠীয়াকৈ ধৰি মূৰলৈ লক্ষ্য কৰি দাঙ্গি মাৰিব খোজোঁতেই, হজৰত আলী শোৱা-পাটীৰপৰা গিৰিস্ কৰে উঠি সিহঁতৰ আগত থিয় হল। সিহঁত সকলোৰ জঁয় পৰি গ'ল! সিঁহতে সুধিলে—"মোহম্মদ (দঃ) কলৈ গ'ল?" হজৰত আলীয়ে উত্তৰ দিলে—"আল্লাইহে তেওঁৰ ৰছুলনো ক'লৈ গৈছে জানে।" ধন্য গুৰু ভক্তি! ধন্য হৃদয়ৰ বল! এনে আত্ম-ত্যাগৰ উদাহৰণ জগতৰ বুৰঞ্জীত পোৱা টান।

হজৰত আলীক নিজৰ শোৱা-পাটীত শুবলৈ কৈ, ৰছুল-কৰিম (দঃ) হজৰত আবুবকৰৰ ঘৰত ওলালগৈ। চিন্দিক-আকৃবৰো ব্যগ্ৰ হৈ তেখেতলৈ বাট চাই আছিল। তেওঁৰ জীয়েক বিবি আছ্মা আৰু বিবি আয়েশ্বা, দুয়ো ততাতৈয়াকৈ বাটত খাবৰ নিমিত্তে অলপ জা-জলপান তৈয়াৰ কৰি দিলে।

হজৰত আবুবকৰে চাৰি মাহৰ আগৰেপৰা 'হিজৰত'ৰ সময়ত কামত লাগিব বুলি, দুটি বৰ চোকা উট কিনি থৈছিল। তাৰে এটা ৰছুল-কৰিমক (দঃ) লবলৈ ক'লে। কিন্তু বিপদৰ সময়তো এনে বন্ধুৰ বস্তু, মাত্ৰ মদিনালৈ যাবলৈকো, এনেই লোৱাটো তেখেতে ভাল বিবেচনা

নকৰিলে। উচিত বেচ ৮০০ দেৰ্হাম দিহে 'কছৱা' নামেৰে উটটি ললে। 'হাদী' (বাট-দেখুৱা) আৰু গুৰিয়াল হলে এনে নিঃস্বাৰ্থ আদৰ্শ হব লাগে। এয়ে হৈছে ৰছুল-কৰিমৰ ডাঙৰ 'চুন্নত' (ৰীতি-নীতি)।

ওৰেদিনটো হজৰত আবুবকৰৰ ঘৰতে থাকি, ৰাতি দুয়ো মনে মনে ঘৰৰ পাচফালে খিলিকিয়েদি ওলাই আগৰ কথামতে, উটৰ ওপৰত উঠি, নিজৰ পো-পোৱালী সকলোকে নিঃসহায় অৱস্থাত শত্ৰুৰ হাতত পেলাই দি, যথা সৰ্ব্বস্ব এৰি, বিপদৰ বিভীষিকালৈ ভয় নকৰি, ৬২২ খৃঃ ছফৰ মাহৰ কৃষ্ণ পক্ষৰ শেহ ৰাতি দেওবাৰে মদিনামুৱা হৈ যাবলৈ ধৰিলে। আছ্মা গাভৰু আৰু আয়েশা ল'ৰা—এওঁলোকেও মুখৰ আগতে বিপদ দেখিও এফেৰাও চঞ্চল নহৈ, ৰছুল-কৰিম (দঃ) আৰু বাপেকৰ জা-জলপান তৈয়াৰ কৰি দিলে। কোনেও কৰ্ত্তব্য নেৰিলে!

আন্ধাৰ ৰাতি, তাতে বাট বৰ খলা-বমা, শিলেৰে ভৰা। তিনি মাইল গৈ, ছত্তৰ পৰ্ব্বত পালেগৈ। এই পৰ্ব্বতৰ টিং প্ৰায় এমাইল মান ওখ। এই টিঙতে এটা গাঁত (১) আছিল, তাতে দুয়ো লুকাবলৈ বুলি সোমাল। গাঁতটোৰ মুখখন প্ৰায় ১৪ ইঞ্চি বহল। ভাগৰ লগাত ৰছুল-কৰিমে (দঃ) হজৰত আবুবকৰৰ কৰঙনকে শিতান কৰি গাঁততে শুলে। হজৰত আবুবকৰ বহি থাকিল আৰু সৰু সৰু কেইটামান গাঁত দেখি, তাত সাপ বিছা আদি আছে বুলি নিজৰ গাৰ কাপোৰ ফালি ফালি, সেই

ছত্তৰ পৰ্ব্বতৰ গাঁত।
ৰবিউল আউৱল, নবুয়তৰ ১৩শ বছৰ। জুলাই মাহ ৬২২ খৃঃ।

(১) এই ছত্তৰ গাঁত এতিয়ালৈকে আছে। হজীসকলে দলে দলে গৈ ইয়াক দৰ্শন কৰে।

গাঁতবোৰৰ মুখত সোপা দিলে। কাপোৰৰ নাটনি হোৱাত এটা গাঁত বাকী থাকিল। হজৰত আবুবকৰে নিজৰ ভৰিৰে গাতঁটোত সোপা দি ধৰিলে। সেই গাঁতত্তে এটা সাপ আছিল, সেই সাপে তেওঁৰ ভৰিতে খোট মাৰি দিলে। বিষত তেওঁ অথিৰ হল, কিন্তু তথাপি নিজৰ ভৰি নলৰালে, লৰালেই জানোচা হজৰত ৰছুলৰ (দঃ) টোপনি ভাগে আৰু সাপটো ওলাই তেখেতক খোটে। ধন্য তেওঁৰ সহিষ্ণুতা। ধন্য তেওঁৰ স্বাৰ্থত্যাগ !! ৰছুল-কৰিমে (দঃ) পাচে নিজেই সাৰ পালত, হজৰত আবুবকৰে নিজৰ অৱস্থা জনালে। তেখেতে নিজৰ মুখৰ থু অলপ ঘা ডোখৰত লগাই, আল্লাৰ নাম লৈ ফুৱাই দিলত, বিষ উৰি গ'ল।

হজৰত আবুবকৰৰ পুতেক আব্দুল্লাই, বাপেকৰ হুকুম অনুসৰি মক্কাৰ অৱস্থা আদি ভালকৈ বুজি, ৰাতি ছত্তৰলৈ গৈ তেওঁক সকলো বাতৰি দি আহে। আমিৰ-বেন্-ফোহায়ৰা নামেৰে হজৰত আবুবকৰৰ 'আজাদী' (মুক্ত হোৱা) গোলাম এজনে ছত্তৰৰ ওচৰত নিজৰ ছাগলী চৰাই ফুৰিছিল। তেওঁ ৰাতি পৰ্ব্বতলৈ গৈ ছাগলীৰ গাখীৰ ঘিমান-পাৰে দি আহে। এই গাখীৰেই তেওঁলোকৰ প্ৰধান খাদ্য আছিল। হজৰত আবুবকৰৰ জীয়েক আছ্মাইও ৰাতি লুকাই লুকাই তালৈ গৈ খোৱা বস্তু-বেহানি দি আহেগৈ। এইদৰে গাঁতত তেওঁলোকে তিনি ৰাতি কটালে।

কোৰেচবিলাকে যেতিয়া দেখিলে যে, ৰছুল-কৰিম (দঃ) পলাল, তেতিয়া সিহঁতে হজৰত আলীকে গ্ৰেপ্তাৰ কৰি কা'বালৈ লৈ গ'ল। তাত তেওঁৰপৰা কথা উলিয়াবলৈ সিহঁতে তেওঁক বহুত উৎপীড়ন কৰিছিল। কিন্তু চেষ্টা বিফল হোৱাত, তেওঁক এৰি দি সিহঁত হজৰত আবুবকৰৰ ঘৰলৈ গ'ল। তাত মাথোন তেতিয়া আছ্মা·

আৰু আয়েশা আছিল। আবুজেহেলে মুখ খন ভেঙুচালি কৰি আচ্-মাক সুধিলে—"তোৰ বাপেৰ ক'ত?" আছ্মাই গহীনকৈ উত্তৰ দিলে—"কব নোৱাৰোঁ।" এই উত্তৰ শুনিয়েই শয়তানে আছ্মাৰ গালত এনে টানকৈ চৰ এটা মাৰিলে যে, ছোৱালীটিৰ কাণৰ 'বালি' ছিগি পৰি গ'ল।

ৰছুল-কৰিমো (দঃ) নাই আৰু হজৰত আবুবকৰো নাই। এই বাতৰি তত্তালিকে মক্কাৰ ইকালৰপৰা সিকালে বিয়পি পৰিল। কোৰেচ্‌বিলাকে তেওঁলোকক চাৰিওপিনে বিচাৰি চুলথ কৰিলে, কিন্তু যেতিয়া ক'তো তেওঁলোকৰ সম্ভেদ নেপালে, তেতিয়া ঘোষণা কৰি দিলেঃ—"এশ উট পুৰস্কাৰ। মোহম্মদ বা আবুবকৰৰ জীয়া দেহ বা তেওঁলোকৰ মূৰ যি আনিব পাৰিব, তাক এশ উট বঁটা দিয়া যাব।"

ৰছুল-কৰিমৰ (দঃ) ওপৰত আৰববিলাকৰ ভয়ঙ্কৰ খং, তাতে আকৌ এই বঁটা আৰু যশস্যা। গতিকে, অলেখ মানুহ কেউফালে পিয়াপি দি গ'ল—কোনোৱে ঘোঁৰাত, কোনোৱে উটত বা কোনোৱে ভৰিৰে খোজ কাঢ়ি বিচাৰি যাবলৈ ধৰিলে। এদলে গৈ মানুহৰ ভৰিৰ খোজ দেখি সেই গাঁতৰ ওচৰত থিয় হ'ল।

খপ্‌জপনি লাগি হজৰত আবুবকৰে কলে—"য়্যা ৰছুলুল্লাহ! এতিয়া উপায় কি? আমি মাথোন দুজন, শত্ৰুৰ মানুহ বহুত। ৰছুল-কৰিমে (দঃ) কলে—"আমি দুজন নহওঁ, তিনিজন আৰু এজন আমাৰ লগত আছে—তেওঁ মহা শক্তিশালী আল্লাহ তা'লা। ভাবনা নাই, মনে মনে বহি থাকক।"

আল্লাৰ কি মহিমা! কোৰেচবিলাকে দেখিলে সেই গাঁতৰ মুখত মকৰাৰ জাল আৰু তাৰ ওপৰত গছৰ পাত। প্ৰবাদ আছে যে, তাতে আকৌ এজোৰ কপৌৱে বাহ সাজি কণী পাৰি উমনি লৈ আছিল,

মানুহ দেখি উৰি গ'ল। সকলোৱে কলে—"ইয়াৰ ভিতৰত গোমোৰা নাই বলাঁ, বলাঁ!" সিহঁত আন ফালেদি গুচি গ'ল, ৰছুল-কৰিম (দঃ) নিৰাপদ হ'ল।

আব্দুল্লাহ-বেন্-ওৰায়কাৎ নামেৰে এজন পৌত্তলিকক টকাৰে বশীভূত কৰি বাট দেখুৱাবলৈ বুলি নিযুক্ত কৰা হৈছিল। আগৰ বন্দবস্ত মতে তিনি ৰাতিৰ পাচত তেওঁ সেই উট দুটা লৈ ছত্তৰ পৰ্ব্বতত ওলালগৈ। চতুৰ্থ দিনৰ ৰাতি গাতঁৰ পৰা তেওঁলোক ওলাই আকৌ আওহতীয়া বাটেদি যাবলৈ ধৰিলে।

৪ৰ্থ ৰাতি অৰ্থাৎ ৫ ৰবিউল আউৱল (৬২২ খৃঃ ১৬ জুলাই) তাৰিখে ৰছুল-কৰিম (দঃ), হজৰত আবুবকৰ, তেওঁৰ পুতেক আব্দুল্লাহ আৰু লগুৱা আমিৰ, এই চাৰিটি প্ৰাণী মদিনা মুৱা হৈ আকৌ যাবলৈ ধৰিলে—হজৰত আবুবকৰৰ পৰা কিনি লোৱা 'কছৱা' নামেৰে উটত ৰছুল-কৰিম (দঃ), ইটো উটত হজৰত আবুবকৰ আৰু আমিৰ, আৰু আব্দুল্লাহ তেওঁৰ নিজৰ উটত।

কোৰেচৰ মাজৰ ছোৰাকা-বেন্ মালেক নামেৰে এজনে কেনেবাকৈ এওঁলোকৰ বাতৰি পাই ঘোঁৰাত উঠি হাতত উদং তৰোৱাল লৈ পাচে পাচে খেদা ধৰিলে। বাটত যাওঁতে আৰব এজনে দূৰৰ পৰা এওঁলোকক দেখি ততাতৈয়াকৈ নিজৰ গাৱঁত কলেগৈ—"কেইজনমান মানুহ যাবলৈ ধৰিছে, মোৰ বিশ্বাস মোহম্মদ আৰু তেওঁৰ লগৰীয়া কেইজন গৈছে"। 'এশ উট বঁটা, মোহম্মদ হত্যাৰ অক্ষয় যশস্যা আৰু দেৱ-দেৱীৰ শত্ৰুক বিনাশ কৰা মহা-পুণ্য,' এই বোৰ আনে কেলেই পাব লাগিছে, মই অকলৈ লম, এই ভাবি ছোৰাকাই গাৱঁৰ মানুহবিলাকক ভুৱা দি কলে—"মই ভালকৈ জানোঁ,

ছোৰাকা কোৰেচাৰ আত্ম সমৰ্পণ।

মোহম্মদ বা তেওঁৰ লগৰীয়া কোনো নহয়।" এই কথা শুনি গাৱঁৰ কোনো মানুহ নাহিল। ছোৰাকাই যাত্ৰীদলক ধৰিবলৈ ঘোঁৰা চেকুৰাই দিলে। হজৰত আবুবকৰে দেখি ভয়ত সোত্ মোত্ খালে। ৰছুল-কৰিমে (দঃ) সান্ত্বনা দি তেওঁক কলে—"ভয় নকৰিব, আল্লাহ আমাৰ লগত আছে"। ৰছুল-কৰিমক (দঃ) ধৰে ধৰে, এনে সময়তে ছোৰাকাৰ ঘোঁৰাটো শিল এডোখৰত ওজট খাই পৰিল। তেওঁৰ মনত অলপ ভয় সোমাল যদিও, তেওঁ আকৌ ঘোঁৰা চলাবলৈ ধৰিলে। হজৰত আবুবকৰে তেতিয়া সাৱধান হৈ পাচ ফাললৈ চাই আহিছে, কিন্তু ৰছুল-কৰিমে (দঃ) ধীৰ আৰু গহীন ভাৱে একান্ত-পতীয়া হৈ মুখত কোৰ্আন 'তিলাৱত' (আবৃত্তি) কৰি গৈ আছে। অলপ দূৰ আগবাঢ়ি যাওঁতেই ছোৰাকাৰ ঘোঁৰাৰ আগঠেঙ দুখন বালিত পোত খাই গ'ল। ভৰি উলিয়াব নোৱাৰি ঘোঁৰাটোৱে আটাহ পাৰিবলৈ ধৰিলে। এই বেলি ছোৰাকাৰ বুকু থৰ্থৰ্কৈ কঁপিবলৈ ধৰিলে আৰু ৰছুল-কৰিমৰ (দঃ) ওচৰ চাপি হাতৰ তৰোৱাল আৰু খোৱা বয়-বস্তু সোপাকে দি আত্ম-সমৰ্পণ কৰিলে। ৰছুল-কৰিমে (দঃ) তেওঁৰ সকলো বস্তু ওভোতাই দি, তেওঁক ক্ষমা কৰি উভতি যাবলৈ হুকুম দিলে। তেওঁ উভতি গ'ল আৰু বাটত ৰছুল-কৰিমৰ (দঃ) বিচাৰি অহা যিমান মানুহ পালে, সকলোকে সেই ফালে তেখেত নাই যোৱা বুলি ভুৱা দি ওভোতাই পঠালে। এই ছোৰাকাই পাচত ইছ্লাম গ্ৰহণ কৰে।

যাওঁতে বাটত উম্মে-মা'বদৰ ঘৰ পাই, ৰছুল কৰিমে (দঃ) তেওঁৰ ওচৰলৈ গৈ তাত কিবা খোৱা বস্তু আৰু পানী কিনিবলৈ পোৱা যায়নে সুধিলে। উম্মে-মা'বদে কলে যে, তাত একো পোৱা নেযায়। তাতে এজনী চেবেলী ছাগলী শুই আছিল। উম্মে-মা'বদে

ক'লে,—"যদি খীৰালে গাখীৰ ওলায়, তেন্তে এই ছাগলীজনী খীৰাই চাব পাৰা।" হজৰত ৰছুলে (দঃ) "বিছ মিল্লাহ" বুলি খীৰালত ভালেমান গাখীৰ পালে। তাৰে অলপ তেখেতে আৰু লগৰীয়া কেউজনে খালে আৰু বাকী গাখীৰ গিৰিহঁতক দি তেওঁলোক গুচি গ'ল।

উম্মে-মা'বদৰ স্বামী আবু-মা'বদ ঘৰলৈ আহি, গাখীৰ দেখি, গাখীৰ ক'ৰপৰা পালা বুলি ঘৈণীয়েকক সোধাত, ঘৈণীয়েকে সকলো কথা শুনালে। তেতিয়া আবু-মা'বদে ক'লে—"তেওঁ কোৰেচ বংশৰ সেই মানুহজন, যাৰ বিষয়ে আমি হৰেক ৰকমৰ কথা শুনিছোঁ। হাঁয়, মোৰ কি দুৰ্কপাল! মই তেখেতৰ পদধূলি লব নোৱাৰিলোঁ।"

বটা-যশস্যাৰ লোভত আৰু পুণ্যৰ আশাত আছলম কৈদৰ বাৰিদা নামেৰে এজনে ৭০ জন ডকাইত লৈ ঢাল-তৰোৱালেৰে সজ্জিত হৈ ৰছুল-কৰিমক (দঃ) ধৰিবলৈ বাটত ৰৈ আছিল। মদিনাৰপৰা অলপ দূৰত এই যাত্ৰীদলৰ লগত সিহঁতৰ মুখামুখি হয়। ৰছুল-কৰিমৰ (দঃ) হাতত কোনো অস্ত্ৰ নাই আৰু অস্ত্ৰ চলোৱাৰো তেখেতৰ অভ্যাস নাই। তেখেতৰ লগত নিৰীহ হজৰত আবুবকৰ। বাকী দুজন—অমুছলমান।

*বাৰিদা ডকাইতৰ ইছলাম গ্ৰহণ।*

এনে ঘোৰ বিপদৰ সময়তো হবিবে-খোদাৰ মুখত সেই সদানন্দ, সদা-গম্ভীৰ স্বৰ্গীয় ভাব। তেখেতে তেতিয়া একান্ত মনেৰে কোৰ্আন তিলাৱত (আবৃত্তি) কৰি গৈ আছে। বাৰিদাই ডকাইত দল লৈ তেখেতৰ ওচৰলৈ খেদি আহি, কোৰ্আনৰ মাত শুনি বল, তাৰ ভৰি দুখন অচল আৰু বাউসি দুটা অবস হৈ পৰিল।

ৰছুল-কৰিম (মিঠা মুখেৰে)—"আপুনি কোন? কি লাগে?"

বাৰিদা—"মই বাৰিদা, আছলম্ কৈদৰ চৰ্দাৰ।

ৰছুল-কৰিম—আছ্লম্ (১)—“শান্তি! ভাল কথা।”

ৰাৰিদা—“আপুনি নো কোন?”

ৰছুল-কৰিম—“মই মক্কাৰ মানুহ, আব্দুল্লাৰ পুতেক—মোহম্মদ, সত্যৰ সেৱক—আল্লাৰ ৰছুল।”

তাৰ পাচত ৰছুল-কৰিমে (দঃ) ৰাৰিদাৰ মুখলৈ চালে। ৰাৰিদাই দেখি ৰ-লাগি ৰ'ল। পাচত তেখেতৰ পবিত্ৰ চৰণত পৰি কান্দিবলৈ ধৰিলে আৰু তেওঁৰ ৭০ জন লগৰীয়াইও তাকে কৰিলে। লগৰীয়াবিলাকক লৈ ৰাৰিদাই নিজৰ মূৰৰ পাগুৰি সোলোকাই, তাৰে এটা আগ, এপাত কাঁড়ৰ আগত বান্ধি, নিচান উৰুৱাই উৰুৱাই মহা উলাহেৰে ৰছুল-কৰিমৰ (দঃ) আগে আগে যাবলৈ ধৰিলে। আফ্তাবে ৰেছালতৰ কি মোহনী শক্তি!

কোবা-প্ৰবেশ।

১ম হিজৰী ১২ৰবিউল-আউৱল, সোমবাৰ ছুপৰীয়া। ৬২২খৃঃ।

ৰছুল-কৰিমে (দঃ) মক্কা এৰিলে—এই বাতৰি পাই মদিনাৰ মুছলমানবিলাকৰ আনন্দৰ পাৰ নাইকিয়া হল। তেওঁলোকে নিতৌ ৰাতিপুৱাই নগৰৰ বাহিৰলৈ আহি বাটলৈ চাই থাকি, ছুপৰীয়া বেলিকা ঘৰলৈ গুচি যায়। ৰবিউল আউৱল মাহৰ ১২ তাৰিখে, সোমবাৰে ঠিক ছুপৰীয়া সময়ত আফ্তাবে ৰেছালৎ ‘কোবা’ নামেৰে গাওঁ এখনত ওলালগৈ। ই মদিনাৰ পৰা দুমাইলমান দূৰ, এটা পৰ্ব্বতৰ ওপৰত। ইয়াক ওপৰ মদিনা বা পুৰণি মদিনাও বোলে। পোনতে এজন ইহুদীয়ে তাৰ ঘৰৰ ওপৰৰপৰা তেখেতক দেখি চিঞৰি উঠিল—“আহিল, আহিল!”

এই চিঞৰ শুনি, কেউফালৰ পৰা কোলাহল লাগি গ'ল আনন্দত সকলোৱে মতলীয়া হৈ উঠিল। চাৰিউফালৰ পৰা “আল্লাহো আকবৰ্” ধ্বনি উঠি গোটেই ঠাই কপাই দিলে।

---

(১) ‘আছ্লম’ শব্দটি ‘ছলম্’ ধাতুৰ পৰা ওলাইছে, অৰ্থ শান্তি।

আগবঢ়াই আনিবৰ নিমিত্তে ভকতসকল ক্ৰমে ক্ৰমে আহিবলৈ ধৰিলে। ৰছুল-কৰিম (দঃ) পোনতে এজোপা খাজুৰ গছৰ তলতে বহিল। তেখেতে মনে মনে বহি আছে আৰু হজৰত আবুবকৰে ওচৰতে থিয় দি আছে। দুই জনৰে সাজ-পাৰ একে, কোনো ধুন-পেঁচ নাই, কোনো পাৰ্থক্য নাই। যিসকলে আগেয়ে নবী-কৰিমক (দঃ) দেখা নাছিল, তাৰে অনেকে হজৰত আবুবকৰকে তেখেত বুলি ভাবি অভিবাদন কৰিবলৈ ধৰিলে। যেতিয়া হজৰত আবুবকৰে নিজৰ কাপোৰেৰে তেখেতৰ মূৰৰ ওপৰত ছাঁ দি থিয় হল, তেতিয়াহে তেখেতৰ পৰিচয় পোৱা গ'ল। অলপ তাতে জিৰাই সকলোৰে লগত মিলি, পাচত তেখেত আৰু হজৰত আবুবকৰে ভকত সকলৰ লগত 'কোবা" গাৱঁৰ বনি-আমৰ কৈদৰ কুলছুম-বেন্-হেদ্‌মৰ ঘৰত থাকিলহি।

ৰছুল-কৰিমে (দঃ) কোবাতে দিনচেৰেক থাকি এটি মছ্‌জিদ সজায়। ইছ্‌লামৰ বুৰঞ্জীত এয়ে হৈছে সৰ্ব্বপ্ৰথম মছ্‌জিদ। আজিলৈকে

কোবা মছজিদ।

এই মছ্‌জিদে (১) মুছলমানৰ পূৰ্ব্বকীৰ্ত্তি সোঁৱৰাই আছে। হজৰত আলীয়ে 'আমানত'ৰ ধন-বস্তুবোৰ গিৰিহঁতক শোধাই দি, 'হিজৰত'ৰ তিন দিন পাচত মক্কাৰ পৰা পলাই আহি, এই কোবাতে ৰছুল-কৰিমৰ (দঃ) লগ ধৰিলেহি। হজৰত আলীয়ে শত্ৰুবিলাকে ধৰে বুলি ভয়ত দিনত লুকাই থাকে আৰু ৰাতি হলে বাট বুলিবলৈ ধৰে। এই দৰে আহোতে তেওঁৰ ভৰিৰ বিষ ইমান দৰে হৈছিল যে, তেওঁ চৰাই-মৰাই পৰিলহি; কিছু পৰলৈ উঠিবই নোৱাৰিছিল।

কোবা মছ্‌জিদ সাজোঁতে নবী-কৰিমে (দঃ) আন আন মুছলমানবিলাকৰ লগত মিলি সমানে বনুৱাৰ কাম কৰিছিল। এই দৰে ইছ্‌লামৰ অতুলনীয় সাম্য আৰু বিশ্বজনীন ভ্ৰাতৃ ভাবৰ ভেঁটি তুলি থৈ গৈছে।

(১) গ্ৰন্থকাৰে দেখি আহিছে।

যথা সাধ্য নিজৰ কৰ্ত্তব্য-পালন আৰু কৃতকাৰ্য্যতাৰ নিমিত্তে আল্লাৰ ওপৰত সম্পূৰ্ণ আত্মনৰ্ভৰ—এয়ে হৈছে ৰছুল-কৰিমৰ (দঃ) শিক্ষা। আল্লাৰ ওপৰত ভৰসা কৰিব লাগে ; তেওঁৰ ইচ্ছা হলে সকলোৱে হেদায়ত (মুক্তি) পাব। হেদায়ত-দেনেৱালা (মুক্তিদাতা) আৰু গোম-ৰাহ্ কৰনেৱালা (বিপথগামী কৰোঁতা) এক মাত্ৰ তেৱেঁই—এনে তক্দিৰৰ (অদৃষ্টৰ) দোহাই দি ৰছুল-কৰিমে (দঃ) কাম কৰা নাছিল। এফালে দৃঢ় বিশ্বাস, কৰ্ম্ম-ফললৈ অনাশক্তি, এফালে লুকাই অকোৱা পকোৱা বাটেদি মদিনালৈ যাত্ৰা আৰু কিমান সাৱধানতা ; আকৌ আন-ফালেদি মুকলি তৰোৱালকো ভয় নকৰি আল্লাহ আমাৰ লগত আছে বুলি সকলো আলৈ-বিলৈলৈ আওকাণ কৰি বিশ্ৰাম।

ৰছুল-কৰিমৰ (দঃ) সাজ-পাৰত একো ফিতাহি বা বিশেষত্ব নাছিল, যাক দেখিলে সাধাৰণ মানুহে তেখেতক চিনিব পাৰে, কিন্তু আমাৰ আজিকালিৰ 'মৌলবী' চাহেবসকলৰ এনে বিনন্দ-বিলাস বেশ যে, তেওঁলোকৰ ধুন্-পেঁচ্ দেখিলেই চক খাব লাগে!

সমাজৰ নিমিত্তে কি কৰা কৰ্ত্তব্য, ৰছুল-কৰিমে (দঃ) তাকে কৈ মনে মনে নেথাকিছিল। তেখেতে নিজেই সকলোতকৈ আগেয়ে সেই কাম কৰি দেখুৱাইছিল। খলিফা চাৰিজনো তেনে সাঁচতে মৰা।

কোবা-মছ্জিদ হৈ যোৱাত, ৰছুল-কৰিম (দঃ) মদিনালৈ আহিবলৈ ওলাল। মদিনাৰ মুছলমানবিলাকে বৰ উলাহেৰে বীৰৰ নিয়ম অনুসৰি সকলোৱে তৰোৱাল ওলোমাই তেখেতক আগবঢ়াই আনিবলৈ বাহিৰ হল। ১৬ ৰবিউল আউৱল শুকুৰ বাৰৰ দিনা তেখেতে মদিনালৈ যাত্ৰা কৰিলে। আগে পাচে, সোঁৱে বাওঁৱে মুছলমানবিলাক ৰঙত উত্ৰাৱল হৈ 'আল্লাহোআকবৰ' ধ্বনি কৰি

মদিনা প্ৰবেশ। ১ম হিজৰী ১৬ ৰবিউল আউৱল, শুকুৰ বাৰ নবুৱতৰ ১৪শ বছৰ। ৬২২ খৃঃ ২৭ জুলাই।

কৰি লগত গৈছে। অলপ দূৰ যাওঁতেই 'জুম্মা' নামাজৰ সময় হ'ল আৰু ১০০জন মানুহ লৈ ৰছুল-কৰিমে (দঃ) বনি-ছালেম চুবুৰিৰ ওচৰত 'ৰত্তনেৰাদি' বোলা ঠাইতে 'জুম্মা' নামাজ পঢ়িলে। এয়ে হৈছে ইছ্‌লামৰ প্ৰথম 'জুম্মা'।

১ম জুম্মা।

তিনি মাহৰ আগেয়ে মক্কাৰ আকাবাত যে গুপ্ত পৰামৰ্শ হৈছিল, তাৰ পাচত আজি মদিনাৰ ভক্ত আনুছাৰ আৰু বিদেশী মোহাজ্জেৰ-বিলাকৰ এই আশাতীত সৌভাগ্য দেখি ৰছুল-কৰিম (দঃ) আনন্দত উধাও হৈ পৰিল। সত্যৰ কি অলৌকিক ক্ষমতা! কেইদিনমানৰ আগতে যিগৰাকীয়ে মাতৃভূমিৰ পৰা খেদা খাই পলাই আহিছিল, আজি তেখেতে কেনে সন্মানেৰে দেখাদেখিকৈ মদিনাৰ ৰাজ-বাটেদি নগৰত সোমাইছেহি! কেনে অদ্ভুত দৃশ্য!!

আজি বিশ্বমানৱৰ পৰম গুৰু, শ্ৰেষ্ঠতম সংস্কাৰক, খাই বন্ধু মোহম্মদ মোস্তাফা (দঃ) মদিনাত উপস্থিত। গতিকে, তাৰ মতা-তিৰোতা, বুঢ়া-ডেকা, লৰা-ছোৱালী সকলো আগবঢ়াই আনিবলৈ উদ্বাউল হৈ পৰিল। নগৰৰ ঘৰৰ ছাত আৰু বাৰান্দাবিলাক মানুহেৰে ভৰপূৰ। বাটত সৰু সৰু লৰা-ছোৱালীবিলাকে "য়্যা মোহম্মদ, য়্যা মোহম্মদ" বুলি চিঞৰি গাবলৈ ধৰিলে।

ৰছুল-কৰিম (দঃ) নগৰত সোমালত প্ৰত্যেক ভক্তই তেখেতক নিজৰ ঘৰলৈ নিবলৈ আবজ কৰিছিল, কিন্তু তেখেতে উত্তৰ দিলে—"বানু-নাজ্জাৰ বংশ মোৰ ককা আব্দুলমোত্তালিবৰ মোমায়েকৰ ফৈদৰ—মই তেওঁলোকৰ তালৈকে যাম।" বুৰঞ্জী মতে—যেতিয়া তেখেতে দেখিলে যে, সকলোকে সন্তুষ্ট কৰা অসম্ভৱ, তেতিয়া তেখেতে উট এৰি দি কলে যে, য'তে মোৰ উট থিয় হব, মই তাতে নামিম। য'ত এতিয়া মদিনাৰ মছজিদে নববী আছে, তাতে আহি

তেখেতৰ উট বহি গ'ল। এয়ে হৈছে নাজ্জাৰ বংশৰ চুবুৰি। আবুআয়ুব আনছাৰীৰ ঘৰ ইয়াৰ কোষতে, তেওঁৰ ঘৰতে (১) ৰছুল-কৰিম (দঃ) নামিল।

মদিনা মক্কাৰ পৰা ২৫০ মাইল উত্তৰত, প্ৰায় ১১ দিনৰ বাট। আগেয়ে ইয়াৰ নাম আছিল 'ইয়চ্‌ৰব্‌'। নবী-কৰিম (দঃ) ইয়ালৈ অহাৰ পাচৰ পৰা ইয়াৰ নাম হল 'মদিনাতুন্নবী' (নবীৰ নগৰ)। পাচত চমুকৈ 'মদিনা' নামটোৱেই থৈ গ'ল।

ৰছুল-কৰিমৰ (দঃ) এই মদিনালৈ যোৱাকে 'হিজৰত' বোলে। ইয়াৰ পৰাই 'হিজৰী' চনৰ উৎপত্তি। কিন্তু প্ৰকৃত পক্ষে এই 'হিজৰতৰ' ১৭ বছৰ পাচত দ্বিতীয় খলিফা হজৰত ওমৰ-ফাৰুকৰ খিলাফতৰ ১লা মহৰমৰ (৬২২খৃঃ ১৬ জুলাইৰ) পৰাইহে 'হিজৰী' চন আৰম্ভ হৈছে।

মদিনালৈ অহাৰ পাচত তাত এটি মছজিদ সাজিবলৈ ৰছুল-কৰিমৰ (দঃ) একান্ত ইচ্ছা হল। যি আল্লাৰ নাম ঘোষণা কৰাত, যাৰ 'তৌহিদৰ' জয়ধ্বনি কৰাত, তেখেতৰ ভক্তসকলে আজি ১৩ বছৰ কুলাই পাচিয়ে নধৰাকৈ আলৈ-বিলৈ সহি আছিছে—মোছলিম ভাই-সকলক লৈ, আজি মদিনাৰ মুকলি আকাশৰ তলত, মুকলি বতাহত মুকলি পথাৰত, মুকলি প্ৰাণেৰে ভিদি খুলি হেপাহ পলুৱাই সেই ৰহমানুৰ ৰহিমৰ মহিমা-গান গাবলৈ ৰছুল-কৰিমৰ (দঃ) মন ব্যাকুল হৈ পৰিল।

যি ঠাইত নবী-কৰিমৰ (দঃ) উট আহি থিয় হলহি, সেই ঠাইতে তেখেতে মছজিদ এটি সাজিবলৈ ইচ্ছা কৰিলে। ই এডোখৰ অঁকামিলা পতিত মাটি, মাজুহে তাৰ এফালে উট বান্ধিছিল,

(১) এই ঘৰ এতিয়ালৈকে আছে, গ্ৰন্থকাৰে দেখি আহিছে।

একালে খাজুৰ শুকুৱাইছিল আৰু আনফালে পুৰণি কবৰস্থান। এই মাটি ডোখৰ 'চোহেল' আৰু ছহল নামেৰে দুটি মাউৰা লৰাৰ সম্পত্তি। আছআদ-বেন্-জোৰাৰা আন্ছাৰী সিহঁতৰ অভিভাবক। আছআদ আৰু এই ল'ৰা দুটিয়ে এই মাটিডোখৰ এনেই দিব খুজিছিল, কিন্তু ৰছুল-কৰিমে (দঃ) নেমানিলে। তেখেতে দহ মিচ্কাল (সোণৰ মোহৰ) বেচ দি এই মাটিডোখৰ কিনি নিজেই আন আন মুছলমানবিলাকৰ সহায় লৈ মছ্জিদ সজাবলৈ ধৰিলে।

ফিতাহি মাৰি বহি মানুহক হুকুম নিদি, ৰছুল-কৰিমে (দঃ) সাধাৰণ বনুৱাৰ দৰে নিজ হাতেৰে কাম কৰিবলৈ কুণ্ঠিত নহল। মুৰত মুখত আৰু ডাড়িত ধূলি মাটি ভৰি গৈছে, তেও তেখেতে অতি হেপাহেৰে মাল-বস্তু বোৰ মুৰত তুলি, সেই ঠাইলৈ আনিছে আৰু কৈছে— "হে প্ৰভু! এনে বোজা বোৱা অতি সোৱাদ আঙুৰৰ বোজা বোৱাতকৈ বেচি অনন্দদায়ক আৰু পুণ্য কাম।" নবী-কৰিমে (দঃ) নিজেই হজুৰাৰ কাম কৰা দেখি মানুহবিলাকৰ মাজত এটা হুলস্থূল লাগি পৰিল। কি সৰ্ব্বনাশ! তেখেতে কাম কৰিছে আৰু আমি বহি আছোঁ! তেতিয়াই কেউফালৰ পৰা ডাঙৰ মানুহবিলাকে আহি তেখেতৰ আহিঁ লৈ মছ্জিদৰ কামত লাগি গল। আহা! এই দৃশ্য কেনে চমৎকাৰ! এইদৰে সকলোৰে হাতে হাতে কাম কৰাত কেইদিন মানতে মছ্জিদ তৈয়াৰ হৈ গ'ল। মছ্জিদত মেহ্ৰাব নাছিল, চজমৰমৰৰ (মাৰবলৰ) মিম্বৰ (বেদী) নাছিল. মিনাৰা (ওখ আজান দিয়া ঠাই) বা গুম্বজ নাছিল। কেঁচা ইটাৰ বেৰ, খাজুৰ পাতৰ চাল আৰু খাজুৰ গছৰ খুটা। আড়ম্বৰ একো নাছিল, কিন্তু এই মছজিদৰ মহিমা ইমান চৰি গৈছিল যে, ৰোম আৰু ইৰাণ আদিৰ বিশ্ববিজয়ী বীৰ সেনাপতি আৰু ৰাজ-কটকী সকলবো, তাত সোমাওঁতে, বুকু কঁপি

উঠিছিল। দিনচেৰেকৰ পাচত এটি মিম্বৰ (বেদী) সজোৱা হয়। তেতিয়া মছ্জিদটি ৭৫ বৰ্গ গজহে আছিল।

যিদিনাখন মছ্জিদৰ কাম অন্ত পৰিল, সেইদিনাই নামাজ পঢ়াৰ পাচত ৰছুল কৰিমে (দঃ) উপস্থিত থকা মানুহবিলাকক এই বক্তৃতাটি দিলে—

"যি আল্লাৰ সৃষ্ট প্ৰাণীবিলাকৰ ওপৰত আৰু নিজৰ ল'ৰা-ছোৱালীৰ ওপৰত মৰম-চেনেহ নেদেখুৱায়, আল্লাই তেওঁক ভাল নেপায়। যি মুছলমানে নাঙঠাক কাপোৰ দান কৰে, আল্লাই বিহিস্তত (স্বৰ্গত) তেওঁক সেউজীয়া কাপোৰ পিন্ধাব। দানৰ নিচিনা ভাল বস্তু পৃথিৱীত আৰু একো নাই। এনে কি, হাঁহি মুখেৰে কথা কোৱা, সদুপদেশ দিয়া, পকৰাই-পোৱাক বাট দেখুৱাই দিয়া, কনাক সহায় কৰা, বাটৰপৰা কাঁইট আৰু শিল আদি গুচাই দিয়া, পিয়াহ লগাক পানী দিয়াও দানৰ মাজত গণ্য, ইত্যাদি।"

অল্লাহ তা'লালৈ একান্ত ভক্তি আৰু সকলো মানুহৰ প্ৰতি সদ্ব্যৱহাৰ কৰাই তেওঁখেতৰ মাই উদ্দেশ্য আছিল।

সেই কালত মদিনাত ভিন্ ভিন্ পূজা ঘৰত ঘণ্টা আদি বজাই মানুহক উপাসনালৈ মতা হয়। মদিনাৰ মছ্জিদ তৈয়াৰ হোৱাৰ পাচত, দিনচেৰেকলৈ উমানে উমানে নামাজৰ সময় ঠিক কৰি মুছলমানবিলাকে নামাজ পঢ়িছিল। ইয়াত বহুত অাহুকাল হোৱাত ৰছুল-কৰিমে (দঃ) এদিন ছাহাবাসকলক লৈ এই বিষয় আলচিবলৈ ধৰিলে। মানুহটোৱে পতি মনটো, ধানটোৱে পতি কণ্টো। নানা মুনিৰ নানা মত হ'ল। পাচত ৰছুল-কৰিমে (দঃ) হজৰত বিলালক থিয় হৈ মানুহবিলাকক নামাজৰ নিমিত্তে মাতিবলৈ (আজান দিবলৈ)

আজান। ১ম হিজৰী ৬২৩ খৃঃ।

কলে আৰু কেনেকৈ মাতিব লাগে তাকো শিকাই দিলে। সেই দিনাই মদিনাৰ মছ্‌জিদৰ 'আজান'ৰ আৰম্ভ হ'ল। তেতিয়াৰে-পৰাই দিনত পাঁচ বেলি সেই 'ৰহ্‌মানুৰ্‌ৰহিম'ৰ নামাজ পঢ়িবলৈ আজান দিয়া হল। আজানৰ অৰ্থ 'আহ্বান' নহয়, ইয়াৰ অৰ্থ ঘোষণা। নামাজলৈ আহ্বান কৰাই ইয়াৰ ঘাই উদ্দেশ্য হলেও 'তৌহিদ'ৰ জয় ঘোষণা কৰাই হৈছে, ইয়াৰ আচল লক্ষ্য।

কিবলা।
২য় হিজৰী ৬২৩ খৃঃ।

আগেয়ে মুছলমানবিলাকে সম্মানাৰ্থে বয়তুল মোকদ্দচ ( The Temple of Jerusalem )ৰ ফালে মুখকৈ নামাজ পঢ়িছিল, কিন্তু 'হিজৰত'ৰ ২য় বছৰৰ ( ৬২৩ খৃঃ ) পৰা কা'বা-শ্বৰিফৰ ফালে মুখকৈ নামাজ পঢ়িবলৈ ধৰিলে। ( ১ )

বছুল-কৰিমৰ (দঃ) আৰু হজৰত আবু-বকৰৰ পৰিয়াল মদিনালৈ অহা।

মছ্‌জিদ হৈ যোৱাৰ দিনচেৰেকৰ পাচতে, হজৰত ৰছুল-কৰিমৰ (দঃ) পৰিয়াল থাকিবৰ নিমিত্তে মছ্‌জিদৰ গাতে কেইটামান এচলীয়া সৰু পঁজা তৈয়াৰ কৰা হল, আৰু তেখেতৰ আৰু হজৰত আবুবকৰৰ পৰিয়ালক আনিবৰ নিমিত্তে আবুৰাফে, জায়েদ-বেন্-হাৰেছ্‌ আৰু আব্দুল্লাহ-বেন্-আবুবকৰ, এই তিনিওকে পাঁচ শ দেৰহাম আৰু দুটা উট দি মক্কালৈ পঠোৱা হ'ল। ৰছুল-কৰিমৰ ( দঃ ) জীয়েক কেইগৰাকীৰ মাজত বিবি ফাতিমা তেতিয়াও অবিবাহিতা। তেওঁ, বিবি ছওদা, হজৰত আবুবকৰৰ জীয়েক আছ্‌মা, আয়েশা, জায়েদৰ বিবি উম্মে-আয়মন আদি আহিল। এই সময়ত নবী-কৰিমৰ ( দঃ ) বয়স ৫৩ বছৰ। 'হিজৰত' কৰি ৰছুল-কৰিমে ( দঃ ) ছমাহ আবুআয়ুবৰ ঘৰত আছিল, সপ্তম মাহত নিজৰ পঁজালৈ যায়।

---

( ১ ) যি ঠাইত এই বিষয় 'অহী' আহিছিল, তাক কিব্লাটেইন বোলে। হজী-সকলে জুমে জুমে ইয়াক দৰ্শন কৰিবলৈ যায়।

## আচ্‌হাবে ছুফ্‌ফা।

মদিনাত আগৰেপৰা ভালেমান ঘৰ-বাৰী লৰা-তিৰোতা নোহোৱা সংসাৰত্যাগী কেৱলীয়া ফকিৰ আছিল। এই মছ্‌জিদ হৈ যোৱাৰ পাচতে ৰছুল-কৰিমে (দঃ) তেখেত আৰু তেখেতৰ পৰিয়াল থাকিবলৈ ঘৰ-বাৰীৰ কোনো দিহা-পোহা নকৰি, এই ফকিৰবিলাকৰ আশ্ৰম তৈয়াৰ কৰাই দিলে। এই কেৱলীয়া ভকতবিলাকৰ নাম 'আচ্‌হাবে ছুফ্‌ফা' হ'ল। তেওঁলোকে দিনত মছ্‌জিদত ৰছুল-কৰিমৰ (দঃ) মুখৰ কথা শুনিবলৈ তেখেতক বেৰি থাকে আৰু ৰাতি হলে নিজৰ এই আশ্ৰমত আল্লাৰ 'এবাদৰ্ত্তত (উপাসনাত) মগ্ন থাকে। তেওঁলোকৰে এদলে দিনত গৈ খৰি আনি বেচি যি পাই-পইচা পায়, তাৰে নিঠৰুৱা মুছলমান ভাই-ভনীহঁতৰ নিমিত্তে খোৱা বয়-বস্তু আনি দিয়ে, কিন্তু নিজে অনেক সময়ত লঘোনেই থাকে। বিবি ফাতিমাই এদিন হজৰত ৰছুলক (দঃ) কলে—"বাবাজান! আটা পিহোঁতে মোৰ হাতত পানীজোলা ফুটি গৈছে, আপুনি মোক এজনী বান্দী আনি দিয়ক।" তেখেতে কলে—"ফাতিমা! 'আচ্‌হাবে-ছুফ্‌ফা, ভাইসকল ভাত খাবলৈ নেপাই মৰিব আৰু মই তোমাক বান্দী আনি দিম, ই ভাল কথানে?" নবী-কৰিম (দঃ) অকল বিবি ফাতিমাৰেই পিতা নাছিল, তেখেত গোটেই 'উম্মত'ৰে পিতা! প্ৰত্যেক দুখীয়া, নিঠৰুৱা আৰু কষ্টত পৰা মানুহৰে আলৈ-বিলৈ দূৰ কৰাটো তেখেতৰ স্বাভাৱিক ধৰ্ম্ম। এই সন্ন্যাসীবিলাকে অতি কষ্ট ভোগ কৰিও ইছ্‌লাম প্ৰচাৰ কৰিছিল। 'মোনাফিক' (পেট-কপটীয়া মুছলমান) বিলাকৰ কথা পতিয়াই ৰছুল-কৰিমে (দঃ) ইহঁতৰ ৭০ জন

সন্ন্যাসীক ইছ্লাম প্ৰচাৰ কৰিবলৈ নজ্দ্লৈ পঠিয়াইছিল, কিন্তু বাটতে কেউজনকে কাফিৰবিলাকে বধ কৰে।

যি সময়ত ৰছুল-কৰিমক (দঃ) সহায় কৰা মানুহ নিচেই তাকৰীয়া আছিল, তেতিয়া এই কেবলীয়া সন্ন্যাসীবিলাকেই পঢ়াশালী-শিক্ষক, ধৰ্ম্ম-প্ৰচাৰক, কোৰ্‌আনৰ অধ্যাপক, উপায়হীন মানুহৰ শুশ্ৰূষাকাৰী, দুখীয়াৰ সহায়-সাৰথি আছিল। এওঁলোক ইমান ভক্ত আছিল যে, বেছালৎমাবৰ কথাত নিজৰ প্ৰাণ বলি দিবলৈ সাজু আছিল।

## আওছ আৰু খেজ্ৰাজ সম্প্ৰদায়ৰ ইছ্লাম গ্ৰহণ।

মদিনাত আওছ আৰু খেজ্ৰাজ নামেৰে দুটি বৰ বাহুবলী ইহুদী ফৈদ আছিল। দুই ফৈদৰে মাজত থৈয়া-নথৈয়া খৰিয়াল। আব্দুল্লাহ-বেন্-ছালাম খেজ্ৰাজ দলৰ এজন মূধা-কুটা পণ্ডিত আৰু চৰ্দাৰ আছিল। আবুআয়ুব আন্‌ছাৰীৰ ঘৰলৈ আহি অব্দুল্লাই ধৰ্ম্মৰ বিষয় কেইটামান আওপকীয়া প্ৰশ্ন কৰাত ৰছুল-কৰিমে (দঃ) তাৰ সন্তোষজনক উত্তৰ দিলে। তাতে আকৌ তৌৰাতত (Torah) বৰ্ণনা কৰা ভাবী-নবীৰ লক্ষণাদি তেখেতৰ গাত পোৱাত, আব্দুল্লাই খিতাতে ইছলামত দীক্ষিত হল। ইয়াকে দেখি খেজ্ৰাজ আৰু আওছ, এই দুই দলেও ইছ্লাম গ্ৰহণ কৰি পৰস্পৰ মিল হল। এনে ঘটনা হোৱাত আন ইহুদীবিলাকৰ মাজত খৌকি-বাখৌকি লাগিল।

# আনছাৰ আৰু মোহাজেৰীণ

ৰছুল-কৰিমে (দঃ) মদিনাৰ মুছলমানবিলাকক এটি গৌৰৱান্বিত উপাধি দিলে। যি সকলে মক্কাৰপৰা অহা মুছলমানসকলক বিপদৰ সময়ত সহায় কৰিছিল, তেওঁলোকৰ উপাধি হল—'আনছাৰ' আৰু যি সকলে ধৰ্ম্ম-ৰক্ষাৰ নিমিত্তে জননী জন্মভূমীৰ মায়া এৰি মদিনালৈ 'হিজৰত' কৰিছিল, তেওঁলোকৰ উপাধি হল—'মোহাজেৰীণ'।

আনছাৰবিলাকে মোহাজেৰবিলাকক সকলো ৰকমে নিজৰ সহোদৰ ককাই-ভাইৰ দৰে চপাই ধৰিলে। ৰছুল-কৰিমে (দঃ) কোৰ্‌আনৰ আয়ত (শ্লোক) পঢ়ি ঘোষণা কৰি দিলে, "হে মোহাজেৰ! হে আন্‌ছাৰ! তোমালোকে শুনা, আল্লাৰ হুকুম এই—ইন্নামল্‌ মু'মেনুনা ইখ্‌ৱাতুন্ (১) (এজন মুছলমান আন এজনৰ ভাই)। আজিৰে পৰা মোহাজেৰসকল আলহী নোহোৱা, আজি তোমালোক আন্‌ছাৰৰ ভাই।" কোন জন মোহাজেৰ কোন জন আন্‌ছাৰৰ ভাই হব, এই বিষয় লৈ উপস্থিত থকা আন্‌ছাৰৰ মাজত এনে অৰিয়া-অৰি লাগিল যে, পাচত চিঠি খেলিহে সেইটো থিৰাং কৰা হল। পাচত এদিন এজন মোহাজেৰ ভোকত ভংনেপাই ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহিল। তেখেতৰ ঘৰত সেইদিনা পানীত বাজে একো নাছিল। তেতিয়া তেখেতে বাজলৈ আহি কলে—"আজি কোনে এই ভুকী মাক খাবলৈ দিবা?" আবুতল্‌হা ছাহাবীয়ে মাত লগালে—"মই।" আবুতাল্‌হা ঘৰলৈ গৈ জানিলে যে, তেওঁৰ লৰা-ছোৱালী কেইটাৰ জোখাৰে মাথোন অল্প খোৱা-বস্তু আছে। আবুতাল্‌হা আৰু তেওঁৰ

(১) কোৰ্‌আন-চুৰা হোজৰাৎ ১০ আয়ত।

বিবিয়ে লবা-ছোৱালী কেউটিকে ফুচুলাই শুৱাই থলে। মতা-তিৰোতা দুয়ো লঘোনে থাকি, সেই ভুকীয়া আলহীক ঘৰত যি আছিল তাকে দি সন্তুষ্ট কৰিলে। এনে ত্যাগৰ আদর্শ জগতত অতি বিৰল!

## ৰাজ শক্তি।

মদিনাত ইহুদী, পৌত্তলিক আৰু মুছলমান, এই তিন ধৰ্ম্মৰ মানুহ আছিল। এতিয়া দেশৰ স্বার্থৰক্ষা আৰু মঙ্গল কেনেকৈ হব, কেনেকৈ সকলোকে সভ্য কৰি সু-বাটলৈ আনিব—এই বিষয় ৰছুল-কৰিমে (দঃ) চিন্তা কৰিবলৈ ধৰিলে। গাইগুটীয়া লাং-লাং থাং-থাং হৈ থকা ভিন্ ভিন্ ফৈদৰ ভিন্ ভিন্ ধর্ম্মৰ মানুহক একেটা ধৰ্ম্ম-কেন্দ্ৰলৈ আনি একেডাল জৰীৰে বান্ধিব লাগিব—এনে ভাব সেই হিজ্জাজৰ মৰুভূমিবাসী 'উম্মি'ৰ (নিৰক্ষৰৰ) মনত খেলা-বলৈ ধৰিলে। কেৱল ধৰ্ম্মৰ কথা কৈ মুৰে-বাট-বুলা আৰববিলাকক সঁচা বাটলৈ অনা অসম্ভৱ, লগে লগে ৰাজ-শক্তিৰো আৱশ্যক। পাচে তেখেতে সকলোকে লৈ এক সাধাৰণ শাসন প্ৰণালী গঠন কৰিলে—এয়ে হৈছে সাধাৰণ তন্ত্ৰ-প্ৰণালী। তেখেতক প্ৰধান নায়ক-ৰূপে সকলোৱে বাছি ললে। কোৰ্‌আন শ্বৰিফ তেখেতৰ 'আইন'।

ৰছুল-কৰিমে (দঃ) ৰাজ-পদ লাভ কৰিলে; কিন্তু ৰজাৰ দৰে তেখেতৰ সাজ-পাৰ, ঘৰ-দুৱাৰ, ধুম্-ধাম্ একো নাছিল। নিজৰ ফটা কাপোৰ নিজেই সি-পুটকি লয়। খাজুৰ পাতৰ পঁজা-ঘৰত থাকে, কথা বা মঠঙ্গা কম্বল তেখেতৰ বিছনা। দুই এদিন এৰি লঘোনে থাকিব লাগে। গোলামৰ ঘৰতো অতি ৰঙ্গ মনেৰে আহাৰ, সকলোৰে লগত সদ্ব্যৱহাৰ, দুখীয়াক দান—এইবোৰ তেখেতৰ স্বভাৱ।

# কোৰেচবিলাকৰ নতুন ষড়যন্ত্ৰ।

কোৰেচবিলাকৰ হিংসা।

ৰছুল-কৰিম ( দঃ ) হাতৰপৰা এৰাই গ'ল। মদিনাত শিষ্যসকলক লৈ অতি আনন্দেৰে, শান্তিৰে আৰু স্বাধীন ভাবে নিজৰ ধৰ্ম্ম-কৰ্ম্ম অবাধে চলাইছে। যি ধৰ্ম্মক ধ্বংস কৰিবলৈ অহোপুৰুষাৰ্থ আৰু পৰিশ্ৰম কৰা হৈছিল, সেই ধৰ্ম্ম এতিয়া দিনকদিনে বেছিকৈ জিলিকিবলৈ ধৰিছে। আকৌ তাতে ৰছুল-কৰিমে ( দঃ ) মদিনাৰ মোছ্লিম, ইহুদী আৰু পৌত্ত-লিক সকলোকে লগত লৈ এটা অন্তৰ্জ্জাতিক সাধাৰণ-তন্ত্ৰ স্থাপন কৰিছে, যাতে দেশত কেতিয়াও কোনো ঘৰুৱা-ৰণ লাগিব নোৱাৰে বা বাহিৰৰপৰা আহি কোনো শত্ৰুৱে দেশ আক্ৰমণ কৰিব নোৱাৰে ; আৰু তেখেতেই সেই সাধাৰণ-তন্ত্ৰৰ গুৰিয়াল। এইবোৰ বাতৰি পাই মদগৰ্ব্বী কোৰেচ্‌বিলাকৰ গা পুৰিবলৈ ধৰিলে। সিহঁতে ভাবিলে, এই মুছলমানবিলাকৰ বল শক্তি যদি আৰু বাঢ়ে আমাক এদিন হেঁচা মাৰি ধৰিবহি। তেতিয়া আমাৰ বিলাই কুলাই পাচিয়ে নধৰা হ'ব। আমাৰ ৰেহা-বেপাৰ কৰিবলৈ চিৰিয়ালৈ যোৱা বাটতে মদিনা পৰিছে, আমাৰ বেপাৰৰ মুদা মৰিব। সাতে-পাঁচে গুণি-গাঁথি হিংসুক কোৰেচ্‌বিলাকে ঠিক কৰিলে যে, অতি সোনকালে মদিনা আক্ৰমণ কৰি মুছলমানবিলাকৰ কণ্-কঠীয়া মাৰিব লাগিব।

মদিনাৰ ইহুদী আৰু মোশ্‌ৰিকৰ হিংসা।

মদিনাৰ ইহুদীবিলাক পৌত্তলিকতকৈ বেছি চহকী আৰু শিক্ষিত আছিল। সুতৰ কাৰবাৰেই ইহঁতক চহকী কৰিছিল। ইহঁত ইমান কাঠ-বুকুৱা হৈ পৰিছিল যে, ডুপদ এপদ অল-খাবৰ নিমিত্তে ইহঁতে 'মাছুম' ( নিষ্পাপ ) ছোৱালী বিলাকক মাৰি পেলাইছিল, বহুতক গোলাম

কৰি লৈছিল আৰু অজলা চহাবিলাকৰ লৰা-ছোৱালী আৰু তিৰোতাবিলাকক বন্ধক লৈ নিজৰ পাশৱ বৃত্তি চৰিতাৰ্থ কৰিছিল। ইহঁতে দেখিলে যে, ইছ্‌লামে সুতৰ কাৰবাৰ সমূলি বন্ধ কৰি ধনৰ বাঢ়ি লোৱা আৰু দিয়া, দুইকো মহা পাতক বুলি ঘোষণা কৰি দিছে, দুখীয়া মানুহবিলাকক 'ৰযতুলমা'ল' (Public Treasury)ৰ পৰা ধন-বিত্ত দি সহায় কৰাৰ দিহা-পোহা কৰিছে আৰু নৰ-হত্যা কৰাৰ বিৰুদ্ধে কঠোৰ হুকুম দিছে। যোৱা ৬০০ বছৰ জুৰি ইহঁতে যীচুক জহৰা আৰু তেওঁৰ মাক বিবি মৰিয়মক বেশ্যা বুলি বৰ্ণনা কৰি আহিছে আৰু সেই কাৰণেই খৃষ্টানবিলাকৰ লগত ইহঁতৰ কটা-কটি মৰা-মৰি হৈ আছে। কিন্তু ইছ্‌লামে যীচুক 'নবী' আৰু মাকক 'সতী' বুলি ঘোষণা কৰিছে। ফটিকা-পান আৰু ব্যভিচাৰ তেতিয়া ধনী মানী ইহুদীবিলাকৰ অঙ্গৰ ভূষণ হৈ পৰিছিল, কিন্তু ৰছুল-কৰিম (দঃ) এইবোৰৰ ঘোৰ বিৰোধী। এইবিলাক কাৰণৰ বাবে, তেখেত এইবিলাক পাপত লিপ্ত হোৱা মানুহবিলাকৰ চকুৰ শূল হৈ পৰিল। মুছলমানৰ সংখ্যা দেখি, এই ইহুদী-বিলাকে দেখা-দেখিকৈ কিবা এটা কৰিবলৈ সাহ নকৰিছিল, কিন্তু মুখত বন্ধুতা দেখুৱাই তলে তলে হুল চঁচাত, বিশ্বাস-ঘাতকতাত আৰু আন নীচ বৃত্তিত ইহঁত বৰ পাকৈত আছিল।

মদিনাত অলেখ মূৰ্ত্তি-পূজক আছিল। ইহঁত ইছ্‌লামৰ শত্ৰু হবই। তাতে এদল 'মোনাফিকো' (কপটীয়া মুছলমানো) আছিল, যিহঁতৰ চৰ্দাৰ আছিল—আব্দুল্লাহ-বেন্-উবাই মোনাফিকৰ ছিলো। আব্দুল্লাৰ মান-মৰ্য্যদা বৰ বেঁচি আছিল। কিন্তু ইছ্‌লামে শিক্ষা দিছে—মানুহ আল্লাৰহে তলতীয়া আন কাৰো তলতীয়া নহয়; সকলো মানুহ সমান। কাজেই, আব্-

ন্নাৰ মান-মৰ্য্যাদা একেবাৰে কমি যোৱাত, সিও মনে মনে ইছ্লামৰ শত্ৰু হৈ পৰিল।

এই আটাইবিলাকে ইছ্লামক আলুৰে-পোখাই উঘালিবলৈ মনে মনে কোৰেচ্‌বিলাকৰ লগত যোগ দি পাঙ্গিবলৈ ধৰিলে। এতিয়া শত্ৰু—ভিতৰেও বাহিৰেও। ৰছুল-কৰিম (দঃ) ল'ৰা কালৰেপৰা অতি শান্তিপ্ৰিয় মানুহ আছিল। তেখেতে যুঁজ-বাগৰ আদি সমূলি ভাল নেপাইছিল। এতিয়া তেখেতৰ বৰ চিন্তা হৈ পৰিল। অনেক সময়ত তেখেতে সাৰে থাকি ৰাতি কটাবলৈ বাধ্য হৈছিল আৰু মুছলমানবিলাকে অস্ত্ৰ-শস্ত্ৰ লৈ শুব লগীয়া হৈছিল।

## ৰণৰ সূচনা।

এই সময়ত ছাআদ-বেন্‌মআজ আন্‌ছাৰী ওমৰা-ব্ৰত কৰিবলৈ মক্কালৈ যায়। তাত গৈ তেওঁৰ পুৰণি বন্ধু উমাইয়া-বেন্-খাল্‌ফৰ ঘৰত গুপুতভে আলহী হৈ আছিল। কোৰেচ্‌বিলাকে দেখে বুলি ছাআদে উমাইয়াৰ পৰামৰ্শমতে ভৰদুপৰীয়া কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) কৰিবলৈ যায়, কাৰণ সেই সময়ত মক্কাৰ মানুহবিলাক ৰ'দৰ তাপত ঘৰৰপৰা নোলায়। তথাপি কেনেবাকৈ আবুজেহেলে ছাআদক দেখি খঙ্গত গুমৰি উঠি ক'লে, "আজি তই ভাল সাৰিলি! উমাইয়াৰ লগত আছ বুলিহে এৰিলোঁ, নহলে তই তোৰ ল'ৰা-ছোৱালীক মুখ ঢুনাই দেখুৱাবলৈ নেপালিহেতেন।" ছাআদ এজন মদিনাৰ ডাঙ্গৰ মানুহ। তেওঁ এনে গঞ্জণা সহিব নোৱাৰি উত্তৰ দিলে, "তই যদি মোক কা'বাৰ 'তোৱাফ' কৰিবলৈ নিদিয়, বাৰু মইয়ো তোৰ চিৰিয়ালৈ যোৱা

বাটৰ মুদা মাৰিম।" তাৰ পাচত বহুত মুখ-চুপতি কৰি দুয়ো দিহা-দিহি গুচি গ'ল।

কোৰেচ্‌বিলাকে ভাবিছিল—মদিনাৰ ইহুদী আৰু পৌত্তলিকবিলাকে মদিনাত হাই-উকমি লগাই দিব, আচ্‌-পাচৰ মানুহবিলাকে বিদ্রোহত যোগ দিব, এনে চলতে সিহঁতে মদিনা আক্ৰমণ কৰিব।

এই দূৰদৰ্শী ৰাজনীতিজ্ঞ গুৰু ৰছুল-কৰিমে (দঃ) এই ষড়যন্ত্ৰৰ কথা নজনা নাছিল। সেই দেখি, তেখেতে দেশৰ শান্তি ৰক্ষা কৰিবলৈ আৰু কোৰেচ্‌বিলাকৰ আও-ভাও বুজিবলৈ কেউফালে চোৰাং-চোৰা পঠিয়ালে আৰু কেইবা ফৈদৰ লগত সন্ধি স্থাপন কৰিলে।

'হিজৰত'ৰ এবছৰৰ পাচত 'বনি-জোম্‌ৰা' ফৈদৰ ইহুদীবিলাকৰ লগত 'আব্দান' নামেৰে এঠাইত সন্ধি হয় আৰু ইয়াৰ পাচত য্যাম্বুৰ ওচৰত 'জুল্‌-ওচ্‌য়েৰা' নামেৰে এঠাইত 'বনি-মুদ্‌লেজ্‌' ফৈদৰ ইহুদীবিলাকৰ লগত সন্ধি কৰি ১৫ দিনৰ পাচত ৰছুল-কৰিম (দঃ) মদিনালৈ উভতি আহে। এই দুই ঠাইত ৰণ হবলৈ নেপালে। থলুৱা কোৰেচ্‌বিলাক পলাই গুচি গ'ল।

কুর্জ-বেন্‌-জাবেৰ নামেৰে মক্কাৰ এজন মুখিয়াল মানুহে বহুত চিপাহীৰে আহি, মদিনাৰ দাঁতিকাষৰীয়া খেতৰপৰা ভালেমান জন্তু ধৰি লৈ যায়। এই বাতৰি পাই ৰছুল-কৰিম (দঃ) জনচেৰেক ছাহাবাক লৈ গ'ল; কিন্তু সিহঁতক লগ ধৰিব নোৱাৰিলে।

আকৌ কোৰেচ্‌বিলাকে মদিনা আক্ৰমণ কৰিবলৈ যো-জা কৰিছে—এইটো ভু পাই, ৰছুল-কৰিমে (দঃ) আব্দুল্লাহ-বেন্‌-জাহ্‌শ নামেৰে মোহাজেৰ এজনক চাইটা উট আৰু বাৰজন মুছলমান লগত দি চোৰাং চাবলৈ মক্কাৰ বাটলৈ পঠাই দিলে আৰু এখন চিঠি দি কলে যে, দুদিনৰ বাট গৈ এই চিঠিখন মেলি চাই, তাৰ মৰ্ম্ম

অনুসৰি কাম কৰিবা আৰু অনিচ্ছা হলে, সেইদৰে কাম কৰিবলৈ কাকো বাধ্য নকৰিবা। আব্দুল্লাই দুদিনৰ পাচত চিঠিখন মেলি চালে। তাত লিখা আছে:—"চিঠি পাই মক্কাৰ ওচৰৰ নাখ্লা নামেৰে যিখন ঠাই আছে, তাত গৈ মনে মনে কোৰেচ্‌বিলাকৰ গতি-বিধিৰ ওপৰত চকু ৰাখিবা আৰু আমাক সিহঁতৰ বাতৰি দি থাকিবা।"

নাখ্লা মক্কাৰ নিচেই ওচৰ, তাতৈ সিহঁতৰ যোৱা উলা-মুনা কথা নহয়। চিঠি শুনি, আব্দুল্লাৰ লগৰীয়া কেউজনে অতি আনন্দেৰে তেওঁৰ লগত যাত্ৰা কৰিলে। বাটত ছাআদ-বেন্-আবিআক্কাছ আৰু ওৎবাৰ উট হেৰাই যোৱাত, উট বিচাৰোঁতে এওঁলোক পাচ পৰিল। আব্দুল্লাই বাকী দহ জন মানুহক লৈ নাখ্লালৈ গ'ল।

নাখ্লাত হঠাৎ কেইজনমান কোৰেচ্ সাউদক লগ পাই মুছলমান কেইজনে এজনৰ প্ৰাণ-বধ কৰে আৰু দুজনক বন্দী কৰি, 'কাফিলা' (যাত্ৰীদল)ৰ সকলো বেপাৰৰ বস্তুৰে সৈতে মদিনালৈ আনে। এই ঘটনাত ৰছুল-কৰিমে (দঃ) বৰ বেজাৰ পালে আৰু আব্দুল্লাক নথৈ ডকচি কলে—"মই তোমালোকক ৰণ কৰিবলৈ আৰু লুটিবলৈ পঠোৱা নাছিলোঁ।!" বন্দী দুজনক খিতাতে মুক্ত কৰি দিয়া হ'ল। এজন মক্কালৈ উভতি গ'ল আৰু ইজন ইছ্লামত দীক্ষিত হৈ তাতে থাকিল।

কোৰেচ্ সাউদ এজনক যে নাখ্লাত মাৰি পেলালে, এইটো চেলু লৈয়েই কোৰেচ্‌বিলাকৰ ঘাই চৰ্দাৰ আবুছুফিয়ানে আৰু আবুজেহেলে মক্কাৰ জনসাধাৰণক উচটাই দিলে আৰু মদিনা আক্ৰমণ কৰিবলৈ থিৰাং কৰিলে।

## প্ৰথম জেহাদ—বদৰ-ৰণ।

কোৰেচ্ বিলাকে মদিনা আক্ৰমণ কৰি মুছলমানবিলাকক একেবাৰে কণ-কঠীয়া মাৰিবলৈ বিৰাট আয়োজন কৰিবলৈ ধৰিলে। আবু-ছুফিয়ানে বেহা-বেপাৰ কৰিবলৈ বুলি ভাও জুৰি এটা দল লৈ চিৰিয়ালৈ যাত্ৰা কৰিলে। লগত এহেজাৰ উট আৰু ৫০ হেজাৰ সোণৰ মোহৰ লৈ গৈছিল। কোৰেচ্ মতা-তিৰোতাৰ হাতে-কাণে যিমান সোণ-ৰূপ আছিল, এই দলৰ লগতে গ'ল। ইয়াৰ উদ্দেশ্য—এই টকাৰে চিৰিয়াত ৰণৰ লাগতিয়াল আহিলা-পাতি কিনি আৰু বেতন-ভোগী চিপাহী গোটাই, সিফালৰ পৰা মদিনা আক্ৰমণ কৰিবহি। ইফালে আবুজেহেলৰ তলতো আন এদলে অস্ত্ৰ-শস্ত্ৰ লৈ বুকু ফিন্দাই মদিনা আক্ৰমণ কৰিবলৈ ২য় হিজৰীৰ ৰমজান মাহৰ ৮ তাৰিখে ( ৪ জানুৱাৰী, ৬২৩খৃঃ ) যাত্ৰা কৰিলে।

এই ৰণ দিবলৈ কোৰেচ্ বিলাকে বহুত দিনৰ আগৰেপৰা সাজু হৈ আছিল। সেই দেখি, উৎপীড়িত মুছলমানবিলাকে আত্ম-ৰক্ষা আৰু ধৰ্ম্ম-ৰক্ষা কৰাৰ কাৰণে এই অন্যায় আক্ৰমণক আগভেটা দিবলৈ বাধ্য হৈছিল। এনে ধৰ্ম্ম-ৰণকে 'জেহাদ' বোলে। কোৰ্আন পাকত এই জেহাদৰ উদ্দেশ্য আৰু প্ৰয়োজনীয়তা দেখুৱাই ঠায়ে ঠায়ে আয়েত (শ্লোক) নাজিল (অৱতীৰ্ণ) হৈছে। (১)

যেতিয়া ৰছুল-কৰিমে ( দঃ ) শুনিলে যে, মক্কাৰ পৰা আবুছুফিয়ানে কোৰেচ্ বিলাকক লৈ মদিনা আক্ৰমণ কৰিবলৈ আহিছে, তেতিয়া

---

(১) কোৰ-আন—চুৰা হজ ৩৯—৪০ আয়ত।

সেই আক্ৰমণক আগভেটা দিবৰ নিমিত্তে তেখেতে মাথোন ৩১৩ জন মোহাজ্জেৰীণ আৰু আন্‌ছাৰ, ৭০ টি উট, ৩টি ঘোঁৰা আৰু ৬টি বৰ্ম্ম লৈ বদৰৰ ফালে যাত্ৰা কৰিলে। বদৰ মদিনাৰপৰা ৩০ মাইল দূৰ। কিন্তু আবুছুফিয়ানৰ দল ইয়াৰ বহুত আগেয়ে বদৰ এৰি আন বাটেদি ওলাই গ'ল। আবুজেহেলৰ দলটো ন দিন আহি ১৭ ৰমজানত (১৩ জানুৱাৰী, ৬২৩ খৃঃ) মুছলমানবিলাকৰ আগেয়ে বদৰ পালেহি। এই দলত এহেজাৰ বৰ্ম্ম-পিন্ধা বীৰ, ৭০০শ উট আৰু এশ ঘোঁৰা আছিল।

ছাহাবাসকলৰ ভীষণ পৰীক্ষা।

২য় হিজৰীৰ ১৭ ৰমজানত ছাহাবাসকলে হেলাই-হেপাই আহি বদৰত ঢেৰাই-মেৰাই পৰি, ৰাতিটো কোনোপধ্যে কটালে। আনেকাদিনা শুকুৰবাৰে, ৰাতিপুৱা আজা-নৰ ধ্বনি শুনা মাত্ৰকে, মুছলমানবিলাকে "আল্লাহো-আকবৰ" বুলি শোৱা-পাটীৰ পৰা একেচাৰে উঠি সকলোৱে জামাতেৰে (দলেৰে) ফজৰৰ নামাজ পঢ়িলে। বেলিয়ে ভুমুক দিয়াৰ লগে লগে এহেজাৰ কোৰেচ ৰণুৱা হৰেক ৰকম অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ ৰণ-ক্ষেত্ৰ তল-ওপৰ কৰি, কোৰ্হাল লগাই, বেহু ৰচনা কৰিছেহি। মক্কাৰ কবি আৰু চদ'ৰবিলাকে ৰণুৱাবিলাকৰ মাজত সোমাই সিহঁতক ইছ্‌লামৰ বিৰুদ্ধে উদ্‌গোৱাইছেহি। তাকে দেখি, আনফালে মাথোন ৩১৩ জন মুছলমান, কিছুমান পুৰণি ভগা-চিগা অস্ত্ৰ-শস্ত্ৰ লৈ মুকলি পথাৰত আল্লাৰ নাম লৈ থিয় ! ইয়াৰ মাজত এজন মাথোন ঘোঁৰ-ছাৱাৰ। ৰছুল-কৰিমে (দঃ) সকলোকে শাৰী পাতি থিয় হবলৈ কলে। তাৰ পাচত তেখেতে এই ৩১৩ জন মুছলমান ভক্তক সৰু সৰু বেহু আৰু শাৰীত ভাগ কৰি দি কলে— "সকলো সাবধান, তোমালোকে যেন আগেয়ে অস্ত্ৰেৰে কাকো আক্ৰমণ

নকৰঁা। বিপক্ষই আক্রমণ কৰিলে ধেনু-কাঁড়েৰে সিহঁতক বাধা দিবাঁ। কিন্তু যেতিয়ালৈকে মই হুকুম নিদিওঁ, তেতিয়ালৈকে তৰোৱাল কেতিয়াও নচলাবাঁ।"

ছাহাবাসকলে ততাতৈয়াকৈ ৰছুল-কৰিমৰ (দঃ) নিমিত্তে কাপোৰেৰে আঁৰ-বেৰ দি এটি ঘৰ তৰি দিলে। এফালে এহেজাৰ কোৰেচে, কোৰ্হালত খলকনি লগাই, গোটেই পথাৰ তল-ওপৰ কৰিছে, মুছলমান বিলাকক খাঁও-খাঁও মূৰ্ত্তী হৈ আছে, আনফালে মাথোন এমুঠি ভক্তই আল্লাৰ নাম লৈ ৰছুল-কৰিমৰ (দঃ) হুকুম লৈ ধীৰ আৰু থিৰ হৈ বাট চাই আছে। ৰছুল-কৰিমে (দঃ) আটাইবোৰ পাহৰি, সেই ঘৰটিত সোমাই তন্ময় হৈ, সেই 'ৰহ্মানুৰ ৰহিমৰ' শৰণ লৈছে। তেখেতৰ লগত মাথোন অকল হজৰত আবুবকৰ আছে। এনে সময়ত শত্রু পক্ষই কাঁড় মাৰিবলৈ ধৰিলে। চাওঁতে চাওঁতে এটা কাঁৰ মেহ্জা নামেৰে এজন ছাহাবীৰ বুকুয়েদি সৰকি গ'ল। এৰেঁই বদৰ ৰণত প্ৰথম 'শ্বহীদ' (mârtyr) (১)। তিনি শ মুছলমান বীৰৰ চকুৰ আগতে এনে ঘটনা, কিন্তু প্ৰভুৰ আদেশ—মই হুকুম নিদিয়ালৈকে কোনোৱে বিপক্ষক অস্ত্ৰেৰে আক্রমণ নকৰিবা। তাৰ পাচত হাৰেছা-বেন-চোৰাকা নামেৰে এজন ভক্ত পানী খাবলৈ ধৰোঁতেই শত্রু পক্ষৰ এপাট কাঁড় আহি তেওঁৰ টেটুৰেদি সৰাকি গ'ল। এই ঘটনাও নীৰবে মুছলমান বীৰসকলে চাই আছে। ৰছুল-কৰিমে (দঃ)

(১) "লা তাকুতুলু লেমন্ য়াক্তালু ফি চবীলিল্লাহে আম্‌ৱাত—বল্ আহয়াউন্ বলাকেল্লা তাশ্ উৰুণ" অৰ্থাৎ যি সকলে আল্লাৰ বাটত মৰিছে, তেওঁলোকক মৰা বুলিবা, বৰং তেওঁলোক চিৰজীৱী; কিন্তু তোমালোকে বুজা নাই—কোৰআন "ধৰ্ম্ম-যুদ্ধে মৃত বাপি তেন লোকত্ৰয়ং প্ৰিয়ঃ"—গীতা। চুৰাবকৰ, ১৫৪ আয়ত।

'চিজ্দাৰ' ('মাটিত মূৰ দি সেৱা কৰাৰ) পৰা মূৰ দাঙি হজৰত আবুবকৰক কলে—"শুক্ৰ বাতৰি।" তাৰ পাচত তেখেত বাজলৈ ওলাই আহিল।

সিফালে মদগৰ্ব্বী কোৰেচৰ নামজলা বীৰ ওৎবা, তেওঁৰ ভায়েক শ্বায়বা আৰু তেওঁৰ পুতেক অলিদে গৰ্জ্জি পেলাই মুছলমান সৈন্যক যুদ্ধলৈ আহ্বান কৰিবলৈ ধৰিছে। তেতিয়া কেইজনমান আন্ছাৰ বীৰ তৰোৱাল লৈ, ইফালৰ পৰা আগ বাঢ়িল। এওঁলোকক দেখি ওৎবাই চিঞৰি কলে—"মোহম্মদ! মদিনাৰ এই চহা হজুৰাবিলাকৰ লগত যুঁজা আমাৰ অপমানৰ বিষয়।" তেতিয়া হজৰত আমিৰ হামজা, হজৰত ওবায়দা আৰু হজৰত আলী, ৰছুল কৰিমৰ (দঃ) হুকুম পাই, আগ বাঢ়িল। হজৰত আলীৰ বয়স তেতিয়া ২৩ কি ২৪ বছৰ হৈছিল। অলিদৰ লগত আলীৰ, শ্বায়বাৰ লগত হামজাৰ, আৰু ওৎবাৰ লগত ওবায়দাৰ যুঁজ হ'ল। খন্তেকতে তিনিজন কাফিৰ ৰণত পৰিল। ওবায়দাৰ গাত বহুত জখম হোৱাত, তেওঁ পাচত 'খহীদ' হয়। শত্ৰুপক্ষৰ তিনিওজন বীৰৰ এনে গতি হোৱাত কোৰেচৰ গোটেই সৈন্যই একেবাৰে মোছ্লিম সৈন্যৰ ওপৰত জাপ দি পৰিল। দুই দলৰে দোৰ্ঘোৰ ৰণ লাগিল। ই এটা কি ভয়ানক দৃশ্য! এহেজাৰ নানাৰকম অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত সৈন্য ক'ত আৰু তিনি শ পুৰণি ভগা-ছিগা অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত ভক্ত ক'ত! নিজৰ চকুৰ পুতলা আব্দুৰ্ ৰ'হ্মানক আগবঢ়া দেখি, তেওঁৰ বাপেক হজৰত আবুবকৰে উদং তৰোৱাল হাতত লৈ তেওঁৰ প্ৰাণ বধ কৰিবলৈ গৈছে! ওৎবাক আগবঢ়া দেখি তেওঁৰ পুতেক হোজায়ফাই বাপেকৰ লগত যুঁজিবলৈ উজাৱল হৈছে! হজৰত ওমৰৰ তৰোৱালে তেওঁৰ মোমায়েকক দো-'ভোখৰ কৰিছে! আল্লাৰ নামত আৰু সত্যৰ সেৱাত এনেকৈ সকলো

মায়াৰ বান্ধনি কাটি পেলোৱা, জগতৰ বুৰঞ্জীত বিচাৰি পোৱা নেযায়।

যেতিয়া দুই দলৰ মাজত ঘোৰ যুঁজ লাগি আছে, তৰোৱালৰ জন্ জন্ শব্দে আৰু ৰণৰ কোৰ্হালে যুদ্ধক্ষেত্ৰ কঁপাই তুলিছে, তেতিয়া ৰছুল-কৰিমে (দঃ) আকৌ আজি সেই কাপোৰেৰে আঁৰ-বেৰ দিয়া ঘৰটিত সোমাই মাটিত মূৰ থৈ তন্ময় হৈ আল্লাৰ দৰ্গাহত দোৱা মাগিছে (প্ৰাৰ্থনা কৰিছে)। আ'বুকে-ৰছুল ছাআদ-বেন্-মাআজে এনে অৱস্থা দেখি, জনচেৰেক আনছাৰ বীৰ লগত লৈ, সেই ঘৰটিৰ দুৱাৰ মুখত পহৰা দিবলৈ ধৰিলে। হজৰত আলীয়ে কৈছে—"মই ৰণ কৰি ৰছুল কৰিমৰ (দঃ) ভূ লবলৈ তিনি বেলি ঘৰটিত জুমি চালোঁ। তিনিও বেলি দেখিলোঁ, তেখেত 'চিজ্দা'ত ' মাটিত মূৰ দি সেৱা কৰাত) একেবাৰে নিজক পাহৰি প্ৰাৰ্থনাত মগ্ন হৈ আছে।" হজৰত ওমৰ-ফাৰুকে কৈছে—"ৰণ আৰম্ভ হোৱাৰ সময়ত ৰছুল-কৰিমে (দঃ) হাত দাঙ্গি এই বুলি দোৱা মাগিবলৈ (প্ৰাৰ্থনা কৰিবলৈ) ধৰিলে—'প্ৰভু! তোমাৰ প্ৰতিজ্ঞা সফল কৰা। হে ৰহ্মানুৰ্ ৰ্হিম! যদি মোৰ এই সৰু মোছ্লিম দলটি আজি ধ্বংস পায়, তেনেহলে সংসাৰত আৰু তোমাৰ পূজা কৰিবলৈ কোনো নেথাকে।" ৰছুল-কৰিমৰ (দঃ) মাত ক্ৰমে বেছি ডাঙৰ আৰু গম্ভীৰ হবলৈ ধৰিলে। সেই সময়তে চুৰা 'আন্ফাল'ৰ ভিন্ ভিন্ আয়ত নাজ্বিল (অৱতীৰ্ণ) হয়।

ৰছুল-কৰিমে (দঃ) বাজলৈ আহি সকলোকে এই 'অহী' (স্বৰ্গীয় বাণী)ৰ মৰ্ম্ম বুজাই দি সাহস দিলে। দোৰ্ঘোৰ ৰণ চলি আছে, কোৰেচ্ চৰ্দাৰ ওৎবা আগেয়েই ৰণত পৰিল। তাৰ পাচত উমাইয়া-বেন্-খালফ আনছাৰ বীৰসকলৰ হাতত মৰে। আবুছুফিয়ান আৰু

আবুলাহব (১) যুদ্ধ ক্ষেত্রত উপস্থিত নাছিল। কাজেই, আবুজেহেলেই কোৰেচ্ সৈন্যবিলাকৰ একমাত্র বল-বুদ্ধি। আবুজেহেলে বেহুৰ মাজত সোমাই ৰণ চলাই আছে; জনচেৰেক নামজলা বীৰে তেওঁৰ দেহ-ৰক্ষা কৰি আছে। এনে সময়তে, মাআজ আৰু মোআউজ নামেৰে দুটি ককাই-ভাই আব্দুৰ্ ৰ্হ্-মান-বেন্-আওফক সুধিলে—"আবুজেহেল কোনটো, সি ক'ত আছে? তাক পালেই হত্যা কৰিম।" আব্দুৰ্ ৰ্হ্মানে আনন্দেৰে আবুজেহেলক দেখুৱাই দিলে। তেতিয়া এই দুই ককাই-ভায়ে উদং তৰোৱাল লৈ আবুজেহেলৰ বেহুৰ ওপৰত পৰিল। তাকে আবুজেহেলৰ পুতেক একৰামাই দেখি, মাআজৰ বাঁও বাউসিত তৰোৱালেৰে কোৰ্ মাৰি দিলে। বাউসিটি কাটি গ'ল, কিন্তু ছিগি নপৰিল। মাআজে দেখিলে যে, তেওঁৰ্ সেই বাউ-সিটিয়ে কামত বাধা দিছে; তেতিয়া তৎক্ষণাত তেওঁ ওলমি থকা বাউসিটি ভৰিৰে গচকি ধৰি, আজোৰ মাৰি ছিঙ্গি পেলাই, সিংহ বিক্রমেৰে তৰোৱাল চলাবলৈ ধৰিলে। চাওঁতে চাওঁতে আবুজেহেল তেজেৰে ৰঙ্গা হৈ মাটিত পৰি ধৰ্ফৰাবলৈ ধৰিলে।

অলপ সময়তে প্রায় ৭০ জন কোৰেচ্ বীৰ ৰণত পৰিল। ১৪ জন ঘাই চৰ্দাৰৰ ভিতৰৰ ১১ জন সিফলীয়া হল। কোৰেচ্ সৈন্য ভয়ত ফৰিং-চিটিকাদি ছিটিকি পৰিল। তেতিয়া মুছলমানবিলাকে অস্ত্র-চালনা বন্ধ কৰি দিলে। ছাআদে ৰছুল-কৰিম (দঃ) থকা কাপোৰেৰে আঁৰ-বেৰ দিয়া ঘৰটিৰ দুৱাৰ মুখত পহৰা দি আছিল। এই সময়ত তেওঁ অস্ত্র চলাবলৈ অনুমতি খোজাতো ৰছুল-কৰিমে (দঃ)

(১) বদৰ ৰণত মুছলমানবিলাকৰ বিজয়-বাতৰি শুনাৰ দিন চেৰেকৰ পাচতে আবুলাহবৰ মৃত্যু হয়।

অনুমতি নিদিলে। তৰোৱাল কেতিয়া আৰু কেনেকৈ ব্যৱহাৰ কৰিব লাগে, এই বিষয়ে ৰছুল-কৰিমৰ ( দঃ ) জ্ঞানৰ এয়ে পৰিচয়।

এই ৰণত কোৰেচৰ ৭০ জন সৈন্য বন্দী হয়। তাৰ মাজত আব্বাছ-বেন্-আব্দুলমোত্তালিব, ওকায়েল-বেন্-আব্দুল, ওজায়েৰ-বেন্-ওমৰ, অলিদ-বেন্-মগিৰা আদি ৩০ জন বৰ নামজলা বীৰ আছিল। দয়াৰ সাগৰ ৰছুল-কৰিমে ( দঃ ) এই কোৰেচ্‌বিলাকৰ পূৰ্ব্বৰ অত্যাচাৰ উৎপীড়ন পাহৰি পেলাই, সিহঁতক আলহীৰ দৰে শিবিৰত ৰাখি আৰু ভৱিষ্যতৰ আশঙ্কালৈ এফেৰাও মন নকৰি আদেশ দিলে—"বন্দীহঁতৰ লগত যিমান পাৰাঁ সদ্ব্যবহাৰ কৰিবা!" এই আদেশ মুছলমানবিলাকে আখৰে আখৰে পালন কৰিছিল।

Sir William Muir এ লিখিছে—"মোহম্মদৰ হুকুম অনুসৰি মদিনাবাসী আৰু ঘৰথকা মোহাজেৰ সকলে বন্দীবিলাকক অভ্যৰ্থনা কৰি বৰ সদ্ব্যবহাৰ কৰিছিল। এই বন্দীবিলাকে, মুক্ত হোৱাৰ পাচত, কৈছিল যে, মদিনাবাসীবিলাকে আমাক ঘোঁৰাত তুলি নিজে খোজকাঢ়ি গৈছিল আৰু আমাক ময়ৰ কটি খাবলৈ দি তেওঁলোকে নিজে খাজুৰ খাই পেটৰ ভোক মাৰিছিল। তেওঁলোকৰ ওপৰত 'ৰহম' ( কৰুণা ) বৰষক" (১)

এই ৰণত ৬ জন মোহাজেৰ আৰু ৮ জন আনছাৰ, মুঠতে ১৪ জনে খাহাদৎ পাইছিল ( মৃত্যু হৈছিল )। তেওঁলোকক নিয়ম মতে 'দফন' ( সমাধি ) কৰাৰ পাচত, ৰছুল-কৰিমে ( দঃ ) মৰা শত্ৰু-সৈন্যবিলাকৰ গেলি-পচি-যোৱা শ'বোৰ ছাহাবাসকলৰ দ্বাৰা একেঠাই কৰাই, 'দফন' ( সমাধি ) কৰালে।

---

( ১ ) Muir's The Life of Mahomet Vol iii. p. 122.

ৰণ শেষ হোৱাৰ পাছত ২ কি ৩ দিন বদৰত থাকি, ৰছুল-কৰিম (দঃ) মদিনালৈ আহে।

মদিনাৰ পৌত্তলিক, ইহুদি আৰু মোনাফিক (পেট-কপটীয়া মুছলমানবিলাকে) ভাবিছিল যে, মুছলমানবিলাক এই ৰণত হাৰি যাব আৰু তেনেহলেই, সিহঁত সকলোৱে গোটবান্ধি দেখাদেখিকৈ বিদ্ৰোহ ঘোষণা কৰিব।

ৰছুল-কৰিমে (দঃ) পলম নকৰি আব্দুল্লাহ আৰু জায়েদ, এই দুইজন ছাহাবাক এই সু-বাতৰি দিবলৈ মদিনালৈ আৰু কোবালৈ পঠাই দিলে। জায়েদে মদিনালৈ গৈ বিজিয়াই ঘোষণা কৰি দিলে— "মোছলিম সমাজ! আনন্দত উধাৱ হোৱাঁ। সত্যৰ শত্ৰুবিলাকক আল্লাই সমূলি ধ্বংস কৰিলে। কোৰেচৰ চৰ্দাৰৰ বেচি ভাগেই মৰা পৰিল। সিহঁতৰ বহুত সৈন্য ঘুনীয়া হৈছে। সিহঁতৰ বহুত ৰণৰ সঁজুলি আৰু আন আন বয়-বস্তু আমাৰ হাতত পৰিছে। বহুত কোৰেচক বন্দী কৰি মদিনালৈ পঠোৱা হৈছে।" এনে কথা শুনি মদিনাৰ পৌত্তলিক আদিৰ ওপৰত যেন আকাশী চৰগ ভাগি পৰিল।

মুছলমানবিলাকৰ মাজত মদিনাত এটা আনন্দৰ চৌ উঠিল। ডেকাবিলাকে 'আল্লাহো আকবৰ' ধ্বনিত নগৰখন কঁপাই দিলে। মদিনা পায়েই ৰছুল-কৰিমে (দঃ) বন্দীবিলাকৰ খোৱা-বোৱা আৰু থকা-মেলাৰ ভাল দিহা-পোহা কৰি দিলে। যত্নৰ এফেৰিও ত্ৰুটী হোৱা নাছিল। যুদ্ধত যিবোৰ সম্পত্তি পাইছিল, বাটতে ৰছুল-কৰিমে (দঃ) সেইবোৰ মুছলমানবিলাকৰ মাজত সমানে সমানে ভগাই দিলে। 'জুল ফোকাৰ' নামেৰে যিখনি তৰোৱাল পোৱা হৈছিল, সেইখনি মাথোন ৰছুল-কৰিমে (দঃ) নিজৰ হাতত ৰাখিলে।

মদিনাত মেল বহিল। সেই কালৰ ৰণৰ ৰীতি-নীতি অনুসৰি মেলত

কোনোৱে এই বন্দীবিলাকক বধ কৰি পেলাবলৈ আৰু কোনোৱে গোলাম কৰি ৰাখিবলৈ মত দিলে। কিন্তু দয়াৰ সাগৰ ৰছুল-কৰিমৰ (দঃ) সিদ্ধান্ত মতে চহকী বন্দীবিলাকৰ পৰা অলপ অচৰপ টকা লৈ সিহঁতক এৰি দিয়া হ'ল। যিবিলাকে লিখা-পঢ়া জানিছিল, সিহঁতে গাইপতি দহোটিকৈ নৰাক লিখা- পঢ়া শিকাই দিলে মুক্তি পাব বুলি সিহঁতক কৈ দিয়া হল। যিবিলাক দুখীয়া সিহঁতক এনেই এৰি দিয়া হল। কাৰো প্ৰাণবধ নহল। জগতৰ বুৰঞ্জীত ইয়াৰ তুলনা নাই!

## কোৰেচ্‌বিলাকৰ ডুনাই ষড়যন্ত্ৰ।

### (২য় হিজৰী)

ৰছুল-কৰিমে (দঃ) যে এই বন্দীবিলাকক এনে সদয় ব্যৱহাৰ কৰিলে, মক্কাৰ এই হিংসুক নৰাধমইঁতে তাক একেৰিও নেভাবিলে। তেখেতক হত্যা কৰি বদৰ-ৰণৰ অপমানৰ হোৰ তুলিবলৈ মক্কাত ন'কৈ পাঙ্গ পাতিবলৈ ধৰিলে। কোৰেচ্‌বিলাকে ওমেৰ-বেন্-ওহাৰ নামেৰে এটা দুৰ্দ্দান্ত মানুহক, তেখেতক লুকাই হত্যা কৰিবৰ নিমিত্তে, মদিনালৈ পঠালে। ওমেৰে তৰোৱাল এখনত বিহ সানি কোনো এজন বন্দীক মুক্ত কৰিবলৈ আহিছে বুলি ভাও জুৰি, মছ্‌জিদৰ দুৱাৰ মুখত ওলালগৈ। বন্দবস্ত আছিল—ওমেৰক যদি মাৰে, ওমাইয়াৰ পুতেক ছফৱানে তাৰ গোটেই ধাৰ শুজিব আৰু তাৰ গোটেই পৰিয়ালক পোহপাল দিব। ওমেৰ যে এটা ভয়ঙ্কৰ শয়তান সেইটো সকলোৱে জানে। ৰছুল-কৰিমে (দঃ) তেওঁক দেখি অলপ

মিচিকিয়া হাঁহি মাৰি ক'লে, "ভাল তেওঁক মোৰ ওচৰলৈ আনা।" হজৰত ওমৰ-ফাৰুকে তেওঁৰ তৰোৱালত ধৰি টানি টানি মছ্জিদৰ ভিতৰলৈ নিলে। ৰছুল-কৰিমে (দঃ) তেওঁক এৰি দিবলৈ কৈ, সুধিলে—"ওমেৰ! কি ভাবি আহিছা?" ওমেৰ—"হজৰত! এই বন্দীৰ হকে, আপুনি দয়া কৰক।" ৰছুল-কৰিম (দঃ)—"বৰ ভাল কথা; কিন্তু এই তৰোৱালখন কেলেই আনিছা?" ওমেৰে ফাকি-ফুকাদি নানা ৰকমৰ বেবেৰিবাং কথা কবলৈ ধৰিলে। তেতিয়া ৰছুল-কৰিমে (দঃ) হাঁহি মক্কাৰ গুপ্ত ষড়যন্ত্ৰ আৰু চফ্ৱানৰ লগত যি বন্দবস্ত হৈছিল সকলো কথা কবলৈ ধৰিলে। ওমেৰে শুনি তধা লাগি তেখেতৰ ভৰিত পৰিল আৰু তেতিয়াই উপৰ্যাচি ইছ্লামত দীক্ষিত হ'ল। দিনচেৰেকৰ পাচত ওমেৰে মক্কালৈ উভতি গৈ ভালেমান মানুহক ইছ্লামৰ ফালে আনিলে।

## বিবি ফাতিমা জোহ্ৰাৰ বিয়া।
## (২য় হিজৰী, ৰজব মাহ) *

বিবি ফাতিমাৰ পাঁচ বছৰীয়া বয়সত তেওঁৰ মাক বিবি খদিজাৰ ওফাত (মৃতু) হয়। বদৰ-ৰণৰ পাচত হজৰত আলীয়ে বিয়াৰ প্ৰস্তাৱ কৰে। ৰছুল-কৰিমে (দঃ) তেখেতৰ চকুৰ মণি, প্ৰাণৰ পুতলা এই সুমলীয়া জীয়েকৰ আগত এই প্ৰস্তাৱ উথাপন কৰে। বিবি ফাতিমাই

* হিজৰতৰ দ্বিতীয় বছৰত ৰমজানৰ 'ছিয়াম' (ৰোজা) ফৰজ হয়। ছিয়ামৰ অৰ্থ বাক্ সংযমণ বা আত্মসংযম।

মনে মনে থকাত 'মৌনং সম্মতি লক্ষণম্' বুলি ভাবি হজৰত আলী মোৰ্তজাৰ লগত বিয়া দিবলৈ থিৰ কৰিলে। 'মোহৰ' নহলে নিকাহ সিদ্ধ নহয়। হজৰত আলীৰ এটি ঘোঁৰা, এখনি তৰোৱাল আৰু এটি বৰ্ম্মত বাজে একো সম্পত্তি নাছিল। এই বৰ্ম্মটি বদৰ-ৰণত পোৱা বস্তু বাঁটি দিওঁতে তেওঁৰ ভাগত পৰিছিল। ৰছুল-কৰিমৰ (দঃ) পৰামৰ্শ মতে 'মোহৰ'ৰ নিমিত্তে এই 'জেৰাপোচটি'কে বেচি অলপ আতৰ আনিলে আৰু বাকী টকা—চাৰিশ মিচ্কাল (১১২ ॥০ অনা )—'মোহৰ' নিৰ্দ্ধাৰিত হ'ল। তেতিয়া ৰছুল-কৰিমে (দঃ) হজৰত আনচক পঠাই হজৰত আবুবকৰ, হজৰত ওমৰ, হজৰত তাল্হা, হজৰত জোবেৰ আৰু আন্ছাৰসকলক নিমন্ত্ৰণ দি অনালে। ইজাব কবুল' ( দৰা-কন্যাৰ সম্মতি ) হৈ যোৱাৰ পাচত, ৰছুল-কৰিমে (দঃ) নিজে 'খোৎবা' পঢ়ি দৰা-কন্যাক নিকাহ দিলে। তেতিয়া দৰাৰ বয়স ২১ বছৰ আৰু কন্যাৰ বয়স ১৬ বছৰ। এই নিকাহৰ পৰাই চৈয়দ বংশৰ উৎপত্তি। নিকাহ হৈ যোৱাৰ পাচত একলহ খাঁজুৰ বিয়াত উপস্থিত থকা মানুহসকলক বাঁটি দিলে। শেহত সকলোৱে দৰা-কন্যাক 'দোৱা' ( আশীৰ্ব্বাদ ) কৰি মেলানি ল'লে।

চৈয়দ বংশৰ উৎপত্তি।

সদৌ ইছ্লাম জগতৰ ধৰ্ম্ম-গুৰু, ৰাজাধিৰাজ, মানব কুলৰ গৌৰৱ-ৰত্ন, আল্লাৰ হবিবৰ ( বন্ধুৰ ) অতি আলসুৱা মৰমৰ জীয়েকৰ বিয়া, খেৰেখোদা হজৰত আলী মোৰতজাৰে সৈতে—এনে এটা ডাঙৰ কাৰত ধুম-ধাম, সাজ-পাৰ, জাক-জমক, গান-বাজনা, পোলাও-কোৰ্ম্মা, পান-তামোল, হালোৱা-মিঠাই, হাই-উকমি একো নাই। আন কি দোলা-পাল্কী এখনো নাই। ইছ্লাম মতে এইবোৰ বিয়াৰ অঙ্গ নহয়। ইছ্লামৰ বিয়া-প্ৰণালী এনে আড়ম্বৰ শূন্য, এনে সাত্বিক-ভাৱপূৰ্ণ!

আজিকালি মুছলমান সমাজে ৰছুল-কৰিমৰ (দঃ) আদৰ্শ পাহৰি, খাবলৈ নহলেও খুজি-মাগি, মাটি-ভেঁটি বেচি বা বন্ধক দি বা বাঢি দি ধন ধাৰে আনি, বিয়াত অতিপাত খৰচ কৰি ধুম-ধাম কৰিবই লাগে। অৱশ্য অৱস্থা অনুসৰি তাত নিৰ্দোষ সাজ-পাৰ বং ধেমালি আৰু লাগতিয়াল খৰচ কৰাত একো হানি নাই।

ৰছুল-কৰিম (দঃ) সকলো মানুহৰ আদৰ্শ-নবী। তেখেতৰ নিঠকৰা কঙ্গাল উপায়হীন 'উম্মতে' যাতে বিয়াত ধুম-ধাম কৰিবলৈ অসমৰ্থ হোৱাত মনত কষ্ট নেপায়, বৰং তেখেতৰ 'চুন্নত' (ৰীতি-নীতি) বুলি গ্ৰহণ কৰে, এই অভিপ্ৰায়েৰেহে তেখেতে নিজৰ এনে চেনেহৰ জীয়েকৰ বিয়াও নিচেই সাধাৰণ ভাৱে সমাধা কৰিছিল।

যৌতুক—এখনি চাদৰ, এখনি খজুৰ পাতৰ তুলী, এখনি আঁঠুৱা এটি গাৰু, দুটি পানীৰ 'মোশক' (পানী থোৱা চামৰাৰ পাত্ৰ) আৰু এখনি ঘেঁহু-পিহা যাঁত দি দৰা কন্যাক বিদায় দিয়া হ'ল।

বিদায় দিবৰ সময়ত ৰছুল-কৰিমে (দঃ) এখন হাতেৰে জেঁাৱায়েকৰ

সম্প্ৰদান। গাত, আনখনেৰে জীয়েকৰ হাত ধৰি, দুইকো দুইৰো হাতত গতাই দি, এই দৰে জীয়েকক উপদেশ দিলেঃ—

"আলীৰ ঘৰত সোমাবৰ সময়ত 'বিছমিল্লা হিৰ্‌ ৰহ্‌মানিৰ-ৰহিম' বুলিবা। ধোৱা নিকা কাপোৰ পিন্ধি যাবা আৰু চাফ-চিকুন হৈ থাকিবা। চকুত 'চোৰমা' ব্যৱহাৰ কৰিবা। আলীৰ লগত হাঁহি মুখেৰে সৰল ভাৱেৰে কথা পাতিবা। যেতিয়া তেওঁ তোমাৰ ফাললৈ চাব, তেতিয়া তুমি নম্ৰ হৈ তলমূৰ কৰিবা। কিনা-বান্দীৰ দৰে স্বামীৰ সেৱা কৰিবা আৰু প্ৰাণেৰে সৈতে তেওঁক চেনেহ আৰু মান কৰিবা। তিতা আৰু টেঙা বস্তু বেচিকৈ নেখাবা। ঘৰুত

সুগন্ধি বস্তু ব্যৱহাৰ কৰিবা। শাহুৱেৰাক তোমাৰ মাৰাৰ দৰে ভক্তি কৰিবা আৰু তেওঁৰ বাধ্য হৈ চলিবা। যি অৱস্থাতে থাকা ধৈৰ্য্য ধাৰণ কৰি সাংসাৰিক কাজ-কাম ভালকৈ কৰিবা", ইত্যাদি।

## ছাবিক অভিযান।

মক্কাৰ ঘাই চৰ্দ্দাৰ আবুছুফিয়ানে বদৰ-ৰণত হাৰি বিষম লাজ পালে। শপত খালে যে, এই অপমানৰ শোধ নলয় মানে তেওঁ কোনো সুগন্ধি বস্তু ব্যৱহাৰ নকৰে আৰু তিৰোতাৰ ওচৰলৈকো নেযায়। জিল্‌হাজ মাহৰ আগ.ছোৱাত ২০০ ঘোঁৰ-ছাৱাৰ লগত লৈ তেওঁ মনে মনে মদিনালৈ গ'ল আৰু ইহঁতক এঠাইত লুকুৱাই ৰাখিলে। তেওঁ আগৰ কথা মতে ৰাতি মনে মনে মদিনাৰ ডাঙৰ ধন-কুবেৰ ইহুদী ছাল্লাম-বেন্-মেশ্‌কামৰ ঘৰলৈ গৈ, দুয়ো মুছলমান-বিলাকক কেনেকৈ বিনাশ কৰিব তাৰ আলচ কৰি, সেই ৰাতিয়েই মক্কালৈ উভতিল। মদিনাৰ দুজন খেতিয়কে নগৰৰণৰা আঁতৰত খেতি কৰিছিল। কোৰেচবিলাকে উভতি আহোঁতে সিহঁতক বাটত পাই, দুই জনৰে প্ৰাণ বধ কৰি খেতত জুই দি শস্যবোৰ পুৰি পেলালে। মদিনাত এইটো বাতৰি পোৱা মাহকে ৰছুল-কৰিমে (দঃ) জনচেৰেক মানুহ লৈ খেদা দিলে, কিন্তু কোৰেচ্‌বিলাকে ভয়ত পলাই পিঁয়াপিঁ দিলে। আবুছুফিয়ানে নিজৰ সৈন্যবিলাকৰ নিমিত্তে বহুত 'ছাবিক' (ছাতু) লগত আনিছিল। প্ৰাণ ৰক্ষাৰ নিমিত্তে এই ছাতু বস্তাবোৰ পেলাই গুচি গ'ল। মুছলমানবিলাকে এই বস্তাবোৰ পাই মদিনালৈ আনে। সেইদেখি, এই অভিযানটোক 'ছাবিক' অভিযান বোলে।

# দাচুৰ্ব্বৰ ইছ্‌লাম গ্ৰহণ।

বদৰ-ৰণৰ অলপ দিনৰ পাচত 'ষি-আমৰ' নামেৰে এঠাইত এদিন দুপৰীয়া ৰছুল-কৰিমে (দঃ) নিৰস্ত্ৰ হৈ এজোপা গছৰ তলত জিৰাইছিল। হঠাৎ চকু মেলি দেখিলে, অলেখ শত্ৰু তেখেতৰ ফাললৈ আহিছে আৰু দাচুৰ্ব্ব নামেৰে তেখেতৰ এটা প্ৰাণৰ শত্ৰুৱে উদং তৰোৱাল এখন তেখেতৰ মূৰৰ ওপৰত দাঙি জোকাৰি গৰ্জ্জন কৰি কৈছে—"মোহম্মদ! মোৰ এই তৰোৱালৰ কোবৰপৰা এতিয়া তোক কোনে ৰক্ষা কৰিব?" ৰছুল কৰিমে (দঃ) অটল, ধীৰ আৰু গহীন ভাবে উত্তৰ দিলে—"যি জন পৰম দয়ালু গফুৰৰ্ ৰহিম, বিপদ-বাৰণ, পতিত-পাৱন সৃষ্টিকৰ্ত্তাই তোমাক ইমান দিন জীয়াই ৰাখিছে, সেই জনা কৰুণাময় খোদাতালাই মোক ৰক্ষা কৰিব।' তেখেতৰ এই আন্তৰিক বল আৰু গম্ভীৰতা দেখি দাৰ্চুৰে বিচুৰ্ত্তি খাই, তেখেতৰ ফালে তৰধ লাগি চাই থাকিল আৰু থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিলে আৰু তেওঁৰ তৰোৱালখন হাতৰপৰা থপৰ কৰে সৰি পৰিল। তেখেতে খিতাতে সেই তৰোৱালখন তুলি লৈ সুধিলে—"কেনে, এতিয়া তোমাক কোনে ৰক্ষা কৰিব, দাচুৰ্ব্ব?" দাৰ্চুৰে ভয়ত অঠে কণ্ঠে শুকাই কঁপি কঁপি উত্তৰ দিলে—"হায়, আপোনাত বাজে কোনো নাই।" তেতিয়া তেখেতে ক'লে—"ভাই দাৰ্চুৰ! তুমি ভুল বুজিছা, মোক যি জনে ৰক্ষা কৰিলে, তেওঁৱেই তোমাক ৰক্ষা কৰিব। লোৱাঁ, তোমাৰ তৰোৱাল লৈ গুচি যোৱাঁ।" ৰছুল-কৰিমৰ (দঃ) এই মহত্ত্ব আকৃষ্ট

২য় হিজৰী, ৬২৪ খৃঃ।

কৈ দাচুৰে তৎক্ষণাতে 'কলমা' পঢ়ি মুছলমান হ'ল আৰু লগে লগে তেওঁৰ গোটাই সৈন্যদলো ইছ্‌লামত দীক্ষিত হ'ল।

## ইহুদীবিলাকৰ বিশ্বাসঘাতকতা।

ইহুদীবিলাকে দেখিলে যে, ইছ্‌লাম থাকিলে সিহঁতৰ সান্দহ-খোৱা বাণি তল যাব, ভৱিষ্যত আন্ধাৰ। ইছ্‌লামৰ শিক্ষা আৰু ৰছুল-কৰিমৰ (দঃ) চৰিত্ৰৰ প্ৰভাৱত সিহঁতৰ ভেম্ ফিতাহি আৰু সুবিধা কমি আহিবলৈ ধৰিছে আৰু ব্যৱসায়ত বিঘিনি হৈছে। কা'ব-বেন্ আশ্‌ৰফ্ এজন ঘাই ইহুদী চৰ্দাৰ আছিল। তেওঁ ভৱিষ্যত ভাবি সকলো ইহুদী যাজক আৰু ব্যৱস্থাপক পণ্ডিতসকলক হাতৰ মুঠিত ৰাখিবলৈ বুলি, তেওঁলোকৰ মাহিলী বৃত্তিৰ ব্যৱস্থা কৰি দিলে। বদৰ-ৰণত মুছলমানবিলাকৰ জয় হোৱাত তেওঁ মৰ্মান্তিক বেজাৰ পালে আৰু ৪০ জন ইহুদী লগত লৈ মক্কালৈ গৈ গাৱেঁ গাৱেঁ ফুৰি বদৰৰ অপমানৰ শোধ লবলৈ কোৰেচ্‌বিলাকক উচতাই দিবলৈ ধৰিলে। সাধাৰণ তন্ত্ৰ প্ৰণালী স্থাপন কৰোঁতে যি প্ৰতিজ্ঞা কৰিছিল, কা'বে তালৈ আওকাণ কৰি, মুছলমানবিলাকক ধ্বংস কৰিবৰ নিমিত্তে কোৰেচবিলাকৰ লগত ছল চাতুৰীত লিপ্ত হ'ল আৰু সকলো কথা ঠিক কৰি মদিনালৈ উভতি আহিল।

মদিনালৈ আহি কা'বে ৰছুল-কৰিমক (দঃ) নিজৰ ঘৰলৈ আনি হঠাৎ হত্যা কৰি পেলাবৰ মনেৰে ফাঁকি কৰি এদিন ৰাতি তেখেতক নিমন্ত্ৰণ কৰিলে। তেখেতে এই ষড়যন্ত্ৰৰ কথা গম পাই মনে মনে ঘাটৰ পন্থা গুচি আহিল। কা'বৰ চেষ্টা বিফল হোৱাত, ৰছুল-কৰিমৰ

(দঃ) বিষয় নানা ৰকমৰ গ্লানিজনক কবিতা ৰচনা কৰি মদিনাত প্ৰচাৰ কৰিবলৈ ধৰিলে। ইহুদীবিলাকে তেখেতক বাটত লগ পালে "আচ্ছালামু আলায়কুম"ৰ ( তোমালোকৰ কল্যাণ হওক)—ইয়াৰ ঠাইত "আচ্ছামু আলায়কা" ( তুমি ধ্বংস হৈ যোৱা ) ব্যৱহাৰ কৰি সম্বোধন কৰিবলৈ ধৰিলে। ৰাতি তেখেতৰ বা ছাহাবাসকলৰ বাবলৈ ওলোৱা বিপজ্জনক হৈ পৰিল। খলুৱা ইহুদীবিলাকে আন্‌ছাৰ-বিলাকৰ ভিতৰত ইটো-সিটোৰে দন্দ লগাই দিবলৈ চেষ্টা কৰিলে। মুছলমানবিলাকে ধৈৰ্য্য ধৰি নিৰবে সকলো সহি থাকিল। একো কৰিব নোৱাৰি, পাচত ইছ্‌লামৰ প্ৰতিপত্তি টুটাবৰ মনেৰে ইহুদী-বিলাকে এটা নতুন ফন্দি উলিয়ালে। সিহঁতে ফাকটি কৰি মুছল-মান হবলৈ ধৰিলে, কিন্তু দিনচেৰেকৰ পাচতে ইছ্‌লাম এৰি ৰটিবলৈ ধৰিলে যে, ইছ্‌লাম ধৰ্ম্মৰ ভিতৰত সাৰ পদাৰ্থ একো নাই।

মুছমানবিলাকে বদৰ ৰণত ব্যস্ত আছে, এই ছেগতে বনিকই-নোকাৰ ইহুদীবিলাকে মদিনাত বিদ্ৰোহ কৰিবলৈ পুৰুষাৰ্থ কৰিলে। এই ইহুদীবিলাকে বহুত দিনৰ পৰাই ভালেমান ৰণৰ আহিলা-পাতি গোটাই সিহঁতৰ কোঁঠৰ ভিতৰত থৈ দিছিল। এদিন ইহুদীবিলাকে মুছলমান তিৰোতা এগৰাকীক অকলৈ পাই নানা ৰকমে অপমান কৰিলে। তাকে এজন মুছলমানে দেখি, তৰোৱাল এখন লৈ খেদা মৰাত, সেই তিৰোতাগৰাকী ৰক্ষা পালে। পাচে দুই দলৰ মাজত যুঁজ আৰম্ভ হ'ল। যুঁজত মুছলমানজন আৰু এজন ইহুদী মৰে। মুছলমানবিলাকে এই অত্যাচাৰ নিৰবে সহি ৰছুল-কৰিমলৈ (দঃ) বাট চাই থাকিল।

ৰছুল-কৰিমে (দঃ) মদিনালৈ উভতি অহাৰ পাচত, এই ঘটনাৰ বিষয় মীমাংসা কৰিবলৈ এখন মেল চপালে। কিন্তু ইহুদীবিলাকে

তেখেতৰ কথা নেমানিলে। ইহুদীবিলাক ষড়যন্ত্র কৰাত পৈণত হলেও, সিহঁতৰ সাহ আৰু ধৰ্ম্ম-বল সমূলি নাছিল। এতিয়া মুছলমান-বিলাকে আমাক এনেই নেৰে, এনে ভাবি সিহঁতে তৎ নেপাই সিহঁতৰ কোঁঠৰ ভিতৰত সোমাই আশ্রয় ললেগৈ। মুছলমানবিলাকে সেই কোঁঠ ঘেৰি পেলালে। ইহুদীবিলাকে ভাবিছিল যে, সিহঁতৰ আগৰ বন্দবস্ত মতে কোৰেচ্‌বিলাকে অতি সোনকালে আহি মদিনা আক্রমণ কৰিলেই. সিহঁতে কোঁঠৰ পৰা ওলাই মুছলমানবিলাকক ধ্বংস কৰিব। কিন্তু যেতিয়া দেখিলে যে, ১৫ দিনৰ ভিতৰতো কোৰেচ্‌বিলাক আহি নেপালেহি, তেতিয়া সিহঁতে কোঁঠৰ পৰা বাজলৈ আহি ৰছুল-কৰিমৰ (দঃ) ওচৰত ধৰা দিলেহি। তেতিয়াৰ নিয়ম মতে এই বিদ্রোহী বন্দীবিলাকক হত্যা আৰু সিহঁতৰ লৰা আৰু তিৰোতাবিলাকক গোলাম কৰিব লাগিছিল. কিন্তু করুণা-সাগৰ ৰছুল-কৰিমে (দঃ) কাকো একো শাস্তি নিদি ক্ষমা কৰি, ইহুদী বিলাকৰ প্ৰস্তাৱতে 'হয়ভৰ দি, সিহঁতক মদিনাৰপৰা বাহিৰ হৈ যাবলৈ অনুমতি দিলে আৰু সিহঁতৰ যাত্ৰাৰ ভাল দিহা কৰি দিবৰ নিমিত্তে ওবাদা-বেন্‌-ছামেৎ নামেৰে এজন নামী ছাহাবীক নিযুক্ত কৰি দিলে। সাত শ ইহুদী নিজৰ অস্ত্ৰ-শস্ত্ৰ এৰি চিৰিয়ালৈ গুচি গ'ল।

'হিজৰত'ৰপৰা তুবছৰলৈকে ইহুদীবিলাকে অতি জঘন্য আচৰণ কৰি আছিল। বদৰ-ৰণৰ আগৰেপৰাই সিহঁতৰ চৰ্দাৰ কা'ব-বেন্‌-আশ্‌ৰফে কোৰেচ্‌বিলাকৰ লগত মিলি ষড়যন্ত্ৰ কৰিছিল। বদৰ-ৰণত কোৰেচ্-বিলাক হাৰি যোৱাত, সি খঙত জ্বলি অতি আপচু ভাষাৰে ৰছুল-কৰিমৰ (দঃ) আৰু মুছলমানবিলাকৰ গ্লানি কৰিছিল। বদৰ-ৰণৰ পাচত্ বিদ্রোহ ঘোষণা কৰি, মক্কালৈ গৈ, নিজৰ দেশ মদিনা আক্র-মণ কৰি; কোৰেচ্‌বিলাকক অপমানৰ শোধ লবলৈ উচটাই দিয়েগৈ,

আৰু ঘোষণা কৰেগৈ যে, পৌত্তলিকৰ ধৰ্ম্ম আন ধৰ্ম্মতকৈ বহুত ভাল।

মদিনাৰ ইহুদী আৰু পুৰোহিতবিলাকক লগত লৈ সি, কোৰেচ্‌বিলাকৰ লগত মিলি, ইছ্‌লাম নিৰ্ম্মূল কৰিবলৈ প্ৰতিজ্ঞা কৰে তাৰ পাচত, সেই মন্ত্ৰণা মতে আবুছুফিয়ানে মনে মনে লুকাই মদিনালৈ গৈ, তাৰ লগত পৰামৰ্শ কৰেগৈ। সি ৰছুল-কৰিমৰ (দঃ) আৰু মুছলমান মতা-তিৰোতাসকলোৰে নানা ৰকমৰ গ্লানিগুনক কবিতা ৰচনা কৰি, গাৱেঁ গাৱেঁ গাই ফুৰিছিল। ৰছুল-কৰিমক (দঃ) হত্যা কৰিবৰ নিমিত্তে সি ফাঁকি কৰি তেওঁক নিমন্ত্ৰণ কৰিছিল। স্বাৰ্থ সিদ্ধিৰ নিমিত্তে, স্বাধীনতা-ফুলৰ মালা ডিঙ্গিৰ পৰা দলিয়াই পেলাই জননী জন্মভূমিক পৰাধীনতাৰ শিকলি ভৰিত পিন্ধাই দিবলৈ পুৰুষাৰ্থ কৰিছিল। এইবোৰ নৈতিক, সামাজিক আৰু ৰাজনৈতিক অপৰাধৰ বাবে প্ৰচলিত আইনমতে ৩য় হিজৰীৰ ৰবিউল আউৱল মাহত কা'বৰ প্ৰাণ দণ্ড হয়।

## ওহোদ-ৰণ।

ইহুদীবিলাকে মদিনাৰপৰা বিদায় লৈ যোৱাত মুছলমানবিলাকে (৩য় হিজৰী ৬২৫ খৃঃ) শত্ৰুৰহাতৰপৰা ৰক্ষা পালে হয়, কিন্তু বেচি দিন শান্তি ভোগ কৰিবলৈ নেপালে। আকৌ কোৰেচ্‌বিলাকে যুৰ লাগিলে। বদৰ ৰণৰ আগেয়ে কোৰেচ্‌বিলাকে, নিজৰ নিমান জোণকণ আছিলে,

হাতব কাগৰ সকলোবোৰ, আবুছুফিয়ানৰ হাতত দিছিলে। এইদৰে আবুছুফিয়ানৰ তহ্‌বিলত ৫০ হেজাৰ সোণৰ মোহৰ জমা হৈছিল। সেই টকা বদ্‌ৰ-ৰণত খৰচ নোহোৱাত বেহা-বেপাৰত লগোৱা হ'ল। পাচে তেনে কৰাত ৫০০০ সোণৰ মোহৰ লাভ হয়। এহেজাৰ উট এই লাভৰ টকাৰে লয়। অস্ত্ৰ-শস্ত্ৰ, বচন-পাতি, ৰণৰ নিমিত্তে যি আৱশ্যক, একোৰে অভাৱ নাছিল। কোৰেচ্‌বিলাকে মদিনা আক্ৰমণ কৰিলেই ইহুদীবিলাকে বিদ্ৰোহ ঘোষণা কৰিব। কোৰেচ্‌বিলাকে আবুল-আজ্জা আৰু মোছাফ্‌ নামেৰে দুজন কবিক, আৰববিলাকক চেতাই দিবৰ নিমিত্তে আৰু সৈন্য গোটাবৰ নিমিত্তে, গাৱেঁ গাৱেঁ পঠালে। এই শয়তান আবুল-আজ্জা বদৰ-ৰণত বন্দী হৈছিল। কিন্তু সি কেতিয়াও মুছলমানবিলাকৰ লগত আৰু শত্ৰুতা নকৰোঁ বুলি প্ৰতিজ্ঞা কৰাত, ৰছুল-কৰিমে (দঃ) তাক এনেই মুক্ত কৰি দিছিল। চাওঁতে চাওঁতেই তিনি হাজাৰ সৈন্য মদিনা আক্ৰমণ কৰিবলৈ গোট খালে।

এই সৈন্যৰ আগত কোৰেচ্‌বিলাকৰ জয়-নিচান। সেই নিচানৰ পাচত ওখ চতুৰ্দোলৰ ওপৰত 'হোবল' (১) ঠাকুৰ। তাৰ পাচত আবুছুফিয়ানৰ তিৰোতা হিন্দাই (যাৰ বাপেক ওৎবা বদৰ-ৰণত হজৰত হামজাৰ হাতত মৰে), ১৫ জনী তিৰোতাৰে সৈতে উটৰ ওপৰত উঠি, ৰণ-গীত গাই, সৈন্যবিলাকক উত্তেজিত কৰি তুলিছে। আৰৱৰ বিখ্যাত বীৰ খালিদ-বেন্‌-অলিদে ২০০ ঘোঁৰা-ছোৱাৰ লৈ তাৰ পাচত থিয়। তাৰ পাচত ৭০০ লোৰ বৰ্ম্ম-পিন্ধা উট-ছোৱাৰ বীৰ। তাৰ পাচত ২০০০ উট আৰু ১৫ টি হাওদা। ধন-বলত আৰু জন-বলত গজাটোপৰ দৰে ওকণি এই বিৰাট সৈন্যদল লৈ কোৰেচ্‌বিলাকে

(১) কা'বাত ৩৬০ মূৰ্ত্তি আছিল, তাৰ মাজত ৪ টা মূৰ্ত্তি প্ৰধান। 'হোবল' এই ৪ টাৰ ভিতৰৰ এটা। আদি কাণ্ডৰ ৮ পিঠি চাওক।

মদিনালৈ যাত্ৰা কৰিলে। ৰছুল-কৰিমে (দঃ) যথা সময়ত হজৰত আব্বাছৰ পৰা এই ধুমুহাৰ বাতৰি পাই একেবাও বিচলিত নহল।

১০ম চাওৱাল ৩য় হিজৰী শুকুৰবাৰে ৰাতিপুৱাই ৰছুল-কৰিমে (দঃ) চৰাত মেল চপাই ছাহাবাসকলৰ মত ললে। সকলোৱে মত দিলে যে, শত্ৰুক বাটতে আগভেটা দিব লাগে। এই জন-মত অনুসৰি ৰছুল-কৰিমে (দঃ) তেতিয়াই হুকুম দিলে যে, সকলোৱে আজিয়েই যাত্ৰা কৰিব লাগে। হুকুম পোৱা মাত্ৰকে সকলো ঘৰাঘৰি গৈ যাৰ যি আছিল তাকে লৈ ততালিকে উভতি আহিল। তেওঁলোকৰ মাজত মুঠেই দুজন ঘোঁৰ-ছাৱাৰ, ৭০ জন কাঁড়ী। বাকী সকলো পদাতিক, কোনোৰ হাতত তৰোৱাল, কোনোৰ হাতত যাঠি। এনে সাজ চৰঞ্জাম লৈ, এহেজাৰ মুছলমানেৰে সৈতে ৰছুল-কৰিমে (দঃ) 'জুলফোক্কাৰ' (১) বাওঁফালে ওলোমাই সেনাপতি সাজি আচৰৰ নামাজ পঢ়ি যাত্ৰা কৰিলে—আজি প্ৰায় চাৰে তেৰ শ বছৰৰ আগেয়ে মৰুভূমিৰ এজন উম্মিয়ে, জগতত গণতন্ত্ৰৰ শিক্ষা দি আৰু জন-মতৰ মৰ্য্যদা ৰক্ষা কৰি, যি আদৰ্শ দেখুৱাই গৈছে, তাৰ তুলনা নাই—এয়ে হৈছে কৰ্ম্ম-যোগৰ পূৰ্ণ আদৰ্শ! বাটৰপৰা মদিনাৰ যাই মোনাফিক (কপটীয়া মুছলমান) আব্দুল্লা-বেন্-ওবাই নিজৰ দলৰ ৩০০ সৈন্যক ফুচুলাই লৈ উভতি আহিল। ৰছুল-কৰিমে (দঃ) সেই ফালে আওকাণ কৰি, বাকী ৭০০ সৈন্য লৈ গধূলি ওহোদ পৰ্ব্বতৰ ওচৰ পালেগৈ। কোৰেচ সৈন্য আগেয়ে আহি তাতে আছেহি। ওহোদ মদিনাৰ উত্তৰ ফালে প্ৰায় ৩ মাইল দূৰ। ৭ম চাওৱাল, শনিবাৰে ৰাতি-পুৱাই নামাজ পঢ়ি ৰছুল-কৰিমে (দঃ) সেনাপতি সাজি যুদ্ধ ক্ষেত্ৰত

(১) ই এখন তৰোৱালৰ নাম, বদৰ-ৰণত ৰছুল-কৰিমৰ ভাগত পৰিছিল। মদিনা-কাণ্ডৰ ১৪২ পিঠি চাওক।

নিজৰ সৈন্যক দলে দলে ভাগ কৰি, য'ত যাক থব লাগে, সেই দৰে ওহোদ পৰ্ব্বতক পাচ ফালে ৰাখি, মদিনামুৱাকৈ শত্ৰুৰ আগত থিয় কৰিলে। পৰ্ব্বতৰ মাজেদি এটা ঠেক বাট আছিল। যাতে সেই বাটেদি শত্ৰু সেনা আহি, পাচফালৰ পৰা মুছলমানবিলাকক আক্ৰমণ কৰিব নোৱাৰে. তাৰ কাৰণে ৫০ জন কাঁড়ী সেই বাট ৰক্ষা কৰিবৰ নিমিত্তে নিযুক্ত কৰা হল। আব্দুল্লাহ-বেন্-জোবেৰ সেই দলৰ চৰ্দাৰ হ'ল। ৰছুল-কৰিমে (দঃ) তাগিদ কৰি তেওঁলোকক কৈ দিলে—"জিকোঁ বা হাৰোঁ, তোমালোকে মোৰ হুকুম নোপোৱালৈকে কেতিয়াও নিজৰ ঠাই এৰি নেযাবা। যদি শত্ৰু সৈন্যই সেই বাটেদি আহে, তোমালোকে সিহঁতক কাঁড় মাৰি আগচিবা; সাৱধান!"

মদিনাৰ জনচেৰেক চেঙ্গেৰা ল'ৰাও মুছলমান সৈন্যৰ লগত আহিছিল। ৰছুল-কৰিমে (দঃ) তেওঁলোকক মদিনালৈ উভতি যাবলৈ কোৱাত "ৰা'ফে" নামেৰে এটি ল'ৰাই, নিজৰ ভৰিৰ বুঢ়া আঙ্গুলিৰ ওপৰত থিয় দি ওখ হৈ দেখুৱাই, যাব মুখুজিলে। ল'ৰাটিয়ে ধেনু মাৰিব বেচ জানিছিল। সকলোৰে ধৰাত তেওঁক থাকিবলৈ কোৱা হ'ল। 'ছামৰা-বেন্-জোন্দৱ' নামেৰে আন এজন ল'ৰায়ো উভতি যাবলৈ আপত্তি কৰি ক'লে, "মই "ৰা'ফে"ক কুস্তীত পেলাওঁ, সি থাকিবলৈ হুকুম পাইছে আৰু মই যাবলৈ হুকুম পাইছোঁ—ই কেনে বিচাৰ!" তেতিয়া ৰছুল-কৰিমে (দঃ) সন্তুষ্ট হৈ ছামৰাক কুস্তী দেখুৱাবলৈ ক'লে। ওতালিকে ছামৰাই তাল ঠুকি 'ৰা'ফে'ক ধৰিলে। ছামৰাই জিকিলত তেৱোঁ থাকিবলৈ অনুমতি পালে। এই লৰাবিলাকেই ছুদিনৰ পাচত আধা পৃথিবীৰ ওপৰত ইছলামৰ বিজয়-নিচান উৰুৱাইছিল।

মদিনাৰ বাহেৰ ওৰফে আবু-আমেৰ নামেৰে আওছ্ কৈদৰ এজন বিশ্বাসঘাতক পুৰোহিত ইয়াৰ আগেয়ে জনচেৰেক মানুহক

লগত নি মক্কাত কোৰেচ্‌বিলাকৰ লগত যোগ দিয়েগৈ। সি সকলোতকৈ আগেয়ে ময়দানত আহি বিজিয়াবলৈ ধৰিলে—"হে মদিনাবাসী-সকল! মই তোমালোকৰ পুৰোহিত আবু-আমেৰ, তোমালোকে মোহম্মদক এৰি মোৰ ফাললৈ আহঁা, তোমালোকৰ মঙ্গল হব।" আবুআমেৰে কোৰেচ্‌বিলাকক আশা দিছিল যে, সি এবেলি মাথোন ৰণ-ক্ষেত্ৰত মাত লগালেই মদিনাৰ সকলো মানুহ তাৰ দলত লগ লাগিবহি। যেতিয়া সি দেখিলে যে, তাৰ চেষ্টা বিফল হল, তেতিয়া সি কৰলৈ ধৰিলে—"কটা! মই দুদিন নেথাকোতেই দেখোন মানুহবোৰ বিগৰি গ'ল!" সি লাজ পাই তাৰ মানুহ কেইটাৰে সৈতে পোন প্ৰথমেই শিল দলিয়াবলৈ আৰু কাঁড় মাৰিবলৈ ধৰিলে। তাৰ পাচত আবুছুফিয়ানে নিজেই বিজিয়াই কবলৈ ধৰিলে —"হে আওছ, হে খাজ্‌ৰাজ! তোমালোকে আমাৰ বংশৰ মানুহবিলাকক এৰি আঁতৰ হৈ থাকাঁ, আমি তোমালোকক একো নকৰোঁ, তোমালোকৰ নগৰো আক্ৰমণ নকৰোঁ, ইয়াৰ পৰাই উভতি যাম।" কিন্তু আন্‌ছাৰবিলাকে তেওঁক উৰাই-বুৰাই গালিহে পাৰিলে। পাচে কেউফালে ৰণ-ভেৰীৰ শব্দ উঠিল, ৰণ লাগি গ'ল। হজৰত জোবেৰে খালিদ-বেন্-অলিদৰ দলক আক্ৰমণ কৰিলে। শত্ৰু সৈন্য ছেৰেলি-বেৰেলি হৈ পাচ হুঁহকিলে।

ইয়াৰ পাচত মক্কাৰ নামজলা বীৰ 'আলম্-বৰ্দাৰ' (নিচান-ধাৰী) তল্‌হা-বেন্-আবিতল্‌হাই, ৰণ-ক্ষেত্ৰত গৰ্জ্জি, বছুল-কৰিমক (দঃ) মাতিবলৈ ধৰিলে। হজৰত আলীয়ে শুনি সিংহ-বিক্ৰমেৰে তল্‌হাৰ ওপৰত পৰিল আৰু চাওঁতে চাওঁতেই তাৰ মূৰ মাটিত বাগৰি পৰিল। বাপেকৰ এনে অৱস্থা দেখি, তাৰ পুতেক ওছ্‌মানে কাঁড়টো অলা দৰে কাঢ়িবলৈ লাগিল। হজৰত আমিৰ হামজাই জাপ মাৰি তাৰ ওপৰত

পৰি তাক দোডোখৰ কৰিলে। দুজন প্ৰধান বীৰৰ এনে বিলাই দেখি, কোৰেচবিলাক ভয়ত কোচ্-মোচ্ খালে। তেতিয়া তিনি হেজাৰ আৰবে 'হোব্বল' ঠাকুৰৰ জয়ধ্বনি কৰি, ৭০০ মুছলমানক তিনি ফালৰ পৰা একে লগে চেপি ধৰিলেহি। এফালে বৰ্ম্মা-পিন্ধা ১৬০০ উট-ছাৱাৰ, এফালে ২০০ ৰাঠি লৈ ঘোঁৰ-ছাৱাৰ আৰু আন ফালে ১২০০ পদাতিক ৰণুৱাই বেৰি ললেহি। কিন্তু মুছলমানবিলাকে একেবাৰেও বিচলিত নহল। কোৰেচ্ ৰাক্ষসীবিলাকে কৰতাল বজাই ৰণ-গীত গাই, সৈন্যবিলাকক উত্তেজিত কৰিবলৈ ধৰিলে। অবুছুফিয়ানৰ তিৰোতা হিন্দা আৰু তেওঁৰ লগৰীয়াবিলাকে কোৰেচ্বিলাকৰ নিচান বেৰি লৈ সমস্বৰে এই মৰ্ম্মে গান গাবলৈ ধৰিলেঃ—

আগবাঢ়া আগবাঢ়া, বীৰসকল, চোকা তৰোৱাল হাতত লৈ শত্ৰুক মোহাৰি যোৱা, আমাৰ আদৰ আলিঙ্গন পাবা। পাচ হুহকিলে আমাৰ লগত চিৰ—বিচ্ছেদ……।"

এতিয়া দুই দল সৈন্য, মোছ্লিম আৰু কোৰেচ্, মুখামুখি হ'ল। আলী, হামজা, আবুদোজ্জানা আৰু তাল্হা আদি বীৰসকলে যি দৰে অতুলনীয় বীৰত্ব দেখুৱাইছিল মুছলমানৰ জাতীয় বুৰঞ্জীত সেইটো চিৰকাললৈ ফট্ফটীয়াকৈ জিলিকি থাকিব।

শনিবাৰে ৰাতিপুৱাই ৰণ আৰম্ভ হ'ল। খৃষ্ট-ধৰ্ম্মাবলম্বী আবু-আমেৰে ৫০ জন বীৰ লৈ আগেয়ে মুছলমান সৈন্যৰ ওপৰত পৰে। জোৰ্ঘোৰ ৰণ চলিবলৈ ধৰিলে। মুছলমান সৈন্যই জয়জয়তে কোৰেচ্ সৈন্যৰ নিচান থকা কেন্দ্ৰক আক্ৰমণ কৰিলে। চকুৰ পচাৰতে কোৰেচৰ জয়-নিচান বাৰ বেলি মাটিত পৰিল আৰু দাৰজন নিচানধাৰী কোৰেচৰ শ মাটিত বাগৰিল। অকল হজৰত আলীয়েই ৮ জনক মাৰে। আৰবৰ বিখ্যাত বীৰ খালিদ-বেন্-অলিদে, ঘোঁৰ-ছাৱাৰ

বিলাকক লৈ, তিনিবাৰ পৰ্ব্বতৰ মাজৰ বাটটিয়েদি গৈ মুছলমান ফৌজক পাচফালৰ পৰা আক্ৰমণ কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু কাঁড়ীবিলাকৰ কাঁড়ৰ কোবত সেই চেষ্টা বিফল হ'ল।

হজৰত আমিৰ হামজাই শত্ৰু বেহুৰ মাজত সোমাই একাণপতীয়া হৈ দুই হাতে দুখন তৰোৱাল চলাই গৈ আছে। শত্ৰু ফৌজে কেউফালৰ পৰা তেওঁক আগচিছেহি, তালৈ মন-কাণ নাই, গৈ আছে। খন্তেকৰ ভিতৰতে ৩১ জন কোৰেচ বীৰ ধৰাশায়ী হ'ল। তেওঁৰ নাইৰ তলৰ কাপোৰ স্থলকি যাব খোজাত, কাপোৰ সামৰিবলৈ তেওঁ খন্তেক থমক্ খাই ৰ'ল। এই চলতে, ৱাহ্শী নামেৰে মক্কাৰ এটা হাবচী গোলামে ( Negro slave ) হঠাৎ তেওঁৰ তলপেটতে যাঠিৰে খোঁচ মাৰি দিলে—হামজাই তেতিয়াও তৰোৱাল লৈ খেদা মাৰিব খুজিছিল, কিন্তু যাব নোৱাৰিলে, আল্লাৰ নাম লৈ ঢলি পৰিল আৰু তেতিয়াই 'শ্বাহাদৎ' পালে ( প্ৰাণত্যাগ কৰিলে )—'ৰজি আল্লাহো আন্হু' ( আল্লাহতালা তেওঁৰ ওপৰত প্ৰসন্ন থাকক )! (১)

খেৰে-খোদা হজৰত আলীও বীৰ বিক্ৰমৰে কোৰেচ্-সৈন্যৰ ওপৰত পৰিল। এই সময়ত ৰছুল-কৰিমে ( দঃ ) এখন তৰোৱাল হাতত লৈ কলে, "হে মোছ্লিম বীৰসকল! তোমালোকৰ ভিতৰত কোনে ইয়াৰ সম্মান ৰক্ষা কৰিব?" সেই তৰোৱালৰ একালে লিখা আছিল "কাপুৰুষতাত কলঙ্ক, আগবঢ়াতহে সম্মান।" এই তৰোৱালখন লবলৈ বীৰসকলে কেউফালৰ পৰা হাত দাঙ্গিলে, কিন্তু ৰছুল-কৰিমে (দঃ) সেই খন আবুদোজ্জানা আন্ছাৰীৰ হাতত দিলে। আবুদোজ্জানা তেওঁত ওফন্দি পৰিল। তেওঁ মূৰত ৰঙা পাগুৰি বান্ধি হালি-জালি, নাচি নাচি পহুৰ ওপৰত বাঘ পৰাদি শত্ৰু সৈন্যৰ ওপৰত জাপ দি

(১) হজৰত আমিৰ হামজাৰ কবৰ ওহোদত আজিলৈকে আছে।

পৰিল। দোঘোঁৰ ৰণ, ভয়ানক উত্তেজনা! শক্র সৈন্যক মাৰি কাটি নিপাত কৰিলে। মাৰে কোব, দেখিলে এজনী অবলা তেওঁৰ তৰোৱালৰ তলত। "আহা, কি সৰ্ব্বনাশ, এই জনী যে তিৰোতা! মোৰ হাতত ৰছুল-কৰিমৰ (দঃ) তৰোৱাল!" তেওঁৰ বাহু লেউ সেউ হৈ পৰিল। ৰছুল-কৰিমে (দঃ) দিয়া তৰোৱাল তিৰোতাৰ তেজেৰে কলঙ্কিত কৰা অন্যায় ভাবি, তেওঁ হাত কোচ খুৱাই নি তাইক এৰি আন ফালে যাবলৈ ধৰিলে। আহা, কি ৰছুল-কৰিমৰ (দঃ) শিক্ষা!

পাঠক! এই তিৰোতাজনী কোন চিনিব পাৰিছেনে? এওঁ আবুছুফিয়ানৰ তিৰোতা—ৰাক্ষসী 'হিন্দা'—যাৰ বিষয় আগেয়ে উল্লেখ কৰা হৈছে আৰু পাচলৈ বিশেষকৈ জানিবলৈ পাব।

কোৰেচ্ সৈন্য মুছলমানবিলাকৰ আক্রমণত পেপুৱা লাগিল। মুছলমানবিলাকে শক্রপক্ষৰ কেন্দ্রস্থল অধিকাৰ কৰি লোৱাত, শক্র-সৈন্য থান্‌বান্ হৈ অস্ত্র-শস্ত্র পেলাই পলাই পত্রং দিলে।

ৰণ-ক্ষেত্ৰৰ পট পৰিবৰ্ত্তন।

এনে অৱস্থা দেখি, মুছলমানবিলাকে সিহঁতে এৰি যোৱা বস্তুবিলাক বুটলি লবলৈ ধৰিলে। তাকে দেখি, অধিকাংশ কাঁড়ীয়েও উলাহত নিজকে পাহৰি, ৰছুল-কৰিমৰ (দঃ) কঠোৰ হুকুম স্বত্বেও, সেই বস্তুৰ লোভত নিজৰ ঠাই এৰি ৰণ-ক্ষেত্ৰলৈ চেকুৰ মেলিলে।

পৰ্ব্বতৰ বাট মুকলি দেখি, তীক্ষ্ম-দৃষ্টি সেনাপতি খালিদে চাত কৰে সেই বাটেদি ঘোঁৰ-ছাৱাৰবিলাকক লৈ পাচ ফালেদি মোছ্‌লিম ফৌজৰ ওচৰ চাপিলহি আৰু আগ ফালেদি ধৰিবলৈ আবুছুফিয়ানলৈ বাতৰি পঠিয়ালে। আব্দুল্লাই তেওঁৰ লগত থকা কাঁড়ীজনচেৰেকেৰে সৈতে প্রাণ-বায়ু থকালৈকে কোৰেচ সৈন্যৰ লগত যুঁজিলে। পলোৱা শক্র-সৈন্যবিলাকে হঠাৎ মুছলমান ফৌজক চেপি ধৰিলেহি। তীতৰাটীয়ে

মুছলমান ফৌজে মাল বোটলাতে লিপ্ত। আনন্দত মতলীয়া হৈ থকা মুছলমান সৈন্যই, হঠাৎ এনেকৈ দুই ফালৰপৰা আক্রান্ত হৈ আত্মৰক্ষা কৰিবলৈ, শত্রু-মিত্র নেচাই ভয়ানক ৰণ কৰিবলৈ ধৰিলে। ভালেমান মুছলমান হানি হ'ল, তাৰে কেইজনমান নিজৰ মানুহৰ হাতত মৰা পৰে। কোৰেচ্ জাতীয়-নিচান তেতিয়ালৈকে মাটিত বাগৰি পৰি আছিল। খালিদৰ এই আকস্মিক আক্রমণ আৰু মুছলমানবিলাকৰ বৰ্ত্তমান বিলাই দেখি, 'আম্ৰা' নামেৰে এগৰাকী কোৰেচ্-তিৰোতাই আকৌ সেই নিচান তুলি ধৰিলে। তাকে দেখি পলোৱা বাকী কোৰেচ্-সৈন্যই আকৌ সেই নিচানৰ ফালে উভতি আহি মুছলমানবিলাকৰ ওপৰত পৰিল। হঠাৎ চাৰিউফালৰপৰা এনে বিপদ দেখি মুছলমানবিলাক বিবুদ্ধি হৈ একেবাৰে থান্-বান্ হল আৰু যেনিয়ে তেনিয়ে পলাবলৈ ধৰিলে। অলপ পাচতে সকলোৱে আচল কথাটো বুজি পালত, যেয়ে য'ত আছিল তাতে যুঁজ কৰিবলৈ ধৰিলে। এই সময়ত ছাহাবাসকলে, বিশেষকৈ থান্ছাৰ বীৰসকলে আৰু মুছলমান তিৰোতাসকলে এনে ভক্তি, বিশ্বাস, ধৈৰ্য্য আৰু বীৰত্বৰ পৰিচয় দিছিল যে, তাৰ তুলনা পৃথিবীত বিচাৰি পোৱা নেযায়। ওহোদ-ৰণত মোছ্লিম জাতীয় নিচান মদিনাৰ ওস্তাদ (অধ্যাপক) মোছ্আব (ৰাঃ) ৰ হাতত আছিল। এই নিচানৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ গৈ কাঁড় আৰু তৰোৱালৰ কোবত তেওঁৰ শৰীৰপৰা তৰিলৈকে থকা-সৰকা হৈছিল। ওমৰ-এব্নে-কামিআই তৰোৱালেৰে তেওঁৰ সোঁ বাউসিটি কাটি পেলোৱাত, তেওঁ বাওঁ হাতেৰে নিচান ধৰিলে। পাচত বাওঁ বাউসিটিও কটা গ'ল আৰু এপাট কাঁড় আহি তেওঁৰ বুকুখনি ভেদাই সৰকি যোৱাত তেওঁ পৰি গ'ল। তেওঁ 'শহীদ' হোৱাৰ পাচত, হজ্ৰত আলীৰ ওপৰত সেই নিচান-ৰক্ষাৰ ভাৰ পৰিল। মোছ্আব্

(ৰাঃ) যেতিয়া মাটিত পৰি গ'ল, ওমৰ-এব্নে-কামিআই, তেওঁকে ৰছুল-কৰিম (দঃ) বুলি ভাবি, চিঞৰ মাৰি উঠিল—"মোহম্মদ মৰা পৰিছে. মোহম্মদ মৰা পৰিছে।" এই কথা শুনি কোনো কোনো মুছলমানে অস্ত্র-শস্ত্র পেলাই পলাবলৈ ধৰিলে, কোনোৱে শেহলৈকে যুঁজি 'শ্বহীদ' হ'ল।

এই ফালে ৰছুল-কৰিমৰ (দঃ) আগত থকা শত্রু সৈন্য দলে উৎসাহিত হৈ তেখেতৰ ফালে আগবাঢ়ি আহিবলৈ ধৰিলে। তেতিয়া এদল আন্ছাৰে তেখেতক বেৰি ৰক্ষা কৰি আছে। কাফিৰবিলাকে কাঁড়, যাঠী, তৰোৱাল. শিলগুটি চলাই আছে আৰু ভক্তসকলে নিজৰ গাকে ঢাল সাজি তাৰে ৰছুল-কৰিমক (দঃ) ৰক্ষা কৰিবলৈ চেষ্টা কৰিব লাগিছে। এই সময়ত বহুত আন্ছাৰে ৰছুল-কৰিমৰ (দঃ) নিমিত্তে প্ৰাণ উছর্গ কৰিলে। আন কি. এসময়ত ৰছুল-কৰিমৰ (দঃ) ওচৰত তাল্হা আৰু ছা'আদ মাথোন জীৱিত আছিল।

কোৰেচৰ এদলে যেতিয়া দেখিলে যে, ৰছুল-কৰিম (দঃ) সিহঁতৰ আগতে নিৰাপদে থিয় হৈ আছে, তেতিয়া সিহঁতে সকলোকে এৰি একেলগে তেখেতক ওপৰা-উপৰিকৈ আক্ৰমণ কৰিবলৈ ধৰিলে। কিন্তু ৩০ জন ছাহাবাই প্ৰাণপনে যুঁজি সিহঁতৰ চেষ্টা বিফল কৰি দিলে। ছা'আদ এজন বৰ কাঁড়ী আছিল। তেওঁ ৰছুল-কৰিমৰ (দঃ) আগত আঁঠু লৈ বহি শত্ৰুবিলাকৰ ওপৰত কাঁড় মাৰিবলৈ ধৰিলে। মদিনাৰ নামজলা কাঁড়ী আবুতাল্হাই ঢাল লৈ তেখেতৰ গা ৰক্ষা কৰিবলৈ আৰু শত্ৰু পক্ষৰ কাঁড়বোৰ নিজৰ বুকুপাতি লবলৈ ধৰিলে। আবুদোজ্জালাই ৰছুল-কৰিমৰ (দঃ) গা-ৰক্ষা কৰিবলৈ যাওঁতে. শত্ৰু পক্ষৰ কাঁড় আৰু যাঠীৰ খোঁচত তেওঁৰ পিঠি একেবাৰে থকা-সৰকা হৈ পৰিল।

যেতিয়া শত্রু সন্যই ৰছুল-কৰিমক ( দঃ ) চাৰিও ফালৰপৰা চেপি ধৰিছে আৰু এমুঠি ভক্তই প্ৰাণপনে তেখেতক ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে, তেতিয়া জিয়াদ আনছাৰীয়ে পাঁচ-ছজনমান আনছাৰক লৈ আগবাঢ়ি অহা শত্রু সৈন্যদলৰ ওপৰত জাপ-দি পৰি পাচত 'শ্বহীদ' হ'ল।

বিবি উম্মে-আমাৰা ওৰফে নোছায়ৰা-বেন্তে-কা'ব, বিবি আয়েশা আদি মুছলমান মহিলাসকলে ৰণ-ক্ষেত্ৰত গৈ ঘাইল সৈন্যবিলাকৰ সেৱা-শুশ্ৰূষা কৰিছে, এনে সময়ত উম্মে আমাৰাই শুনিবলৈ পালে যে, মুছলমানবিলাক হাৰিছে আৰু কোৰেচ্ সৈন্যই ৰছুল-কৰিমক আক্ৰমণ কৰিবলৈ ধৰিছে। চাঁতকৰে উম্মে-আমাৰাই কান্ধৰপৰা পানীৰ 'মোশ্বক' ( এবিধ চামৰাৰ পাত্ৰ ) আৰু হাতৰপৰা গিলাচ পেলাই ধেনু-কাঁড় আৰু তৰোৱাল লৈ ৰছুল-কৰিমৰ ( দঃ ) ওচৰলৈ লৰ মাৰিলে। তেতিয়া এমুঠি ভক্তই প্ৰাণ-পনে তেখেতৰ গা-ৰক্ষা কৰি আছে। উম্মে-আমাৰা বাঘিনীৰ নিচিনাকৈ গৰ্জ্জি কোৰেচ্‌বিলাকৰ ওপৰত পৰিল। যেতিয়া কাঁড় শেষ পৰিল, তেতিয়া ধেনু পেলাই দি উদং তৰোৱাল হাতত লৈ আগবাঢ়ি অহা কোৰেচ্‌বিলাকৰ ওপৰত পৰিল। চাৰিও ফালৰপৰা কাঁড়ে তেওঁৰ গা থকা-সৰকা কৰিলে, কিন্তু তেওঁ পাচ নুহঁহকিল। ৰছুল-কৰিমে ( দঃ ) নিজেহ কৈছিল—"সেই বিপদৰ সময়ত মই সোঁৱে-বাঁৱে যেইফালে চাওঁ, সেই ফালেই দেখোঁ, উম্মে-আমাৰাই মোক ৰক্ষা কৰিবৰ নিমিত্তে ৰণ কৰিছে।"

ৰছুল-কৰিমে (দঃ) এই ঘোৰ বিপদৰ সময়ত অচল অটল পৰ্ব্বতৰ দৰে নিজৰ ঠাইত থিয় হৈ আছে। তেখেতে আল্লাৰ ওপৰত একান্ত নিৰ্ভৰ কৰি বীৰ-সেনাপতিৰ দৰে কাফিৰবিলাকৰ আক্ৰমণক বাধা দিবলৈ নিজৰ এমুঠি ভক্তক উপদেশ দিছে। এই সময়ত এৰ নে-

কামিঅা, ওৎবা-বেন্-আবিওক্কাছ আদি কেইজনমান শ্বয়তানে ৰছুল-কৰিমৰ (দঃ) মুখলৈ টোঁৱাই শিলগুটি দলিয়ায়, তাতে তেখেতৰ এটি (১) দাঁত ভাগে। এবেলি নৰাধম এব্‌নে-কামিআই ৰছুল-কৰিমৰ (দঃ) মৰৰ ওপৰত তৰোৱালেৰে কোব মাৰে। এই কোবত তেখেতৰ মৰৰ আভৰণ কটা যায় আৰু তাৰে দোডোখৰ লো তেখেতৰ কপালত সোমায়। মূৰৰ আৰু কপালৰপৰা ফিৰ্-ফিৰ্ কৰে তেজ ববলৈ ধৰিলে। তেখেতে তেতিয়া কৈছিল—"নিজৰ মুক্তি আৰু মঙ্গলাকাঙ্খী ৰছুলক তেজেৰে ৰঙা কৰি সমাজ কেনেকৈ সফল হব পাৰে?" সেই অৱস্থাত তেখেতে বৰ দুখেৰে আল্লাৰ দৰ্গাহত 'দোৱা মাগিছিল' (প্ৰাৰ্থনা কৰিছিল)—"হে মোৰ আল্লাহ পাক! মোৰ সমাজক ক্ষমা কৰাঁ, কিয়নো সিহঁত নিৰ্ব্বোধ!!" তেতিয়া সৰগৰীয়াকৈ তেজ ওলোৱাত তেখেত বল হানি আৰু নিস্তেজ হৈ গুচৰৰ গাঁত এটাত পৰি গ'ল। হজৰত তল্‌হা আৰু হজৰত আলীয়ে তেখেতক সেই গাঁতৰপৰা তুলি নি এখন নিৰাপদ ঠাইত শুশ্ৰূষা কৰে।

কোৰেচ্‌বিলাকৰ আক্ৰমণৰ বেগ ঢিমাবলৈ ধৰাত ৰছুল-কৰিমে (দঃ) ওচৰত থকা ছাহাবা কেইজনক লৈ পৰ্ব্বতৰ ওপৰত উঠিলে। শত্ৰুবিলাকে তাতো আক্ৰমণ কৰিব খুজিছিল, কিন্তু মুছলমানবিলাকে শিল দলিয়াবলৈ ধৰাত সিহঁত পলাল। এই অৱস্থাতে জামাতেৰে (দলবান্ধি) তেওঁলোকে নামাজ পঢ়িলে। থিয় হৈ নামাজ পঢ়াৰ শক্তি কাৰো নাছিল। ৰছুল-কৰিমে (দঃ) বহিয়েই ইমামতি (আচাৰ্য্যৰ কাম) কৰিলে। তাৰ পাচত বিবি ফাতিমাই আৰু আন আন তিৰোতাই জখমীবিলাকৰ নথৈ সেৱা-শুশ্ৰূষা কৰিবলৈ ধৰিলে।

---

(১) কোনোৱে কয় চাইটি দাঁত।

হজৰত ৰছুল-কৰিম (দঃ) মৰিল—মদিনাত এই বাতৰিটো প্ৰচাৰ হোৱাৰ লগে লগে মুছলমান তিৰোতাসকলে শোকত বিহ্বল হৈ ওহোদৰ ফাললৈ চেঁকুৰ মেলিলে। উম্মে-আয়মনে এজন মুছলমানক মদিনাৰ ফাললৈ যোৱা দেখি কবলৈ ধৰিলে—"কাপুৰুষ! কলৈ গৈ'ছ? মদিনাৰ তিৰোতাবিলাকে ইছ্লামৰ সম্মান ৰক্ষা, কৰিবলৈ ৰণ-ক্ষেত্ৰলৈ ওলাইছে আৰু তইঁত পলাইছ! এই ল' মোৰ কাপোৰ তোক দিছোঁ, তোৰ অস্ত্ৰ মোক দে।" বনি-দিনাৰ ফৈদৰ এগৰাকী তিৰোতা বলিয়াৰ দৰে আহিবলৈ ধৰিছে, এনেতে কেইজনমান মুছল-মানক দেখা পাই ব্যাকুল হৈ সুধিলে—"বাতৰি কি"?

"বাতৰি আৰু কি কম—তোমাৰ ককায়েৰা মৰিল!"

"ইন্নালিল্লাহে......, আল্লাই তেওঁৰ ৰূহৰ (আত্মাৰ) সদগতি কৰক, আৰু কি বাতৰি?"

"তোমাৰ গিৰিহঁত মৰিল!"

"উহ্-ইন্না লিল্লাহে......, আল্লাই তেওঁৰ ৰূহৰ সদগতি কৰক।"

"তোমাৰ পিতাৰাঁ!"......

"হায়, মোৰ কলিজাৰ বাবাজান! ইন্নালিল্লাহে..., তেওঁবো ৰূহৰ সদ্গতি হওক।"

"ৰছুলুল্লাৰ বাতৰি কি?"

"ভাল বাতৰি, তেখেত জীয়াই আছে। লৌৰা আগলৈ চোৱাঁ, তেখেত্ব বহি আছে।"

"আহা! মই তেখেতক চকুৰে চাম, মোক দেখুৱাই দিয়াঁ।" যেতিয়া তেওঁক ৰছুল-কৰিমৰ (দঃ) আগলৈ নিয়া হ'ল, তেতিয়াহে তেওঁৰ মনটো চেঁচা পৰিল। বিবি ফাতিমায়ো এই বাতৰি পাই ৰণ-ক্ষেত্ৰত হাজিৰ হৈছিল। ৰছুল-কৰিমৰ (দঃ) ঘাবোৰৰ পৰা তেতি-

যাও তেজ বৈ আছিল। তেখেতৰ কপালত দোডোখৰ লো সোমাই-ছিল। আবুওবায়দাই নিজৰ দাঁতেৰে তাক টানি অনাত তেওঁৰো কেইটামান দাঁত ভাগি যায়। হজৰত আলীয়ে ঢালেৰে পানী আনি দিয়াত বিবি ফাতিমাই তাৰে ৰছুল-কৰিমৰ (দঃ) ঘাবোৰ ধুবলৈ ধৰিলে। ঢাৰি এডোখৰ পুৰি তাৰ ছাই ঘাবোৰত দিয়াত তেজ ৰ'ল।

এফালে বিবি আয়েশা আদি মুছলমান তিৰোতাসকলে ঘাইল আৰু কাপ্-কাপ্‌কৈ থকা সৈন্যবিলাকৰ শুশ্ৰূষা কৰিছে, তেওঁলোকৰ কৰ্কৰীয়া মুখত পানী দিছে; আনফালে কোৰেচ্ পিশাচিনীহঁতে ময়দানত নাচি নাচি ফুৰি ফ'তে দেখিছে কোনো এজন মুছলমান সেনাই মৰিবৰ সময়ত ৰণ ক্ষেত্ৰত পৰি এটোপা পানীৰ নিমিত্তে ছট্‌ফট্ কৰিছে, তাক খিতাতে অস্ত্ৰেৰে খুচি খুচি তাৰ যন্ত্ৰণা চিৰকাললৈ মুমুৰাইছে। কিন্তু হিন্দাৰ নিচিনা ৰাক্ষসীও আবুদোজালাৰ তৰোৱালৰ তলত পৰাত, অবলা বুলি জানিব পাৰি, মহাত্মা-আবুদোজালাই নিজৰ তৰোৱাল সামৰি ললে। ৰণ ভাগিলগে ৰাক্ষসীবিলাকে ময়দানত বিচাৰি বিচাৰি ঘাইল আৰু মৰা মুছলমানবিলাকৰ নাক কাণ কাটি মালা গাঁথি, ডিঙ্গিত পিন্ধি চিঞৰি নাচিবলৈ ধৰিলে। হজৰত হামজাৰ শ'টি আগত দেখি হিন্দাই হাত ভৰি ছিঙ্গি, বুকুত বহি, বুকু ফালি কলিজাখন টানি উলিয়াই কুকুৰ শিয়ালৰ দৰে. চোবাবলৈ ধৰিলে! উঃ কি নৰাধম ৰাক্ষসী!!

ৰছুলুল্লাহ মৰিল—এই কথা শুনি কোনো কোনো মুছলমান বীৰে কবলৈ ধৰিলে, ৰছুল-কৰিম (দঃ) যদি মৰা পৰিছে. কৰ্ত্তব্য মৰা নাই, তেখেতে প্ৰচাৰ কৰা সত্য মৰা নাই। আনছ-বেন্-নাজৰে যুঁজ কৰি কৰি গৈ আছে, এনেতে তেওঁ দেখিলে যে, কেইজনমান মুছলমান ৰণুৱাই ময়দানৰ এচকে জলকা লাগি আমন-জিমনকৈ মৰামুৰা হৈ বহি

আছে। হজৰত আনছে সিহঁতক দেখি খংমুৱা হৈ ক'লে—"এনে সময়ত তোমালোকে বহি কি কৰিছা?" তেওঁলোকে উত্তৰ দিলে—"আৰু কি কৰিম, ৰছুলুল্লাহ আৰু নাই!" এনে উত্তৰ শুনি, আনছে সিংহৰ নিচিনাকৈ গৰ্জ্জি উঠি কলে—"তেনেহলে এই প্ৰাণ-ৰক্ষাৰ কি প্ৰয়োজন? যোৱাঁ যি কৰ্ত্তব্য পালন কৰোতে ৰছুল-কৰিমে (দঃ) নিজৰ প্ৰাণ দিলে, তোমালোকেও তাৰ কাৰণে নিজক বলি দিয়াঁ।" এই কথা কৈয়েই আনছে (ৰাঃ) শত্ৰু সৈন্যৰ মাজত জাপ দি পৰিল। ৰণৰ শেহত আনছৰ শ'টি কোনেও চিনিব নোৱাৰিলে। ওৰৰপৰা মূৰলৈকে তেওঁৰ গোটেই গাটো জখমেৰে ভৰা। শেহত এগৰাকী তিৰোতাই আঙুলিৰ ৰিশেষ চিনৰপৰা তেওঁক চিনি কলে—"আহা, মোৰ ভাই আনছ!"

ৰণ ভয়ানক ৰকমে চলি আছে, এনে সময়ত কা'ব-বেন্-মালেকে পোন প্ৰথমেই ৰছুল-কৰিমক (দঃ) দেখি চিনিব পাৰি চিঞৰি উঠিল—"ভাইহঁত! এইযে ৰছুলুল্লাহ।" এই চিঞৰ শুনা মাত্ৰকে মুছলমান-বীৰসকলে পূৰ্ণ উদ্যমেৰে শত্ৰুসেনাৰ ওপৰত পৰিল। কিছুমান মানুহে ৰণ শেষ নোহোৱালৈকে ৰছুল-কৰিমৰ (দঃ) পুনৰ্জ্জীৱন-ৰহস্য-শুভ-বাতৰি নেপাইছিল।

আবুছুফিয়ানে মুছলমানবিলাকৰ ওচৰলৈ এবাৰ আহি ৰিঙিয়াই সুধিলে—"মোহম্মদ, আবুবকৰ,—ওমৰ তোমালোকৰ মাজত আছেনে?" উত্তৰ নেপাই তেওঁ ক'লে—"কেইওটাই মৰা পৰিছে।" হজৰত ওমৰে এনে গওপ সহিব নোৱাৰি মাত লগালে—"এই আল্লাৰ শত্ৰু! তোৰ দৰ্পচূৰ্ণ কৰিবলৈকে আল্লাই তেওঁলোক সকলোকে জীয়াই ৰাখিছে।" তেতিয়া আবুছুফিয়ানে কৈ গ'ল—"বাক, অহা বছৰ বদৰৰ ওচৰত আকৌ তোমালোকৰ লগত দেখা কৰিম।"

আবুছুফিয়ানে ভাবিলে যে, সাত শ নিঃসম্বল মুছলমান, সকলো

প্ৰকাৰে সজ্জিত তিনি হেজাৰ কোৰেচ্ সৈন্যৰ এনে বিলাই কাঁৰলে। মুছলমান কাঁড়ীবিলাকৰ ভুলৰ বাবে মুছলমান বীৰসকলে এনে বিপদত পৰিও আল্লাৰ নাম লৈ ইমান সাহ আৰু বীৰত্ব দেখুৱালে আৰু আনন্দেৰে নিজৰ প্ৰাণ বিসৰ্জ্জন কৰিলে! হানিব ফালে মনকৰি চালে, দৰাচলতে আমিহে হাৰিলোঁ। আকৌ দেখোন থান্-বান্ হৈ যোৱা মুছলমানবিলাকে একেলগে গোটখাই তুনাই আক্ৰমণ কৰিছে—সৰ্ব্বনাশ! পাচে শত্ৰু সৈন্যই এই আক্ৰমণৰ কোব সহ্য কৰিব নোৱাৰি পলাবলৈ ধৰিলে।

কোৰেচবিলাকে এজন মুছলমানকো বন্দী কৰিব নোৱাৰিলে। প্ৰায় ৭০ জন মুছলমান বীৰ 'শ্বহীদ' হয়, ইয়াৰ ভিতৰত হজৰত আমিৰ হামজা, হজৰত মোছআব আদি আছিল। ৰণ শেহ হোৱাৰ পাচত ৰছুল-কৰিমৰ (দঃ) হুকুম মতে 'শ্বহীদ' সকলৰ শ বোৰ গোটাই, তেজেৰে বঙ্গাহৈ থকা কাপোৰেৰেই 'কফন' দি (ঢাকি) দুজন তিনিজনকৈ এটা এটা কবৰত 'দফন' (সমাধিস্থ) কৰা হ'ল। এই বোৰ কাম শেহ কৰি ৰছুল-কৰিম (দঃ) মগৰিবৰ আগেয়ে মদিনাত উপস্থিত হ'ল।

কোৰেচবিলাকে কেই মাইলমান গৈয়ে এতিয়া কি কৰা উচিত, সেই বিষয়ে আলচ কৰিবলৈ লাগিলে। তেওঁলোকে কবলৈ ধৰিলে, "মোহম্মদ আৰু বেচিভাগ মুছলমানেই আঘাতত জুৰুলা হৈছে। এই সোণালি সুযোগ এৰা অন্যায়। মুছলমানবিলাকক নিৰ্ম্মূল কৰিবৰ নিমিত্তে আমি ইমান আয়োজন কৰিলোঁ, নিজৰ যি আছিল মানে সকলো খৰচ কৰি পেলালোঁ। এনে অৱস্থাত মদিনা আক্ৰমণ নকৰি উভতি যোৱা কোনোমতেই যুক্তি সঙ্গত নহয়। সময় পালেই দুদিনৰ পাচত, সিহঁতে আকৌ ককালত টঙ্গালি বান্ধিব। তেতিয়া

আমাৰ চেষ্টাই একো কাম নিদিব।" তাতে ভিন্ ভিন্ ফৈদৰ মানুহবিলাকে কবলৈ ধৰিলে—"কি কৰিবলৈ আহিছিলোঁ৷ তাৰ এতিয়া কি কৰি যাবলৈ ধৰিছোঁ৷!" মদিনা আক্রমণ কৰিবই লাগিব, শেহত এয়ে সিদ্ধান্ত হ'ল।

বনি-খোজাআ ফৈদৰ ঘাই চৰ্দাৰ মা'বাদে, মুছলমানৰ বিপদৰ বাতৰি পাই, সমবেদনা দেখুৱাবলৈ মদিনালৈ যাওঁতে, বাটতে কোৰেচবিলাকৰ সঙ্কল্পৰ কথা শুনি ৰছুল-কৰিমক (দঃ) কলে গৈ। তেখেতে তেতিয়া হজৰত আবুবকৰ আৰু হজৰত ওমৰক মাতি আনি পৰামৰ্শ কৰি থিৰ কৰিলে যে, কাইলৈ নিচেই পুৱাতে কোৰেচ বিলাকক আগভেটা দিব লাগিব। বেচিভাগ ছাহাবাৰে গাত ভয়ানক ঘা হৈছিল। তেওঁলোকৰ ঘা বোৰৰ পৰা তেতিয়াও তেজ বৈ আছিল। ফজৰৰ আজানৰ লগে লগে হজৰত বিলালে ঘোষণা কৰি দিলে—"মুছলমান বীৰসকল! সাজু হোৱাঁ, এতিয়াই ৰণ-যাত্রা কৰিব লাগিব। কোৰেচবিলাকক দেখুৱাব লাগিব যে, মুছলমান এতিয়াও মৰা নাই, কেতিয়াও নমৰে।" তাৰ লগতে ইয়াকো ঘোষণা কৰি দিলে যে, যোৱা কালিৰ ৰণত যিবিলাক হাজিৰ আছিল, আজি অকল তেওঁলোকেইহে যাত্রা কৰিব পাৰিব।

এই ঘোষণাৰ লগে লগে মুছলমান বীৰসকলে "আল্লাহোআকবৰ" বুলি চাৰি-পাটীৰ পৰা গিৰিস্কৈ উঠি, শোক-দুখ জ্বালা-যন্ত্রণা সকলো পাহৰি আগদিনা তেজেৰে ৰঙাহৈ থকা অস্ত্র-শস্ত্রবোৰ লৈ ৰছুল-কৰিমৰ (দঃ) ওচৰত হাজিৰ হলহি। আগৰ দৰে তেখেতে ৰণুৱা সাজ পিন্ধি ঘোঁৰাৰ ওপৰত উঠি সকলোকে লৈ যাত্রা কৰিলে।

মা'বদ এওঁলোকতকৈ আগেয়ে মদিনা এৰি গ'ল। বাটত আবুছুফিয়ানক 'কহা' বোলা ঠাই এপনত পাই ক'লে—"মোহম্মদে বহুত

সৈন্য লৈ আহিছে। এইবেলি প্ৰত্যেক মুছলমানেই যোগ দিছে। এই পালেহি, বেচিপৰ নাই—পলোৱাঁ, পলোঁৱা।” ভয়তে আবুছু-ফিয়ানৰ হাত ভৰি পেটতে লুকাল। তেওঁ তেতিয়াই মক্কাৰ ফালে মুখ কৰিলে।

ৰছুল-কৰিমে (দঃ) কোৰেচবিলাকৰ পলোৱা বাতৰি পাই, মদিনাৰ পৰা ৮ মাইল দূৰত ‘হাম্‌ৰাউল-আছাদ’ নামেৰে এঠাইত দিনচেৰেক জিৰাই মদিনালৈ উলটি আহে।

আবুল-ওজ্জা আৰু মাবিয়াৰ প্ৰাণ দণ্ড।

আবুল-ওজ্জা মক্কাৰ এজন বিখ্যাত কবি। বদৰ-ৰণত মুছলমান-বিলাকে এওঁক বন্দী কৰে, কিন্তু এওঁ বহুত কাও-বাও কৰাত ৰছুল-কৰিমে (দঃ) এওঁক এনেই বিনা পণত মুক্ত কৰি দিলে। এইজন বিশ্বাসঘাতকে মক্কালৈ গৈ ওহোদ-ৰণৰ আগেয়ে আৰববিলাকক মুছলমান বিলাকৰ বিৰুদ্ধে আকৌ উত্তেজিত কৰিছিল। ওহোদ-ৰণৰ পাচত এওঁ মুছলমানবিলাকৰ হাতত বন্দী হয়।

কোৰেচবিলাকে যে মদিনা দুনাই আক্ৰমণ কৰিব, এইটো থিৰাং হৈ যোৱাত, মাবিয়াই চোৰাংচোৱাহৈ মদিনালৈ আহে। এওঁ মদিনাৰ সকলো বাতৰি লৈ কোৰেচবিলাকলৈ পঠিয়াই আছিল। পাচত এওঁ ধৰা পৰাত ৰছুল-কৰিমক (দঃ) বহুত কাও-বাও কৰাত, তেখেতে তিনি দিন সময় দি এওঁকো এৰি দিলে। তিন দিনৰ ভিতৰত মদিনা নেৰিলে এওঁৰ প্ৰাণদণ্ড হব, এনে কঠোৰ হুকুম পোৱাতো মাবিয়াই মদিনাত লুকাই কোৰেচবিলাকক তলে তলে ইয়াৰ বাতৰি দি আছিল। হাম্‌ৰাউল-আছাদৰপৰা উভতি আহোঁতে ছাহাবাসকলে মদিনাৰ গাওঁ এখনত এওঁক ধৰিলে। সামৰিক আদালতৰ বিচাৰত আবুল-ওজ্জা আৰু মাবিয়া, দুইৰে প্ৰাণদণ্ড হ’ল।

## হজৰত জায়েদ হজৰত খোবায়েৰ বধ।

৪ৰ্থ হিজৰীৰ চফৰ মাহত আছেম-বেন্-ছাবেত নামেৰে ছাহাবী এজনৰ লগত ন জন মুছলমানক চোৰাংচোৱা ৰূপে মক্কাৰ বাটলৈ পঠোৱা হয়। ৰাজী নামেৰে এঠাইত হোজেল ফৈদৰ ২০০ মানুহে, কোৰেচবিলাকৰ বঁটাৰ আশা কৰি, ইহতক বন্দী কৰিবলৈ বেৰি ললে আৰু নিজেই ধৰা দিবলৈ কলে। আছেমে সিহঁতৰ অভিপ্ৰায় বুজিব পাৰি এই প্ৰস্তাৱত মান্তি নহ'ল। পাচে সিহঁত আটাইবোৰে কাঁড় মাৰিবলৈ ধৰাত, আছেমেও তৰোৱাল চলাবলৈ হুকুম দিলে। দহজন মুছলমানৰ ভিতৰত আঠজন 'শ্বহীদ' হ'ল আৰু হজৰত জায়েদ আৰু হজৰত খোবায়েব নামেৰে বাকী দুজনক সিহঁতে ধৰি নি কোৰেচবিলাকক বেচি পেলালে। কোৰেচবিলাকে তেওঁলোক দুই-কে নগুৰ-শাস্তি কৰি মাৰি পেলালে। প্ৰাণ-বধ কৰাৰ আগেয়ে আবুছুফিয়ানে হজৰত জায়েদক সুধিলে—"জায়েদ! সচাঁকৈ ক চোন এতিয়া যদি মোহম্মদক তোৰ সলনি মাৰিবলৈ বান্ধো আৰু তোক এৰি দিওঁ, তই ভাল পাবিনে?" হজৰত জায়েদে, ভেকাহি মাৰি উত্তৰ দিলে, "আবুছুফিয়ান! তই কি কৈ'ছ! মই এশ বাৰ মোৰ প্ৰাণ দিব পাৰোঁ, কিন্তু ৰছুল-কৰিমৰ (দঃ) পবিত্ৰ চৰণত এটা কাঁইটে ফুটিলে তাক সহ্য কৰিব নোৱাৰোঁ।"

চফৰ মাহ, ৪ৰ্থ হিজৰী। ৬২৬ পৃঃ।

কোৰেচবিলাকে হজৰত খোবায়েবক কলে—"হে খোবায়েব যদি তোৰ প্ৰাণলৈ মৰম আছে, তেনেহলে ইছলাম এৰ, নতুবা

শূলৰ লগত তোৰ সম্বন্ধ হব।" তেওঁ উত্তৰ দিলে, "হে ভাইসকল! মোৰ এই এটা প্ৰাণ কেলৈ, হেজাৰ হেজাৰ প্ৰাণ থাকিলেও মই তাক খোদাৰ বাটত বলি দিবলৈ সদায় সাজু আছোঁ।"

বিজনে বুজিছে প্ৰভু! মহিমা তোমাৰ,
তুচ্ছ তাৰ দেহ মন, তুচ্ছ ধন-পৰিজন,
তুচ্ছ তাৰ সকলো সংসাৰ।

ইয়াৰ পাচত কেইমাহমান তেওঁক শিকলিৰে বান্ধি ফাটকত ৰখা হয়। এই সময়ত কাফিৰবিলাকে অনেক চেষ্টা কৰিও তেওঁক পথভ্ৰষ্ট কৰিব নোৱাৰিলে।

কি ভীষণ দৃশ্য! আগত পেৰেঙ্গনি (ক্ৰচ কাঠ) থিয় আৰু তেওঁ নিৰ্দ্দয় শত্ৰুৰ হাতত বন্দী! কোনো তেওঁৰ সঙ্গী-সাৰথি নাই, তেওঁৰ নিমিত্তে এটোপা চকুলো পেলায় এনে কোনো নাই; কিন্তু এনে অবস্থাতো তেওঁৰ 'ইমান'ৰ (ধৰ্ম্ম-বিশ্বাসৰ) এফেৰাও লৰচৰ নহল, বুকুৰ ধৰ্ফৰনি নহ'ল!

তেওঁক মাৰিবলৈ পেৰেঙ্গনিৰ কাষলৈ নিলত, তেওঁ কলে, "অলপ ৰোৱাঁ, মই এবাৰ মোৰ আল্লাক মাতি লওঁ।" এই বুলি, তেওঁ দুই 'ৰাকাত' নামাজ পঢ়িলে। নামাজ শেহ হোৱাৰ পাচত তেওঁ ক'লে—"ভাইসকল! নামাজ আৰু বেচি পৰলৈ পঢ়িবৰ মোৰ ইচ্ছা আছিল, কিন্তু তেতিয়া তোমালোকে কলাহেতেন যে, ই মৰিবলৈ ভয় কৰিহে এনে কৰিছে।" তাৰ পাচত ৪০ জন শয়তানে খোবায়েবক পেৰেঙ্গনিত বিন্ধি জোং-যাঠী আদিৰে খুচি খুচি কৈ আছে, "খোবায়েব! এতিয়াও বোপা-ককাৰ ধৰ্ম্ম ল, এৰি দিম।" খোবায়েবে হাঁহি হাঁহি উত্তৰ দিলে, "এনেকৈ যে মুছলমান হৈ মৰিবলৈ পাইছোঁ মোৰ ভাল কপাল। প্ৰকৃত কল্যাণ আল্লাৰ

ইচ্ছাৰ ওপৰত নির্ভৰ কৰে। তহঁতে এতিয়া মোৰ গাৰ মাংস ডোখৰ ডোখৰ কৰিছ, আল্লাই ইচ্ছা কৰিলে, প্রত্যেক ডোখৰেই তেওঁৰ আশীর্ব্বাদ পাব পাৰে।" হজৰত খোবায়েব গ'ল, কিন্তু জগতত তেওঁৰ অক্ষয় কীর্ত্তি থাকিল। এনে চানেকী জগতৰ বুৰঞ্জীত নাই বুলিলেও হয়। বাইবেলে যীচুৰ এনে সময়ত যেনে চাঞ্চল্য আৰু দুর্ব্বলতাৰ চিত্র জগতৰ আগত দেখুৱাইছে, হজৰত খোবায়েবৰ লগত তাৰ তুলনা হব নোৱাৰে। যীচুৱে মৰণৰ কৰাল মূর্ত্তি আগত দেখি চঞ্চল হৈ চিঞৰি উঠিছিল—"ঈলি! ঈলি! লামা চব্গত্নী" (হে মোৰ প্রভু, হে মোৰ প্রভু! তুমি মোক কেলেই এৰিলা)?

খোবায়েব (ৰাঃ) ৰছুল-কৰিমৰ (দঃ) পাক কদমৰ এজন গোলাম মাথোন। তেখেতৰ শিক্ষা আৰু চৰিত্রৰ প্রভাৱত জায়েদ আৰু খোবায়েবৰ নিচিনা কিমান মহাত্মা হৈছিল, তাৰ লেখজোখ নাই। তেন্তে তেখেত কিমান মহান, কিমান মহিমাময়!!

## ছাল্মান ফাৰ্ছীৰ ইছ্লাম গ্রহণ।

ছাল্মান ফাৰছীৰ নাম সকলো মুছলমানে জানে। তেওঁৰ জন্ম ইৰাণ (পাৰস্য) দেশত। তেওঁ আদিতে জুই-পূজক আছিল। খৃষ্টান পাদুৰীৰ সংসর্গত পৰি পোনতে খৃষ্টান হয়, পাচত বাপেকৰ ভয়ত চিৰিয়ালৈ পলাই যায়। তাত জনচেৰেক আৰৱ সাউদে পাই তেওঁক ধৰি ওছ্মান আশ্হলি ইহুদীক বেচে। এই ইহুদীজনৰ ঘৰত গোলামি কৰি থাকোঁতেই ৰছুল-কৰিমৰ (দঃ) আহ্বান-ধ্বনি

তেওঁৰ কাণত পৰিল। ৰাখে কোনে? ইছ্‌লামৰ প্ৰভাৱত একে বেলিয়েই ভোল গ'ল। এদিন ইহুদীজনে খণ্ডত তেওঁক উৰাই-ঘুৰাই মৰিয়াই কলে, "যদি তই ৩০০ জোপা খাজুৰ গছ কই গুটি লগা কৰি দিব পাৰ আৰু ৪০ আয়কিয়া (১) সোণ দিব পাৰ, তোক মুক্ত কৰি দিম।" এই কথা ৰছুল-কৰিমৰ (দঃ) কাণত পৰাত, তেখেতে ৩০০ জোপা খাজুৰ পুলি অনাই নিজে কই দিলে। এবছৰৰ পাচত গছবোৰ ফলবতী হোৱাত, ৪০ আয়কিয়া সোণ দি ৰছুল-কৰিমে (দঃ) তেওঁক মুক্ত কৰি আনে। তেওঁ এজন ৰছুল-কৰিমৰ (দঃ) প্ৰধান ভক্ত আছিল।

## কোৰেচ্‌বিলাকৰ ভীষণ ষড়যন্ত্ৰ

কোৰেচ্‌বিলাকৰ বিশ্বাস-ঘাতকতা-বীৰ-মাউনাত ৭০জন আনছাৰ বধ। চফৰ মাহ, ৪র্থ হিজৰী। ৬২৬ খৃঃ।

এই চফৰ মাহতে আমেৰ নামেৰে নজ্‌দৰ এজন মানুহে কোৰেচ্‌বিলাকৰ ষড়যন্ত্ৰত লিপ্ত হৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহি কলে—"আপুনি নজ্‌দ আৰু বনি-আমেৰ, এই দুই দলকে ইছ্‌লামৰ মহিমা বুজাই দিবলৈ জনচেৰেক মানুহ আমাৰ দেশলৈ পঠাই দিয়ক। এই দুই দলেই আপোনাৰ ধৰ্ম্ম লবলৈ বৰ হেপাহ কৰিছে, আপোনাৰ মানুহক কেৱেঁ একো কৰিব নোৱাৰে, সেই বিষয়ে মই দায়ী।" তাৰ কথা প্ৰতিয়াই, তেখেতে ৭০ জন আনছাৰ আৰু মহাজেৰ পঠাই দিলে।

(১) ওজন বিশেষ

এই মহাজনসকলে দিনত কাঠ আনি বজাৰত বেচি যি পায়, তাৰে নায়ং-নবস্নং 'আছ্হাবে-ছুফ্ফা' কেয়লীয়া ফকিৰসকলক খুৱায়। ৰাতি হলে তেওঁলোকে কোৰ্আন তিলাৱত (আবৃত্তি) আৰু আল্লাৰ এবাদতত মশগোল (উপসনাত ব্যাপৃত) হৈ থাকে। এই সাধু কেইজনক বাটত, বীৰ মাউনা নামেৰে এঠাইত, আমেৰ আৰু তাৰ বহুত মানুহে আহি পচলা কটাদি ডোখৰ ডোখৰকৈ কাটি পেলালে।

বছুল কৰিমক হত্যা কৰাৰ কাৰণ বনি-নাজ্বিৰ ইহুদীৰ ষড়যন্ত্র।

কোৰেচ্বিলাকৰ লগত মিল হৈ মদিনাৰ নাজ্বিৰ ফৈদৰ এদল ইহুদীয়ে বিদ্রোহৰ পৰামর্শ কৰি ৰছুল-কৰিমলৈ (দঃ) কৈ পঠিয়ালে—"আপোনাৰ লগত আমাৰ ধর্ম্ম লৈহে ইমান গোলমাল। এতেকে আপুনি দুজন মুছলমান লৈ অমুক ঠাইলৈ আহক আৰু আমিও তিনিজন পণ্ডিত লৈ ওলাইছোঁ। আপুনি আমাক আপোনাৰ ধর্ম্মৰ সত্যতা বুজাই দিব পাৰিলে আমি সকলোৱে মুছলমান হম।"

ৰছুল-কৰিমে (দঃ) দুজন ছাহাবাক লৈ উদং হাতেৰে সেই ঠাইলৈ গ'ল, কিন্তু ইহুদীবিলাকে কাপোৰৰ ভিতৰত অস্ত্র লুকুৱাই লৈ ওলালহি। তেখেতে দৈব বলেৰে এই ষড়যন্ত্রৰ গম পাই, তাৰ পৰা মনে মনে উঠি আহিল আৰু সেই ষড়যন্ত্রকাৰীবিলাকৰ কোঁঠ ঘেৰিবলৈ হুকুম দিলে।

ৰছুল কৰিমৰ উদাৰতা।

এনে ভীষণ ষড়যন্ত্র কৰাতো ৰছুল-কৰিমে (দঃ) সিহঁতৰ প্রাণদণ্ড বা ধন-সম্পত্তি বাজেয়াপ্ত একো নকৰিলে, এনেকি ফাটকতো বন্দী কৰি নথলে। মাথোন ন-কৈ সন্ধি পত্র এখন লেখি দিবলৈ কলে। কিন্তু বেলি-য়েপতি কোৱাতো সিহঁতে এই কথালৈ আওকাণ কৰিলে। তেতিয়াহে তেওঁতে সিহঁতক তৎক্ষণাত মদিনাৰপৰা ওলাই যাবলৈ হুকুম

দিলে। কিন্তু মদিনাৰ 'মোনাফিক" ( কপটীয়া মুছলমান ) বিলাকে তেতিয়া এই ইহুদীবিলাকক মদিনাৰ পৰা ওলাই নেযাবলৈ পৰামৰ্শ আৰু তুহেজাৰ ৰণুৱা দি সহায় কৰিম বুলি আশা দিয়াত, সিহঁতে ৰছুল-কৰিমক ( দঃ ) ঢেৰেকানিহে দিলে।

ৰছুল-কৰিমে ( দঃ ) তেতিয়া ইহুদীবিলাকৰ চুবুৰিটো বেৰি পেলালে। ইহুদীবিলাকে নিজৰ কোঁঠৰ ভিতৰত সোমাই আশ্ৰয় ললেগৈ। সিহঁতে ভাবিলে যে, মদিনাৰ তুহেজাৰ সৈন্য আৰু বহুত বনি-কোৰেজাৰ ইহুদী ৰণুৱা এতিয়াই আহি পাবহি।

১৫ দিনৰ পাচতো কোনো নাহিলত, ইহুদীবিলাকে হতাশ হৈ আত্ম-সমৰ্পণ কৰি মদিনা এৰি যাবলৈ নিজেই প্ৰস্তাব কৰিলে। ৰছুল-কৰিমে ( দঃ ) তাতে হয়ভৰ দি কোনো প্ৰতিশোধ বা ক্ষতিপূৰণ নলৈ, সিহঁতক অস্ত্ৰ-শস্ত্ৰত বাজে ধন-বিত সকলো সম্পত্তি লৈ যাবলৈ অনুমতি দিলে আৰু ১০দিন সময়ো দিলে। সেইমতে সিহঁতে ৬০০ উট বোজাই দি নিজৰ ধন-বস্তু আদি লৈ কোনোৰে চিৰিয়া, কোনোৰে খায়বৰ আদি ঠাইলৈ গুচি গ'ল।

ইছলামৰ আগেয়ে মদিনাত ইহুদীবিলাকৰ প্ৰভুত্ব বৰ বেচি আছিল। তেতিয়া যিবিলাক তিৰোতাৰ লৰা উপজিয়ে মৰে, তেনে বহুত তিৰোতাই মনত সঙ্কল্প কৰে যে, এইবোৰ ল'ৰা উপজিলে ইহুদী ধৰ্ম্মত দিব। আনুছাৰবিলাকৰ এনে লৰা বহুত আছিল। এতিয়া ইহুদীবিলাকে সেই ল'ৰাবোৰ লগত লৈ যাব খুজিছে, কিন্তু আনুছাৰবিলাকে এৰি নিদিয়ে। ৰছুল-কৰিমে ( দঃ ) হুকুম দিলে যে, যিবিলাক ডেকাই নিজেই ইহুদী ধৰ্ম্ম পছন্দ কৰিছে, সিহঁতক আটক কৰি নেৰাখিব।

---

এই ৪থ হিজৰীত ১৫ ৰমজানত হজৰত আলীৰ ডাঙৰ পুতেক ইমাম হাছেন উপজে। এই সময়ৰ পৰাই মোশৰিক ছোৱালী বিয়া কৰা হাৰাম ( নিষিদ্ধ ) হল।

# ফটিকা-পান আৰু জুৱাখেল উঠুৱা

আৰববিলাক অতিকৈ মদাহী আৰু জুৱাৰী আছিল। সিহঁতে নিতৌ তিনিবেলি আহাৰ কৰিছিল, কিন্তু ফটিকা দেৱতাক হলে ৫ বেলি পূৰাকৈ পূজিছিল আৰু তাৰ লগে লগে জুৱা খেল। এই দুইটা আৰবত সমানে অবাধে চলি আছিল আৰু আজিলৈকে আৰবত বাজে সকলো ঠাইতে চলি আছে। আৰববিলাকৰ এই শোচনীয় অৱস্থা দেখি, এই সময়তে জগতত পোন প্ৰথমেই ৰছুল-কৰিমেই (দঃ) এই দুয়োটা 'হাৰাম' (নিষিদ্ধ) বুলি ঘোষণা কৰে। খোদা-ৰছুলৰ হুকুম—তৎক্ষণাত সকলো মুছলমানে হেজাৰে হেজাৰ ফটিকাৰ পিপা বাজলৈ আনি ঢালি, বাট-পথুলিবোৰ বোকা কৰি পেলালে। আইনৰ প্ৰয়োজন নহল, ৰঙ্গা পাগুৰিৰ প্ৰয়োজন নহল, আবকাৰি বিষয়াৰ প্ৰয়োজন নহল। মাথোন ৰছুলুল্লাৰ পবিত্ৰ মুখৰ এষাৰ হুকুম; এই পাঁচবাৰ ফটিকা দেৱতাৰ পূজাৰ ঠাইত পাঁচবাৰ সৰ্ব্বশক্তিমান আল্লাৰ পূজা (নামাজ) চিৰকাললৈ গজ্‌গজীয়াকৈ স্থাপিত হ'ল। সেইদেখি, আজি পৃথিবীৰ প্ৰায় ⅓ ভাগ মানুহ এই দুইটা পাপৰপৰা মুক্ত। ই মাথোন ৰছুল-কৰিমৰ (দঃ) আধ্যাত্মিক বলৰ ফল। আজিলৈকে কোন মহাপুৰুষে বা প্ৰতাপী ৰজাই এনে কৰিব পাৰিছে? খৃষ্টানৰ গিৰ্জ্জা আছে, কিন্তু উপাসক নাই। মানুহ আকৰ্ষণ কৰিবলৈ তাত গান-বাজনাও সুমোৱা হল, তেও একে অৱস্থা। কিন্তু মছজিদৰ অৱস্থা তাৰ বিপৰীত—লাহে লাহে তাৰ সংখ্যাৰ লগে লগে উপাসকো বাঢ়ি আছে। কাৰণ?—দকৈ ভাবি চালেই পাব।

# গোটেই আৰব ফৈদৰ মুঠ-বন্ধা শত্ৰুতা।

( ৫ম হিজৰী. ৬২৭ খৃঃ )।

ওহোদ ৰণৰ পৰা উভতি গৈ, কোৰেচ্‌বিলাকে মদিনাৰ "মোনাফিক" কপটীয়া মুছলমান ) বিলাকেৰে সৈতে যোগ হৈ তুনাই বদৰলৈ ন'গৈ, ৰবৰ সকলো ফৈদৰ আৰু সকলো খেলৰ মানুহ লৈ, একে বেলিয়েই দিনা আক্ৰমণ কৰিব লাগে বুলি পৰামৰ্শ কৰিলে। অলপ দিনতে কোৰেচ্‌ লাকে গোটেই হিজ্বাজৰ মানুহক মুছলমানবিলাকৰ বিৰুদ্ধে উত্তেজিত কৰি তুলিলে। ৫ম হিজৰীৰ প্ৰথমৰে পৰাই হিজ্বাজৰ প্ৰত্যেক কেন্দ্ৰতে সৈন্য গোটোৱা আৰম্ভ হৈ গ'ল। এই আলৈ-আহুকালৰ মাজেদি মদিনাৰ দাঁতি ৰবীয়া গাওঁবিলাকত লাহে লাহে ইছ্‌লামৰ আদৰ চৰি যাবলৈ ধৰিলে। মুছলমানবিলাকে আক্ৰমণৰ আশঙ্কা প্ৰত্যেক মুহূৰ্ত্ততেই কৰিছিলে।

দুমাতুল-জন্দলৰ অত্যাচাৰ।

এনে সময়ত, দুমাতুল-জন্দল প্ৰদেশৰ মানুহবিলাকে মদিনা আক্ৰমণ কৰিবলৈ আহি বাটত ডকাইতি কৰিবলৈ ধৰিলে। এই বাটৰি পাই শ চেৰেক মুছলমানক লৈ ৰছুল-কৰিমে (দঃ) আগ বাঢ়িল; কিন্তু শত্ৰুদল পলাই পত্ৰং দিলে।

বনি-মোস্তালেকৰ লগত ৰণ।

তাৰ পাচত লোহিত সাগৰৰ দাঁতি-কাষৰীয়া বনি-মোস্তালেক্ খেলৰ সকলো মানুহ আৰু আন আন ফৈদৰ বহুত মানুহ মুঠ-বান্ধি মদিনা আক্ৰমণ কৰিবলৈ অহা বাতৰি পাই, ৰছুল-কৰিমে (দঃ) কেই শ মান মুছলমানক লৈ, ( হিজৰীৰ চাবান মাহত [illegible] তাবিখে সিহঁতক ভেটা দিবলৈ বুলি ওলাই গ'ল। শত্ৰু পক্ষৰ

যি চোৰাংচোৰা মদিনাত আছিল, সিহঁত বাটতে ধৰ' পৰাত, বিপক্ষই এই যাত্ৰাৰ বিষয় গমকে নেপালে। দুই দলৰে ৰণ লাগি পৰিল। শত্ৰু পক্ষই পলাবলৈ তৎ নেপালে। মুছলমানবিলাকে বহুত মানুহক বন্দী কৰিলে আৰু ২০০০ দুহেজাৰ উট আৰু ৫০০০ পাঁচ হেজাৰ ছাগলী, ভেড়া আদি পালে। মোস্তালেক্ খেলৰ ঘাই চৰ্দাৰ হাৰেছৰ কন্যা জভীৰিয়াও বন্দী হৈছিল। এটা মুক্তিপণ নিৰ্দ্ধাৰিত হলত, তেওঁ ৰছুল-কৰিমক (দঃ) আৰু তেওঁৰ বাপেকক ক'লে—"মই মুছলমান, মুক্তিপণ দিব নোৱাৰোঁ। খোদা-ৰছুলৰ আশ্ৰয় লৈছোঁ, তেখেতক এৰি মই আৰু কলৈকো নেযাওঁ।" তেতিয়া ৰছুল-কৰিমে (দঃ) নিজেই তেওঁৰ পক্ষৰপৰা মুক্তিপণৰ গোটেই টকা আদায় কৰি দিলে।

মোস্তালেক্ খেলৰ ইছ্লাম গ্ৰহণ।

মোস্তালেক্ খেলৰ এশতকৈও বেচি পৰিয়ালৰ মতা-তিৰোতা, লৰা-ছোৱালী আৰু সিহঁতৰ ধন-সম্পত্তি মুছলমান-বিলাকৰ হাতত পৰিছিল। এই বন্দীবিলাকে মুক্তি-পণ দিব নোৱাৰাত মুছলমানবিলাকৰ মাজত সিহঁতক ভাগ কৰি লোৱা হয়। পাচত মুছলমান-বিলাকে সকলো বন্দীক, বিনা পণেৰে এনেই মুক্ত কৰি, সিহঁতৰ ধন-সম্পত্তি দি, সম্মানেৰে নিজৰ দেশলৈ পঠিয়াই দিলে। মুছল-মানবিলাকৰ এনে সদয় ব্যৱহাৰ দেখি মোস্তালেকৰ গোটেই খেলে মুগ্ধ হৈ ইছ্লাম গ্ৰহণ কৰিলে।

ম্যাজিনা খেলৰ ইছ্লাম গ্ৰহণ।

এই ৫ হিজৰীত ম্যাজিনা খেলৰ চাৰি শ প্ৰতিনিধি হজৰত ৰছুল-কৰিমৰ (দঃ) ওচৰত আহি, ধৰ্ম্ম বিষয় বহুত তৰ্ক-বিতৰ্ক আৰু আলোচনা কৰি সকলোৱে লগে-ভাগে ইছ্লামত দীক্ষিত হৈ নিজৰ দেশলৈ

মোনাফিকবিলাকৰ শত্রুতা।

'মোনাফিক' ( কপটীয়া মুছলমান ) বিলাকে এইবেলি দল এৰি নগৈ, আন্ছাৰ আৰু মহাজেৰৰ মাজত গোলমাল লগাই দিবলৈ চেষ্টা কৰিলে। বিবি আয়েশা এই অভিযানত ৰছুল-কৰিমৰ (দঃ) লগত আছিল। উভতি আহিবৰ সময়ত এই 'মোনাফিক'বিলাকে তেখতৰ চৰিত্ৰৰ ওপৰত দোষ দি অনৰ্থক এটা নতুন বিপদত ৰছুল-কৰিমক (দঃ) পেলাবলৈ চেষ্টা কৰিছিল, কিন্তু সিহঁতৰ চেষ্টা বিফল হ'ল।

আহজাব বা খন্দক ৰণ। হিজৰতৰ ৫ম বছৰ, জিলকদ মাহ। ফেব্রুৱাৰী, ৬২৭ খৃঃ।

নাজিৰ ফৈদৰ ইহুদীবিলাকে দেখিলে যে, এনে বিদ্রোহৰ পৰা সিহঁতৰ বিশেষ হানি হৈছে। বহুত দিন পৰাধীন থকাৰ কাৰণে ইহুদী জাতিৰ পিত মৰিল। গতিকে, সিহঁতে মুখামুখিকৈ যুঁজিবলৈ সাহ কৰিব নোৱাৰে, কিন্তু লুকাই হুল-চঁচাত বৰ পাকৈত। সেইদেখি, মদিনা আক্রমণ কৰিবলৈ ভিন্ ভিন্ ঠাইত ভিন ভিন্ ফৈদ আৰু খেলৰ মানুহবিলাকক বুদ্ধি দিবলৈ আৰু আন আন সকলো দিহা-পোহা কৰিবলৈ সিহঁতে গাত লৈ কেউফালে গ'ল। এই ষড়যন্ত্রৰ ঘাই কেন্দ্র আছিল মক্কাত। তাতে সকলো গোট খাই, মদিনা আক্রমণ কৰিবলৈ দহ হেজাৰ মানুহ যাত্রা কৰিলে।

বাহিৰৰ পৰা এতেখিনি ফৌজৰ আক্রমণ আৰু নিজৰ নগৰৰ ভিতৰত বিদ্রোহৰ ভয়—এনে অৱস্থাত নগৰৰ বাহিৰলৈ যোৱা মুছলমানবিলাকে ভাল বিবেচনা নকৰিলে। ছালমান-ফাৰ্ছীৰ পৰামৰ্শ অনুসৰি ৰছুল-কৰিমে (দঃ) সকলো মুছলমানেৰে গোট-পিট্ খাই ছদিন, দিনে ৰাতিয়ে নেৰানেপেৰাকৈ পৰিশ্রম কৰি, পাঁচ গজ দ আৰু তিনি হেজাৰ গজ দীঘল এটা প্রকাণ্ড খাৱৈ খানিলে। 'মোনাফিক' বিলাকত বাজে সকলোৱে সমানে সমানে পৰিশ্রম কৰিছিল। ৰছুল-

কৰিমে (দঃ) মুছলমানবিলাকক দহ দহ জনকৈ এটি এটি সৰু জুম পাতি কাম ভাগ কৰি দিছিল।

মুছলমানবিলাকৰ বন্দী-বেটী নথকাত তেওঁলোকে নিজেই কুলিৰ কাম কৰিছিল। ৰছুল-কৰিমে (দঃ) নিজেও একে সমানে বনুৱাৰ কাম কৰি কৰ্ম্ম-যোগৰ আদৰ্শ দেখুৱাইছিল। তেখেতে কান্ধত পাচিৰে মাটি কঢ়িয়াই থাকোঁতে, ছাল্মান-ফাৰ্ছীয়ে তেখেতক কলে যে, খানোতে এডোখৰ ডাঙৰ শিল ওলাইছে, তাক কেঁৱে ভাঙিব পৰা নাই। এই কথা শুনা মাত্ৰকে ৰছুল-কৰিমে (দঃ) এখন কুঠাৰ লৈ "বিছ্-মিল্লাহ" বুলি শিল ডোখৰৰ ওপৰত কোব্ মাৰিলে। শিলডোখৰ একে কোবেই গুড়ি হৈ গ'ল। তাৰ পৰা জুইৰ ফিৰিঙটি ওলোৱা দেখি ৰছুল-কৰিমে (দঃ) ক'লে যে, ইৰাণ এমন আদি দেশ মুছল-মানৰ হাতলৈ আহিব। পাচত এই ভবিষ্যত বাণী আখৰে আখৰে ফলিয়ালে।

এইদৰে তিনি হেজাৰ আঁকোৰ্গোজ মুছলমানে ভাত-পানী এৰি একাণপতীয়া কৈ কাম কৰিছিল। এনেকি পাচত ৰছুল-কৰিমে (দঃ) আৰু ছাহাবাসকলে কেই সাজমান একো খাবলৈকে নহ'ল।

মুছলমানবিলাকে আগেয়ে কেতিয়াও এনে অথন্তৰত পৰা নাছিল। নগৰৰ বাহিৰত দহ হেজাৰ শত্ৰু সৈন্যৰ ভয়ানক গোজৰণি, ভিতৰত দুহেজাৰ 'মোনাফিক'ৰ বিদ্ৰোহৰ আশঙ্কা, তাৰ ওপৰত বনি-কোৰেজা ইহুদীবিলাকৰ আক্ৰমণৰ ভয়—আনফালে ৰচদ-পাতিৰ বৰ অভাৱ। এই দহ হেজাৰ সৈন্যই নগৰখন ঘেৰি ললে। ৰছুল-কৰিমে (দঃ) পোন প্ৰথমেই অন্তৰ্বিপ্লৱৰ পৰা ৰক্ষা পাবৰ কাৰণে, ছাল্মা-বেন্-আছ্লামৰ তলত দুশ আৰু জায়েদ-বেন্-হাৰেছৰ তলত তিনিশ বিশ্বাসী বীৰক দি, তেওঁলোকক নগৰৰ চাৰিওফালে ঘূৰি ফুৰি-

বলৈ আদেশ দিলে। এওঁলোকে মাজে মাজে এনেদৰে 'তক্বিৰ' (আল্লাহো আকবৰ) ধ্বনি কৰি ফুৰিবলৈ ধৰিলে যে, 'মোনাফিক' আৰু বনি-কোৰেজাৰ ইহুদীহঁতে ভয়তে পেপুৰা খালে। ইফালে ৰছুল-কৰিমে (দঃ) বাকী ২॥ হেজাৰ মুছলমানক লৈ খাৱৈ ৰক্ষা কৰিবলৈ ধৰিলে।

বনি-কোৰেজাৰ ইহুদীবিলাকে আগৰে পৰা বিশ্বাসঘাতকতা কৰি আহিছে। ওহোদ ৰণত কোৰেচ্‌বিলাকৰ লগত যোগ দিছিল। কিন্তু ৰছুল-কৰিমে (দঃ) সিহঁতক ক্ষমা কৰি দিলে। সিহঁতে আগলৈ মুছলমানবিলাকৰ বিৰুদ্ধে কোনো কাম নকৰোঁ বুলি প্ৰতিজ্ঞা-কাকত এখন লিখি দি, পাচত সেই কাকতখন ফালি পেলাই বিশ্বাসঘাতকতা কৰে।

খাৱৈৰ কাম ২০ দিনত শেষ হ'ল। এই কামৰ ওৰ পৰা মাত্ৰকে বান-কোৰেজাৰ ইহুদীবিলাকে শত্ৰু পক্ষৰ লগত যোগ দিয়া দেখি, মুছলমানবিলাক বিচলিত হৈ পৰিল। কিন্তু ৰছুল-কৰিমে (দঃ) সান্ত্বনা দি ক'লে—"কিহৰ ভয়! আমাৰ লগত আল্লাহ আছে, যাৰ হুকুম অনুসৰি আৰু যাৰ পবিত্ৰ নাম প্ৰচাৰ কৰিবলৈ আমি আগবাঢ়িছোঁ, তেওঁ কেতিয়াও আমাক ধ্বংস নকৰে।"

ৰছুল-কৰিমে (দঃ) আগলৈ দায় এবাবলৈ দুজন চৰ্দাৰক ইহুদীবিলাকৰ ওচৰলৈ পঠাই দিলে। এওঁলোকে গৈ আগৰ সকলো কথা মনত পেলাই দি, এই বিশ্বাসঘাতকতাৰ ফল কি হবগৈ বুজাই দিয়াত, এওঁলোকক গালি-শপনি পাৰি, সিহঁতে খেদাইহে দিলে।

আবুছুফিয়ানে সেনাপতি হৈ একেবেলিয়েই মদিনা আক্ৰমণ কৰিবলৈ ওচৰ্ চাপি আহি, এই খাৱৈ দেখি স্তব্ধ খালে। তেতিয়া সিহঁতে নগৰ বেৰি লৈ বাজৰপৰা কাঁড় মাৰিবলৈ ধৰিলে।

কেইবা দিনো হৈ গ'ল, কিন্তু শত্রু পক্ষই কোনো সুবিধা কৰিব নোৱাৰিলে। ৰচদ-পাতি লাহে লাহে ওৰ পৰিবলৈ ধৰিলে, তাতে আকৌ মদিনাৰ মুকলি পথাৰত জাৰৰ প্ৰকোপ। সাত-পাঁচ ভাবি শত্রু পক্ষই থিৰ কৰিলে যে, যেনে তেনেকৈ খাৱৈটো পাৰ হৈ ভিতৰলৈ যাবই লাগিব। আৰবৰ বিখ্যাত বীৰ. আমৰ-বেন্-আব্দেওজ্জা আৰু আকৰ্মা-বেন্-আবুজেহেলৰ ওপৰত এই আক্ৰমণৰ ভাৰ পৰিল। এঠাইত খাৱৈটো ঠেক আছিল। আমৰে অলপ ঘোঁৰ-চাৱাৰ লৈ সেই ফালে হঠাৎ পাৰ হৈয়ে গৰ্জ্জিবলৈ ধৰিলে—"কোন বীৰ আছ, ওলাই আহ।" হজৰত ৰছুল-কৰিমে (দঃ) বদৰ-ৰণত পোৱা বিখ্যাত "জুল-ফোক্কাৰ" তৰোৱালখন হজৰত আলীক বঁটা স্বৰূপে দিছিল। শেৰে-খোদা আলীয়ে সেইখন তাৰোৱাল লৈ—"মই আছো" বুলি সন্মুখ হলগৈ। আমৰে প্ৰথমেই আলীৰ ওপৰত তৰোৱাল চলালে। চাওঁতে চাওঁতে ভয়ানক যুঁজ লাগিবলৈ ধৰিলে। একালে আৰৱৰ বিখ্যাত বীৰ আমৰ আনফালে ২৫ বছৰীয়া আলী। দুইবীৰে এনেনো তৰোৱাল চলা-বলৈ ধৰিলে যে, ভৰিৰ দপ্দপনিত ধূলি উৰি চাৰিওফাল আন্ধাৰ কৰি পেলাইছিল। তাৰ মাজত শুনা গৈছিল মাথোন অস্ত্ৰৰ. জন্-জন্ শব্দ আৰু "আল্লাহো আকবৰ" ধ্বনি, আৰু দেখা গৈছিল জুইৰ ফিৰিঙটি। শেহত আমৰ ৰণত পৰিল, বাকী চাৱাৰবিলাক পলাই ফাট্ মাৰিল। একালে বীৰ খালিদ-বেন্-অলিদে ভালেমান ফৌজ লৈ ৰছুল-কৰিম (দঃ) থকা ঠাইডোখৰ আক্ৰমণ কৰিলেহি। গোটেইদিন নেৰানেপাৰাকৈ ৰণ চলিব লাগিল, এনেকি মুছলমানবিলাকে নামাজ পঢ়িবলৈ একমিনিটৰ সময়ো নেপালে। কেইদিনমানৰ পাচত খালিদৰ এই ফৌজৰ দলটি ভেনেই জুকলা হৈ পৰিল। ইহুদীবিলাকে এনে অৱস্থা দেখি পলাবলৈ ধৰিলে।

শত্ৰু পক্ষই ভাবিছিল যে ৰছুল-কৰিমৰ (দঃ) আৰু মুছলমান জাতিৰ একেদিনে সঁচ নাইকিয়া কৰি, সিহঁতৰ ধৰ্ম্ম ধ্বংস কৰিব পাৰিব, কিন্তু এতিয়া দেখিলে যে, তিনি সপ্তাহ হৈ গ'ল তেও মুছলমানবিলাকে নিৰাপদে নগৰৰ ভিতৰত বহি আছে আৰু সিহঁতে এই জাৰৰ দিনত মুকলি পথাৰত আধামৰা হৈ পৰি কষ্ট ভুগিছে। তিনি সপ্তাহৰ পাচত, এদিন এনেনো ধুমুহা আহিল যে, বালিয়ে শত্ৰুদলৰ চকু কণা কৰি পেলোৱাত, সিহঁত একেবেলিযেই অথিৰ হৈ পৰিল। সিহঁতৰ তাম্বুবিলাক যেনিয়ে পাই তেনিয়েই উৰি গ'ল। পুৱা দেখা গ'ল—পথাৰ উদং, শত্ৰু সৈন্যৰ নাম গোন্ধো নাই।

এই ৰণত ভক্ত-কুল শিৰোমণি আনুছাৰ চৰ্দাৰ ছাআদ-বেন্-মাআজৰ গুৰুতৰ জখম হোৱাত, তেওঁ কেইদিনমানৰ পাচত 'শ্বহীদ' হয়।

এই ৰণক 'আহ্জাব' (বহুত দল) আৰু 'খন্দক' (খাৱৈ) বোলে। কাৰণ, আৰবৰ ভিন্ ভিন্ জাতি আৰু বহুত সৈন্যদল আহি মদিনা আক্ৰমণ কৰিছিলহি আৰু মুছলমানবিলাকে 'খন্দক' খানি আত্ম ৰক্ষা কৰিছিল। 'আহ্জাব' 'হেজ্ব' শব্দৰ বহু বচন, অৰ্থ বহুত দল।

## বনি-কোৰায়েজা ইহুদীবিলাকৰ ষড়যন্ত্ৰ।

কোৰায়েজা ফৈদৰ ইহুদীবিলাকে ইমান কৰিও সিহঁতৰ হেঁপাহ নপলালে। যেতিয়া দেখিলে যে, আৰববিলাকে একো কৰিব নোৱাৰিলে, তেতিয়া সিহঁতে নিজেই আন ইহুদী ফৈদৰ লগত মিলি-জুলি মুছলমানবিলাকক ধ্বংস কৰিবৰ কাৰণে ছল-চাঁচিবলৈ ধৰিলে। বনি-

নাজ্জিৰ ফৈদৰ চৰ্দাৰ হোৱাই-বেন্-আখ্তাব খায়বৰৰ ইহুদীবিলাকৰ চৰ্দাৰ হৈ পৰিছিল। এই হোৱায়ে, কোৰায়েজাবিলাকৰ কৌঠত সোমাই, খায়বৰৰ ইহুদীবিলাকক মদিনা আক্ৰমণ কৰিবলৈ মাতি পঠিয়াইছিল। এই বাতৰি পাই, নবী কৰিমে (দঃ) তিনি হেজাৰ মুছলমানক লৈ কোৰায়েজীবিলাকৰ কৌঠ ঘেৰি ললেগৈ। হজৰত আলী আলম-বৰদাৰ ( নিচান-ধাৰী ). হৈছিল।

নবী-কৰিমে (দঃ) ইহুদীবিলাকক বেলিয়েপতি আত্ম-সমৰ্পণ কৰিবলৈ কোৱাতো, সিহঁতে তেখেতৰ কথালৈ আওকাণ কৰি বৰং কৈ পঠিয়ালে, "আমি ধৰ্ম্মতঃ প্ৰতিজ্ঞা কৰি কৈছোঁ যে, ছাআদ-বেন্-মাআজৰ বিচাৰহে মান্য কৰিম আৰু তেওঁৰ ওচৰত আত্ম সমৰ্পণ কৰিবলৈ আমি মান্তি আছোঁ।" ৰছুল-কৰিমেও (দঃ) ধৰ্ম্মতঃ প্ৰতিজ্ঞা কৰি সেই প্ৰস্তাৱতে মান্তি হ'ল। ছাআদে বিচাৰ কৰি ৰায় দিলে—"ৰণত লিপ্ত হোৱা সকলো পুৰুষকে বধ কৰা হওক, আনবোৰক বন্দী কৰা হওক আৰু সিহঁতৰ মাল-বস্তু আটাইবোৰ বাজেয়াপ্ত কৰা হওক, এয়ে মোৰ সিদ্ধান্ত"। দুই ফালে আগেয়ে প্ৰতিজ্ঞাবদ্ধ, সিদ্ধান্তৰ হেৰ-ফেৰ হব নোৱাৰে। গতিকে, এই মতেই কাম কৰা হ'ল। যিবিলাকক বধ কৰা নগ'ল, সিহঁতৰ সকলোকে ৰছুল-কৰিমে (দঃ) চিৰিয়ালৈ পঠিয়াই দিলে; কাৰণ, চিৰিয়া তেতিয়া ইহুদীবিলাকৰ ঘাই কেন্দ্ৰ আছিল।

---

## ৰছুল-কৰিমৰ ১ম হজ-যাত্ৰা—হোদায়বিয়া-সন্ধি।

( জিলকদ মাহ, ৬ষ্ঠ হিজৰী। ৬২৮ খৃঃ। )

মোহাজেৰীনবিলাকে আজি প্ৰায় ছবছৰ জননী জন্মভূমি দেখা নাই। খাৱৈ-ৰণৰ প্ৰায় এবছৰৰ পাচত, যেতিয়া হজ্জৰ সময় চমু চাপলহি, তেওঁলোকে মক্কা-দৰ্শন আৰু হজ কৰিবলৈ বৰ উত্ৰাৱল হৈ পৰিল।

শয়তানে আজি ১৯ বছৰ নিজৰ যিমান শক্তি আছিল মানে তাৰে ইছলামৰ লগত নেৰানেপেৰাকৈ যুঁজিলে। এতিয়া সি আঠু কাঢ়ি, সেই সনাতন ধৰ্ম্মৰ চৰণত শৰণ লৈছেহি; সেয়ে, ইমান বাধা-বিঘিনি হোৱাতো, আজি আৰবৰ ভিন্ ভিন্ কেন্দ্ৰত 'তৌহিদৰ' কালি বাজিবলৈ ধৰিলে। মোহম্মদ (দঃ) অজেয়—কাৰণ, সত্য অজেয়!

ৰজ্জব জিল্‌কদ জিল্‌হজ্জ আৰু মহৰ্ৰম, এই চাৰি মাহক আৰব-বিলাকে বৰ পবিত্ৰ বুলি ভাবি, বিশেষকৈ মান কৰি আহিছে। এই সময়ত দন্দ কাজিয়া সকলো বন্ধ থাকে, শত্ৰু-মিত্ৰ সকলোৱে তীৰ্থ কৰিবলৈ মক্কালৈ আহে। সেইদেখি, ৰেছলাৎ-মাৱে ভাবিলে যে, এই পবিত্ৰ সময়ত শত্ৰুবিলাকে তেওঁলোকক হজ্জ কৰাত হকা-বাধা নিদিয়ে। গতিকে, ৬ষ্ঠ হিজৰীৰ জিল্‌কদ মাহৰ এটা নিৰ্দ্দিষ্ট তাৰিখে প্ৰায় ১৫ শ ভক্ত আৰু কোৰবানীৰ কাৰণ ৪০টা উট লৈ তেখেতে তীৰ্থযাত্ৰা কৰিলে। ওচৰৰ বদ্দু মুছলমানবিলাকো ওলাল! ৰছুল-কৰিমে (দঃ) ভাবিলে যে, উত্তেজনাৰ সময়ত এই উদ্ধত বদ্দুবিলাকক থমোৱা বৰ টান হব আৰু কোৰেচবিলাকেও মনত ভাবিব যে, মুছলমানবিলাকে মক্কা আক্ৰমণ কৰিবলৈহে আঁহিছে। সেই দেখি, গুণি-গাথি বদ্দুবিলাকক এই বেলি যাবলৈ হাক দিয়া গ'ল।

এতেখিনি মুছলমান দল-বান্ধি তীর্থ কৰিবলৈ অহা বাতৰি কোৰেচ্‌বিলাকে শুনি খঙত সিহঁতৰ চিৰপ্রচলিত নিয়মলৈ পাহৰি পেলাই গর্জ্জি উঠিল, "কটা! সেই খেদা-খোৱা নাস্তিকটোৱে ইমান পালেহিনে? সি শ শ শিষ্য লৈ তুনাই মক্কাত সোমাবহি, বুকু ফিন্দাই ইয়াত ঘূৰি ফুৰিবহি আৰু আমি ভেবা লাগি চাই থাকিম! ইয়াতকৈ মৰি যোৱাই ভাল।" কোৰেচ্‌ চর্দাৰবিলাকে মক্কাত সকলোকে উচটাই দি দাঁতি-কাষৰীয়া সকলো আৰবকে সিহঁতৰ লগত যোগ দিবলৈ মাতি পঠিয়ালে। ৰছুল-কৰিমে (দঃ) আন বাট এটাই দি হোদায়বিয়া নামেৰে ঠাই এখনত ওলালহি।

হোদায়বিয়া মক্কাৰ পৰা প্রায় ৭ মাইল মান দূৰ হব। তাত এটা পুৰণি শুকান নাদ আছিল। পানী নোহোৱাত বৰ অসুবিধা হৈ পৰিল। প্রবাদ আছে যে, পাচে ৰছুল-কৰিমে (দঃ) দোৱা (প্রার্থনা) কৰাত, তাত পানী চপ্‌চপীয়া হৈ পৰিল।

খোজআ ফৈদৰ আৰববিলাক পৌত্তলিক হলেও ৰছুল-কৰিমৰ (দঃ) লগত বৰ মিল থকাত সিহঁতৰ চৰ্দাৰ বোদাএল-বেন্‌-অৰ্‌কা আহি তেখেতক জনালেহি যে, কোৰেচ্‌বিলাকে আপোনাক মক্কাত সোমাবলৈ কেতিয়াও নিদিয়ে। তেখেতে বোদাএলক ক'লে, "আপুনি গৈ কোৰেচ্‌-বিলাকক কওকগৈ যে, যদিও তেওঁলোকে নেৰানেপেৰাকৈ ১৯ বছৰ আমাৰ ওপৰত ইমান অত্যাচাৰ উৎপীড়ন কৰি আহিছে, আমি তাৰ শোধ লবলৈ অহা নাই, তীর্থ কৰিবলৈহে আহিছোঁ মাথোন। এই হিংসাৰ কাৰণেই কোৰেচ্‌বিলাকৰ ইমান বিলাই হৈছে। তেওঁ-লোক এতিয়া ক্ষান্ত হওক, এটা নির্দ্দিষ্ট সময়ৰ নিমিত্তে আমাক স্বাধীন ভাৱে তীর্থ কৰিবলৈ এৰি দিয়ক। তাৰ পাচত আমি যদি জিকোঁ আৰু আৰবৰ সকলো ফৈদে যদি ইছ্‌লাম গ্রহণ কৰে,

তেতিয়া তেওঁলোকে ইচ্ছা কৰিলে ইছ্‌লাম গ্ৰহণ কৰিব; নকৰে, নকৰিব। তেওঁলোকে যদি মুছলমানবিলাকক ধ্বংস কৰাৰ সঙ্কল্প এৰি নিদিয়ে. তেনেহলে ময়ো যিমান দিন জীয়াই থাকিম তাৰ প্ৰতিকাৰ কৰিবলৈ নেৰোঁ।"

বোদাএলে কোৰেচ্‌বিলাকক সকলো কথা ভাঙ্গি-পাতি কোৱাত তেওঁলোকে ওৰৱা-বেন্-মছ্‌উদ নামেৰে এজন কটকীক ৰছুল-কৰিমৰ (দঃ) লগত কথা-বতৰা হবলৈ পঠাই দিলে। ওৰৱাই তেখেতৰ লগত কথা-বতৰা কৈ উভতি গৈ, কোৰেচ্‌বিলাকক ক'লে—'মোহম্মদে খুব সঙ্গত প্ৰস্তাব্ কৰিছে, সকলোৰে তাত সম্মত হোৱাঁ। মই কায়চৰ কেস্ৰা আৰু নাজ্জাচীৰ দৰবাৰো দেখিছোঁ, কিন্তু মোহম্মদৰ ছাহাবা সকলে তেখেতক যেনে আন্তৰিক অসীম অমায়া ভক্তি শ্ৰদ্ধা বিশ্বাস সম্মান কৰে, তেনে আৰু কতো দেখিবলৈ পোৱা নাই।"

কোৰেচ্‌বিলাকৰ পৰা একো উত্তৰ নোপোৱাত, ৰছুল-কৰিমে (দঃ) খেৰাছ নামেৰে এজন কটকীক সন্ধিৰ প্ৰস্তাৱ কৰি পঠালে। মদ-গৰ্ব্বী কোৰেচ্‌বিলাকে কটকীৰ উটটো মাৰি পেলালে আৰু কটকী জনকো হত্যা কৰিবলৈ চেষ্টা কৰিছিল। এই সময়ত কোৰেচ্‌বিলাকে এদল ফৌজ, মুছলমানবিলাকক আক্ৰমণ কৰিবলৈ পঠাইছিল। সিহঁতৰ বহুত ৰণুৱা মুছলমানৰ হাতত বন্দী হ'ল। কিন্তু ৰছুল কৰিমে (দঃ) সিহঁতক এৰি দিলে।

তাৰ পাচত ৰছুল-কৰিমে (দঃ) হজৰত ওছ্‌মানক কোৰেচ্‌বিলাকৰ ওচৰলৈ পঠালে। কোৰেচ্‌বিলাকে তেওঁক আটক কৰি পেলালে। বাতৰি আহিল—ওছ্‌মানক মাৰি পেলালে। মুছলমানবিলাক জাঙ্গল খাই উঠিল। মক্কাৰ পৰা ইমান্ দূৰৈত অলেখ শত্ৰু সৈন্যৰ মাজত, এই ১৫ শ তীৰ্থ যাত্ৰীৰ মতা-তিৰোতাই একোপা গছৰ তলত বহি

ৰছুল-কৰিমৰ (দঃ) হাতত ধৰি তেতিয়াই প্ৰতিজ্ঞা কৰিলে—"মৰিবলৈ একেবেলিয়েই সাজু, যুঁজ কৰিম, কেতিয়াও এটা ভৰিও পাচলৈ নোহোঁহকাওঁ; আল্লাৰ নাম লৈ আমাৰ এই প্ৰতিজ্ঞা।" এয়ে হৈছে "বায়আতে ৰেজ্ৱান"।

এই সময়ত তাৰ দাঁতি-কাষৰীয়া বহুত আৰব চৰ্দাৰ ৰছুল-কৰিমৰ (দঃ) লগত দেখা কৰিবলৈ আহি তেখেতৰ কথা শুনি ভোল গ'ল। কোৰেচ্‌বিলাকে তেখেতৰ বিৰুদ্ধে যিবোৰ কথা ৰটিছিল, সেইবোৰ তেনেই মিছা বুলি সিহঁতৰ ধাৰণা হ'ল। খেৰাছ্‌ কটকীৰ উটটো অন্যায়ৰূপে কোৰেচ্‌বিলাকে মাৰি পেলালে আৰু তেওঁকো মাৰিবৰ চেষ্টা কৰিছিল আৰু হজৰত ওছ্‌মানক আটক কৰি ৰাখিছে; কিন্তু গ্ৰেপ্তাৰ কৰা কোৰেচ্‌ সৈন্যবিলাকক ৰছুল-কৰিমে (দঃ) এৰি দিলে—কোৰেচ্‌বিলাকৰ এইবোৰ অন্যায় আচৰণ আৰু ৰছুল-কৰিমৰ (দঃ) এই অনুপম উদাৰতাই ওচৰৰ আৰববিলাকৰ ওপৰত বিশেষকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল। সেই দেখি আৰববিলাকে কোৰেচ্‌বিলাকৰ মাজত ঘোষণা কৰি দিলে—"আল্লাৰ ঘৰত তীৰ্থ বন্ধ কৰাৰ নিমিত্তে আমি তোমালোকৰ লগত সন্ধি কৰা নাই, তোমালোকে মোহম্মদক তীৰ্থ কৰি যাবলৈ দিয়া, নতুবা আমি তোমালোকৰ লগ এৰিম।" এনে অৱস্থা দেখি, কোৰেচ্‌বিলাকে হজৰত ওছ্‌মানক তৎক্ষণাতে এৰি দি, ছোহল-বেন্‌-আমৰক সন্ধিৰ বিষয় আলোচনা কৰিবলৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ পঠাই দিলে। তেতিয়াহে মুছলমানবিলাক শাঁত হ'ল। ৰছুল-কৰিমে (দঃ) সকলোকে বৰাই-বুজাই ক'লে—"ন্যায়ৰ, শান্তিৰ আৰু আত্মীয়তাৰ কাৰণে কোৰেচ্‌বিলাকে যি দাবি কৰে, মই তাক পুৰা কৰিম।" পাচত তলত দিয়া চৰ্ত্ত মতে সন্ধি হ'ল:—

(১) মুছলমানবিলাকে এই বছৰ হোদায়বিয়াৰ পৰা উভতি যাব।

(২) অহা বছৰত সিহঁতে তীৰ্থ কৰিবলৈ আহিব পাৰিব, কিন্তু তিন দিনতকৈ বেচি দিন মক্কাত থাকিব নোৱাৰিব।

(৩) বাটৰ কাৰণে যিমান হাঁতিয়াৰ লাগতিয়াল, সিমানেহে মুছলমানবিলাকে লগত আনিব পাৰিব, তাকো থৈলাৰ ভিতৰত বন্ধ কৰি।

(৪) মক্কাত যিবিলাক মুছলমান আছে মোহম্মদে তেওঁলোকক মদিনালৈ নিব নোৱাৰিব। তেওঁৰ লগৰ কোনো মানুহে যদি মক্কাত থাকি যাব খোজে, তেওঁ হাক দিব নোৱাৰিব।

(৫) তেওঁলোকৰ কোনো মুনিহ কোৰেচবিলাকৰ ওচৰলৈ পলাই আহিলে, কোৰেচ্‌বিলাকে তেওঁক মুছলমানবিলাকক ওলোটাই নিদিয়ে। কিন্তু মক্কাৰ কোনো মুছলমান বা অমুছলমান মুনিহ মুছলমানবিলাকৰ ওচৰলৈ গ'লে, মুছলমানবিলাকে তেওঁক কোৰেচ্‌বিলাকক ওলোটাই দিবলৈ বাধ্য থাকিব।

(৬) ইয়াৰ পাচত, এক পক্ষে আন পক্ষৰ লগত কোনো প্ৰকাৰৰ শত্ৰুতা নকৰিব।

(৭) আৰবৰ আন ফৈদবিলাকে নিজ ইচ্ছাৰে যেই সেই পক্ষৰ লগত স্বাধীন ভাবে মিত্ৰতা কৰিব পাৰিব।

এই অপমানসূচক শৰ্তবিলাকত হজৰত আবুবকৰত বাজে, সকলো মুছলমানেই অসন্তুষ্ট হৈছিল। সন্ধি কাকতখন লিখিবলৈ যো-জা কৰা হৈছে, এনেতে আবুজন্দল নামেৰে এজন মুছলমান ভৰিত লোৰ বেৰি লৈ পলাই আহি তাত ওলাল'হি। তেওঁক দেখিয়েই ছোহেলে কবলৈ ধৰিলে—"সত্য ৰক্ষাৰ এই প্ৰথম পৰীক্ষা। মোহম্মদ! তুমি এতিয়া আবু-জন্দলক কোৰেচৰ ওচৰত ওলোটাই দিবলৈ বাধ্য।" তেতিয়া ৰছুল-কৰিমে (দঃ) আবু-জন্দলক মক্কালৈ উলটি যাবলৈ ক'লে।

আবু-জন্দলে নিজৰ গাৰ ঘাবোৰ দেখুৱাই, তেখেতক কান্দি কান্দি নিজৰ দুখৰ কাহিনী কৈ, কবলৈ ধৰিলে—“আজি মোক কোৰেচ্‌বিলাকৰ হাতত ওলোটাই দিয়া হৈছে। সিহঁতে ধৰ্ম্ম এৰুৱাবৰ কাৰণে মোৰ ওপৰত আকৌ এনে অত্যাচাৰ কৰিব।” ৰছুল-কৰিমে (দঃ) সান্ত্বনা দি ক’লে, “আবু-জন্দল! তোমাৰ পৰীক্ষা বৰ টান, ধৈৰ্য্য ধৰা, আমি এই মাত্ৰ সন্ধি কৰিছোঁ, তাক অমান্য কৰা অসম্ভৱ। আল্লাই এই বিপদত তোমাৰ নিমিত্তে বাট মোকোলাই দিব।” পাচত আবু-জন্দলক কোৰেচ্‌বিলাকক ওলোটাই দিয়া হ’ল। সন্ধি-কাকত হজৰত আলীয়ে লিখিলে।

ৰছুল-কৰিমে (দঃ) মদিনালৈ উলটি অহাৰ পাচত, ওৎবা নামেৰে এজন মুছলমান কথমপি কোৰেচ্‌বিলাকৰ বন্দীখানাৰপৰা পলাই ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গ’ল। কোৰেচ্‌বিলাকে ততালিকে তেখেতৰ ওচৰলৈ দুজন কটকী পঠাই, তেওঁক ওলোটাই পোৱাৰ দাবি কৰিলে। ৰছুল কৰিমে (দঃ) ক’লে—“ওৎবা! তুমি মক্কালৈ উভতি যাব লাগিব। ধৰ্ম্ম-প্ৰতিজ্ঞা ভঙ্গ আৰু বিশ্বাসঘাতকতা কৰা আমাৰ পৰা হব নোৱাৰে।” ৰছুল-কৰিমে (দঃ) ওৎবাক কটকীৰ লগত মক্কালৈ পঠাই দিলে। বাটত ওৎবাই লগৰীয়া দুজনৰ তৰোৱাল এখনেৰে এজনক কাটিলে, আৰু আনজন পলাই প্ৰাণ ৰক্ষা কৰিলে। ওৎবাই মদিনালৈ উভতি গৈ এই হত্যাৰ কথা জনাই ক’লে—“য়্যা ৰছুলুল্লাহ! আপুনি নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰি মোক বন্দী কৰি কোৰেচ্‌বিলাকৰ হাতত দিছিল, কিন্তু মই নিজৰ ধৰ্ম্মক ৰক্ষা কৰাৰ উপায় নিজেই উলিয়াই ললোঁ।” ৰছুল-কৰিমে (দঃ) এই কথা শুনি বৰ দুখিত হ’ল। ওৎবাই ভবিলে যে, কোৰেচ্‌বিলাকে আকৌ মানুহ পঠালে, পুনাই তেওঁ বন্দী হৈ মক্কালৈ যাব লাগিব। গতিকে, আৰু পলম নকৰি

তেওঁ 'ঈছ্' নামেৰে এখন ঠাইলৈ পলাই গৈ তাত আশ্রয় ললে। মক্কাৰ বহুত উৎপীড়িত মুছলমান পলাই গৈ ওৎবাৰ লগ ধালেগৈ। পাচত এই ভগনীয়া মুছলমানবিলাকে কোৰেচৰ বেহা-বেপাৰ কৰিবলৈ যোৱা মানুহবোৰক বাটত ধৰি জলাকলা কৰিবলৈ ধৰিলে। কোৰেচ্-বিলাকে তৎ নেপাই ৫ম শৰ্তটো ৰদ কৰি দিলে। পাচত উৎপীড়িত মুছলমানবিলাকে জাকে জাকে মদিনালৈ আহিবলৈ ধৰিলে।

আবুৰাফি নামেৰে এজন মানুহক কোৰেচ্‌বিলাকে দূত স্বৰূপে হজৰত ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ পঠাইছিল। সেই কটকীজনে তেখেতৰ 'নুৰাণি' (জ্যোতির্ম্ময়) চেহেৰা দেখি আৰু উপদেশ শুনি ভোল গৈ ইছ্‌লাম গ্ৰহণ কৰিলে আৰু মদিনালৈ উভতি যাব নুখুজিলে। "হজৰত ৰছুল-কৰিমে (দঃ) ক'লে—'মই সন্ধি শৰ্ত ভাঙ্গিব নোৱাৰোঁ, তুমি যাবই লাগিব।" অগত্যা, তেওঁ যাবলৈ বাধ্য হ'ল।

ছাহাবাসকলে হোদায়বিয়া-সন্ধিৰ শৰ্তবিলাক বৰ অপমান-সূচক বুলি ভাবিছিল, কিন্তু পাক কোৰ্‌আন শ্বৰিফত ইয়াক 'ফটেহ মুবিন' (স্পষ্টজয়) (১) বুলি উল্লেখ কৰা হৈছে; কাৰণ, হোদায়বিয়াত আৰববিলাকৰ সকলো হিংসা আৰু দুষ্টালি, ৰছুল-কৰিমৰ (দঃ) ক্ষমা, প্ৰেম আৰু শান্তি-প্ৰিয়তাৰ আগত সম্পূৰ্ণৰূপে হাৰ মানিলে।

আৰব জনসাধাৰণে এতিয়া কোৰেচবিলাকৰ টেঙ্গৰালি ভালকৈ বুজিব পাৰিলে। সিহঁতে মিছাকৈয়ে ৰছুল-কৰিমৰ (দঃ) বিৰুদ্ধে নানা ৰকমৰ কথা ৰটি গোটেই আৰবত অশান্তিৰ জুই লগাই দিছিল। এই সন্ধি হোৱাত মুছলমানবিলাকে আৰবৰ সকলো ঠাইতে সুবা-

(১) কোৰ্‌আন—চুৰা ইন্না ফাতাহ্‌না, ১ আয়ত। হোদয়বিয়াৰ পৰা মদিনালৈ উভতোতে বাটত 'ইন্না ফাতাহ্‌না' চুৰা অবতীৰ্ণ হয়।

চকা কৰিবলৈ, সকলোৰে লগত মিলিবলৈ আৰু ইছ্লাম কি, তাৰ প্ৰকৃত শিক্ষা বা সাধনা কি আৰু পৌত্তলিকতা কি, তাক ভালকৈ অমুছলমানবিলাকক বুজাই দিবলৈ সোণালি সুযোগ পালে।

আৰববিলাকে মুছলমানবিলাকৰ চৰিত্ৰৰ মহিমা আৰু উপদেশৰ সত্যতা বুজিব পাৰি মুগ্ধ হৈ তেওঁলোকৰ কথা লবলৈ ধৰিলে। এইদৰে হোদায়বিয়া-সন্ধিৰ পাচত প্ৰায় দুবছৰৰ ভিতৰত মুছলমানৰ সংখ্যা দুগুণতকৈও বেঁচি হৈ গ'ল। কিন্তু দুখৰ বিষয় কৰ্ম্ম-ক্ষেত্ৰত ৰছুল-কৰিমৰ (দঃ) এই পুণ্য আদৰ্শ আৰু 'চুন্নত' (ৰীতি-নীতি) মুছলমান সমাজে আজিকালি সমূলি পাহৰি গ'ল।

## খায়বৰ ৰণ।

৭ হিজৰী মহৰম, ৬২৮ খৃঃ।

খায়বৰ ৰণত ইহুদীবিলাকে বিশ্বাসঘাতকতা কৰাত, সিহঁত কোৰেচ্-বিলাকৰ দাঁতৰ-শাল, চকুৰ-কূটা হৈ পৰিল। ইহুদীবিলাকে বুজিলে, এই ৰণতে কোৰেচ্বিলাকৰ ৰাজহাড় আৰু কঁকাল ভাগিল আৰু মুছলমান-বিলাকৰো বহুত হানি হ'ল। 'হিজৰতৰ' সময়ৰ পৰাই সিহঁতে মুছলমানবিলাকক নিৰ্ম্মূল কৰিবলৈ চেষ্টা কৰিছিল। মদিনাৰ পৰা তিনি চাৰি দিনৰ বাট দূৰৈত, পূব-উত্তৰ ফালে খায়বৰ নামেৰে এঠাইত, বনি-নাজিৰ আৰু বনি-কয়নকা ফৈদৰ ইহুদীবিলাকে মদিনাৰ পৰা খেদা খাই আছিলগৈ। সিহঁতে ভাবিলে যে, এতিয়া এই চলতে গোটেই আৰবত ইহুদী সম্ৰাজ্য স্থাপন কৰিব পৰা হ'ব।

'গৎফান' বন্দুবিলাক ইছ্‌লামৰ চিৰ-শত্ৰু। ইহুদীবিলাকে এই 'গৎফান' ফৈদ আৰু গৎফানৰ ওচৰচুবুৰীয়া পৌত্তলিকবিলাকক উত্তেজিত কৰি, একে গোট হৈ, মদিনা আক্ৰমণ কৰিবলৈ বহুত সৈন্য গোটালে আৰু সুবিধা পালেই মুছলমানবিলাকক পাৰেমানে অত্যাচাৰ কৰিবলৈ ধৰিলে। এবেলি এই শ্বয়তানবিলাকে এদল মুছলমান সাউদক আক্ৰমণ কৰি, সিহঁতৰ বহুত মানুহক মাৰিলে, আৰু বহুতক ঘুনীয়া কৰিলে আৰু সিহঁতৰ সকলো ধন-সম্পত্তি লুটি নিলে।

ইহুদীবিলাকৰ এনে আচৰণ দেখিও, শান্তিপ্ৰিয় ৰছুল-কৰিমে (দঃ) ধৈৰ্য্য ধৰি আছিল, এনেকি সিহঁতৰ লগত সন্ধি কৰিবলৈ তেখেতে ব্যগ্ৰহে হৈছিল। কিন্তু তেখেতে এনেকৈ মনে মনে সহি থকাত ইহুদীবিলাকৰ সাহ-পিত বাঢ়ি গ'ল। আৰু মুছলমানবিলাকৰ বল ভাগিল বুলি ভাবি, সিহঁতে এদল ডকাইত মদিনাৰ বাটলৈ পঠাই দিলে। এই ডকাইত দলে মদিনাৰ ওচৰৰ 'জু-কাবাদ' নামেৰে এখন চৰণীয়া পথাৰৰপৰা ৰছুল-কৰিমৰ (দঃ) আৰু আন আন মুছলমানবিলাকৰ উট আৰু ছাগলীবিলাক লুটি লৈ যায় আৰু এজন মুছলমানক মাৰি তেওঁৰ তিৰোতা জনীক ধৰি নিয়ে।

খায়বৰ মদিনাৰপৰা তিনি কি চাৰি দিনৰ বাট। ইয়াত ইহুদী-বিলাকৰ আঠোটা অজেয় কোঁঠ আছিল। খায়বৰ শব্দৰ অৰ্থ কোঁঠেৰে বেষ্টিত ঠাই। ইয়াতে, মদিনাৰ পৰা খেদাই দিয়া বনি-নাজিৰ আৰু বনি-কোৰায়জা দলৰ বহুত ইহুদী আহি, ইয়াৰ ইহুদী-বিলাকৰ লগত গোট খাই, মদিনা আক্ৰমণ কৰিবলৈ সাজু হৈছিল।

ইমান দিন ৰছুল-কৰিমে (দঃ) ইহুদীবিলাকৰ আৰু 'গৎফান' ফৈদৰ অত্যাচাৰ সহি নিতাল মাৰি আছিল। বেতিয়া তেখেতে

দেখিলে যে, মুছলমানবিলাকৰ অস্তিত্ব ৰক্ষা কৰা টান হৈ পৰিছে আৰু শত্ৰু পক্ষে অতি সোনকালে মদিনা আক্ৰমণ কৰিবহি বুলি উৰা বাতৰি পালে, তেতিয়া জু-কাৰাদৰ ঘটনাৰ তিন দিনৰ পাচত ৭ম হিজৰীৰ মহৰম মাহত, চৈধ্য শ পদাতিক আৰু দুশ ঘোঁৰ ছাৱাৰ লৈ তেখেতে শত্ৰুক বাধা দিবলৈ খায়বৰলৈ যাত্ৰা কৰিলে।

ইহুদী জাতি ষড়যন্ত্ৰ, বিদ্ৰোহ, লুট-পাট, গুপ্ত-হত্যা কৰাত যদিও পাকৈত, মুখামুখিকৈ যুঁজিবলৈ সিহঁতৰ এধানমানো সাহ-পিত নাছিল। আনেকাদিনা দোক্‌মোকালিতে মুছলমান ফৌজৰ 'আল্লাহো আক্‌বৰ ধ্বনি হঠাৎ খায়বৰ কোঁঠৰ আগত শুনি, ইহুদীবিলাকে ভয়ত কোঁঠ বিলাকত সোমাই আশ্ৰয় ললেগৈ আৰু ভাবিলে যে, অতি সোনকালে গৎফানী বন্ধুবিলাক আহি সিহঁতক সহায় কৰিবহি। মুছলমান ফৌজে কোঁঠবিলাক ঘেৰি ললে আৰু এনে দিহা কৰি ললে যাতে গৎফান ফৈদৰ কোনো মানুহ আহিব নোৱাৰে। গৎফান ফৈদৰ মানুহে, এই আক্ৰমণৰ বাতৰি পায়েই, বাটিৰে পৰা উভতি গ'ল। ইহুদীবিলাকৰ বুকু কঁপিবলৈ ধৰিলে। আল্লাৰ হুকুমত, তিনি সপ্তাহত, 'হাজল-কমুচ' কোঁঠত বাজে, সকলো কোঁঠ মুছলমানে দখল কৰে। ৰছুল-কৰিমে (দঃ) হজৰত আলীক 'আলম্ ৰৰদাৰ' (নিচান ধাৰী) কৰি, এই 'হাজল কমুচ' কোঁঠ আক্ৰমণ কৰিবলৈ হুকুম দিলে। শেৰে-খোদা সিংহৰ দৰে গুজৰি হাতত জুল্-ফোক্কাৰ' তৰোৱাল লৈ মোছ্‌লিম সৈন্যৰে সৈতে বিষম সাহহৰে কোঁঠৰ দেৱাল ডেই ভিতৰত হঠাৎ শত্ৰুবিলাকৰ ওপৰত পৰিল। শত্ৰুপক্ষই এই আকস্মিক বিপদ দেখি পেপুৱা খাই, নিজেই অস্ত্ৰ এৰি ধৰা দিলে। চাওঁতে চাওঁতে সেই কোঁঠৰ ওপৰত মোছ্‌লিম্ নিচান উৰিবলৈ ধৰিলে। এই ৰণত ৯৩ জন ইহুদী আৰু ১৫ জন মুছলমান হানি হ'ল।

এই ৰণত হজৰত আলীৰ আলৌকিক বীৰত্বৰ প্ৰভাৱ আৰু অসাধাৰণ ৰণ-বিদ্যাৰ পৰিচয় বুৰঞ্জীৰ পাতত সোণালী আখৰেৰে লিখা আছে।

খায়বৰত জিকাৰ পিচত ৰছুল-কৰিমে (দঃ) হুকুম দিলে—"ইহুদী-বিলাকে আগৰ দৰে স্বাধীন ভাবে নিজৰ ধৰ্ম্ম পালন কৰিব পাৰিব। মুছমানবিলাকৰ দৰে কোনো ৰকম আয়কৰ (income tax) বা মাটিৰ কৰ (land revenue) দিব নেলাগে। ৰণত যোগ দিবলৈ বাধ্য নহয়। সিহঁতৰ নিজ ঘৰ-বাৰীত আৰু মাটি-ভেঁটিত আগৰ দৰে স্বত্বাধিকাৰ থাকিব। মালিক স্বৰূপে ফচলৰ ভাগ আগেয়ে যেনেকৈ জমিদাৰে পাইছিল, তেনেকৈ এতিয়াৰেপৰা মদিনাৰ ৰাজ চৰকাৰে পাব।"

আজি যদি ইহুদীবিলাকে জিকিলহেঁতেন, মুছলমানৰ নাম-গোন্ধ এই পৃথিবীত চিৰকাললৈ লোপ পালেহেঁতেন। এনে প্ৰাণৰ বৈৰীক সম্পূৰ্ণৰূপে ভৰিৰ তলত পায়ো, সিহঁতক আগৰ সকলো অধিকাৰ দিয়া হ'ল। জগতৰ বুৰঞ্জীত এনে উদাৰতাৰ তুলনা আছেনে?

খায়বৰ-ৰণৰ সময়ত, কেনানাই বিশ্বাসঘাতকতা কৰি মাহমুদ নামেৰে এজন ছাহাবীক মাৰি পেলায়। ৰণ শেহ হোৱাত, এই নৰহত্যা দোষত প্ৰচলিত আইন অনুসৰি, কেনানাৰ প্ৰাণদণ্ড হয়।

ৰছুল-কৰিম (দঃ) আৰু চাৰিজন খলিফাৰ সময়ত, মুছলমান তিৰোতাসকলে ৰণ-ক্ষেত্ৰত জখমী মুছলমানবিলাকক বা-জলপান খুৱাইছিল, তাবুত আনি সিহঁতৰ ঘা ধুই দৰৱ লগাই পটি বান্ধি দি আলপৈচান ধৰিছিল, আঠে-পহে ময়দানতো পুৰুষবিলাকক হাতিয়াৰে যোগাইছিল আৰু স্বামী, ভাই-ককাই, বাপেক-পুতেকৰ কাষত থিয় হৈ তৰোৱাল হাতত লৈ বীৰত্বৰ পৰাকাষ্ঠা দেখুৱাইছিল। এই দৰে এদল তিৰোতা খায়বৰ ৰণতো যোগ দিছিল।

খায়বৰৰ দাঁতিকাষৰীয়া ইহুদীবিলাকে ভয়ত বিচেষ্টা হৈ ৰছুল কৰিমৰ (দঃ) ওচৰত নিজেই ধৰা দিলেহি। তেখেতে সিহঁতৰ অৱস্থা দেখি বৰ দুখিত হ'ল আৰু সিহঁতৰ সকলো দোষ খেমিলে। আগলৈ ব্যৱস্থা হল যে, এই ইহুদীবিলাকেও কোনো ৰকমৰ আয়-কৰ (Income tax) বা মাটিৰ খাজানা দিব নেলাগে। সিহঁতে বছৰে পতি অলপ 'জিজিয়া' কৰ দিব। মদিনাৰ সাধাৰণ-তন্ত্ৰৰ তলত থকা মুছলমানবিলাকে বছৰে পতি সকলো আয়ৰ শতকৰা ২৷৷০ টকাকৈ আয়কৰ দিবলৈ বাধ্য। ইয়াৰ বাহিৰে যিমান শস্য হয়, তাৰ ১/১০ ভাগ কৰস্বৰূপ দিব লাগে। গৰু ছাগলী আদি জন্তুৰ ওপৰতো এই দৰে কৰ নিৰ্দ্ধাৰিত আছিল। ইয়াকে 'জাকাত' (১) বোলে। কিন্তু অমুছলমানবিলাকে মাত্ৰ 'জিজিয়া' দিলেই হয়। সিহঁত ৰণলৈ যাবলৈ বাধ্য নহয়; কিন্তু সাধাৰণ-তন্ত্ৰই সিহঁতৰ ধন-প্ৰাণ মান-মৰ্য্যদা ৰক্ষা কৰিবলৈ বাধ্য।

হজৰত ৰছুল-কৰি মক বিহ খুউৱা।

এইবোৰ ব্যৱস্থা কৰাৰ পাচত ৰছুল-কৰিমে (দঃ) দিনচেৰেক খায়বৰত জিৰায়। এই সময়ত গোটা-দিয়েক ইহুদীয়ে তেখেতৰ প্ৰাণ বধিবলৈ পাং পাতি জয়নৰ নামেৰে এজনী শীতল-সন্নিপাত ইহুদী তিৰোতাক ছাগলী মঙহত বিহ দি ৰান্ধিবলৈ ক'লে। জয়নবে সেইমতে বিহ মিলাই কাবাব তৈয়াৰ কৰি উপযাচি আনি ৰছুল-কৰিমৰ (দঃ) ওচৰত থিয় হৈ আৰজ কৰিলে—"য়্যা ৰছুলুল্লাহ! আপোনাৰ কাৰণে এই সামান্য 'হাদিয়া' (ভেঁটী) আনিছোঁ, আপুনি গ্ৰহণ কৰিবনে?" ৰছুল-কৰিমে (দঃ) আনন্দেৰে সেই 'কাবাবৰ' ভেঁটী গ্ৰহণ কৰি, ছাহাবাসকলক লগত লৈ খাবলৈ বহিল। 'বেশৰ' নামেৰে এজন

(১) উত্তৰা-কাণ্ডৰ 'ইছলাম্' ১০ X পিঠি চাওক।

ছাগাবীয়ে এডোখৰ মঙহ গিলি পেলালে। ৰছুল-কৰিমে (দঃ) এডোখৰ গিলিয়েই ছাহাবাসকলক ক'লে—"মঙহত বিহ আছে, সাৱধান!" তেখেতৰ গোটেই গা পুৰিবলৈ ধৰিলে, বেশ্বৰ তেতিয়াই বিবৰণ হৈ পৰি প'ল।

জয়নব আৰু আন আন পাষণ্ডবিলাকক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ অনোৱা হ'ল। তেখেতে সিহঁতক, এনে আচৰণৰ কাৰণ কি, সুধিলত জয়নবে ক'লে, "আপোনাক হত্যা কৰিবলৈকে মই এনে অন্যায় কাম কৰিছিলোঁ।" তেখেতে হাঁহি ক'লে, "আল্লাই কেতিয়াও এই কামত তোৰ মনোবাঞ্ছা পূৰণ নকৰে। সত্যৰ সেৱা আৰু তাক প্ৰচাৰ কৰিবলৈ আল্লাই মোক হুকুম দিছে, মোৰ এই সাধনা যেতিয়ালৈকে পূৰা নহয়, তেতিয়ালৈকে জগতৰ গোটেই বিহ ঢালিও কেৱে মোৰ প্ৰাণ লব নোৱাৰে।" জয়নবৰ কথা শুনি সকলো ছাহাবাই কেউফালৰ পৰা চিঞৰি উঠি কবলৈ ধৰিলে—"য়্যা ৰছুলুল্লাহ! এতিয়াও আমি এই পিশাচিনীৰ প্ৰাণ বধ কৰাৰ হুকুম নেপাম নে?" তেখেতে ধীৰ আৰু গহীন ভাবে উত্তৰ দিলে "ৰ'ব, আপোনালোকে ধৈৰ্য্য ধৰক।" ধন্য আত্ম ত্যাগ! তাৰ পাচত ইহুদীবিলাকে এই বুলি উত্তৰ দিলে—"আপুনি সঁচা নবী নে মিছা, তাকে পৰীক্ষা কৰিবৰ নিমিত্তে এনে কাম কৰিছিলোঁ। ভাবিছিলোঁ আপুনি যদি ভণ্ড, তেন্তে এই বিহ মিলোৱা মঙহ খালেই মৰিব আৰু যদি সঁচাকৈয়ে আল্লাৰ নবী, তেন্তে এই বিহে আপোনাক একো কৰিব নোৱাৰে।" ওচৰত 'বেশ্বৰে' বিহৰ পোৰণিত মাটিত পৰি ছট্‌ফট্ কৰিছে, কিন্তু ৰছুল-কৰিমে (দঃ) নিজৰ অৱস্থালৈ আওকাণ কৰি বিচাৰ কৰিছে। ছাহাবাসকলে এই পৰাজিত আৰু পদানত পাষণ্ডবিলাকক বধ কৰিবৰ নিমিত্তে উত্ৰাৱল হৈছে, কিন্তু শাস্তি দিয়াৰ শক্তি থাকোতেও ৰছুল-কৰিমে (দঃ) এনে ঘোৰ কাল্-শত্ৰুবিলাকক

ক্ষমা কৰিছে, ইয়াৰ কাৰণ কি? গোটেই বুৰঞ্জীয়ে ফট্ফটীয়াকৈ সাক্ষ্য দিছে যে, ৰছুল-কৰিমে (দঃ) নিজৰ ব্যক্তিগত অত্যাচাৰ আৰু অপৰাধৰ বাবে কেতিয়াও কোনো অত্যাচাৰীক বা অপৰাধীক কোনো ৰকম শাস্তি দিয়া নাই। আজি ৰছুল-কৰিমৰ (দঃ) প্ৰকৃত স্বৰূপটি যেতিয়া ইহুদীবিলাকৰ চকুৰ আগত জলজলীয়াকৈ জিলিকিবলৈ ধৰিলে, তেতিয়াই সিহঁতে তেখেতৰ পাক কদমত (পবিত্ৰ চৰণত) দীঘল দি পৰিল।

ইমান বেলিলৈকে জয়নবৰ মানসিক চকুৰ আগত চাওদাঙ্গৰ অবোৱাল চিক্‌মিকাই আছিল। তাই ভাবিছিল যে, তাইৰ আৰু তাইৰ লগৰীয়াবিলাকৰ শ থিতাতে শিয়াল শগুনে খাব। কিন্তু তাই যেতিয়া দেখিলে যে, এনে প্ৰাণৰ বৈৰাকো ৰছুল-কৰিমে (দঃ) হৰিষ মনে ক্ষমা কৰিছে, তেতিয়া এই পিশাচিনীয়ে ব্যাকুল হৈ তেখেতৰ পবিত্ৰ পাদ পদ্মত দীঘল দি পৰি ক্ষমা প্ৰাৰ্থনা কৰিলে। ৰছুল-কৰিমে (দঃ) তাইকো ক্ষমা কৰিলে। কিন্তু তাই সৰহ দিন এই সুখ ভোগ কৰিবলৈ নেপালে। 'বেশ্বৰ' কেইদিনমানৰ পাচত মৰিল; গতিকে, প্ৰচলিত আইনমতে নৰহত্যা অপৰাধত তাইৰ প্ৰাণদণ্ড হ'ল।

কিনানা নামেৰে ইহুদী চৰ্দাৰ এজন ৰছুল-কৰিমৰ (দঃ) অজ্ঞাত বিবি চাফিয়াৰ শত্ৰু আছিল। তেওঁ খায়বৰ-ৰণত মুছলমানৰ লগত নিকাহ। হাতত মৰা পৰাত, তেওঁৰ বাঁৰী তিৰোতা চাফিয়া বৰ আঠাৰৰত পৰিল। চাফিয়াৰ কতো মুখ জুৰাবৰ ঠাই নাইকিয়া হ'ল, সকলোৱে লেই-লেই ছেই-ছেই কৰিবলৈ ধৰিলে। এই সময়ত তেওঁ এদিন ৰছুল-কৰিমৰ (দঃ) খেদমতত হাজিৰ হৈ আৰজ কৰিলে—"য়্যা ৰছুলুল্লাহ! মই বহুত দিন আগৰেপৰা আপোনাৰ ক্ষমাশীলতা আৰু দয়ালুতাৰ কথা শুনি আহিছো।

আপুনি মোৰ আত্মীয় মানুহবিলাকৰ পাপৰ নিমিত্তে মোক দোষী বুলি ঘিণ নকৰি, আপোনাৰ পবিত্ৰ চৰণৰ ছাঁত জিৰাবলৈ দি যেন মোক উদ্ধাৰ কৰে। তেখেতে তেওঁক তেতিয়া নিকাহ কৰে; কিন্তু তেওঁ ইহুদী ধৰ্ম্মতে থাকিল। এওঁ কোৰেয়জা ইহুদী ফৈদৰ ৰাজ-কুঁৱৰী আছিল।

আবিচিনিয়ালৈ যোৱা ভগনীয়া মুছলমানবিলাকৰ এদল আগেয়ে মদিনালৈ উভতি আহিছিল। বাকী মানুহখিনিও হজৰত আলীৰ ভায়েক জা'ফৰৰে সৈতে পাচত আহি ঠিক খায়বৰ-বিজয়ৰ শেহ দিনা তাত ওলালহি। গতিকে, মুছলমানবিলাকৰ উলাহৰ পাৰ নাইকিয়া হ'ল।

এই উভতি অহা মুছলমানবিলাকৰ মাজত ৰছুল কৰিমৰ (দঃ) ঘোৰ শত্ৰু আবুছুফিয়ানৰ বাঁৰী জীয়েক উম্মে-হবিবাও আছিল। তেওঁৰ স্বামী আবদুল্লাহ টুকো-ৰাত, তেওঁ বৰ নিঠকৰা হৈ পৰিল; কাৰণ, ইছ্লাম গ্ৰহণ কৰাত, তেওঁ বাপেকৰো চকুৰ শূল হৈ পৰিছিল। পাচে তেওঁ ৰছুল-কৰিমৰ (দঃ) সহধৰ্ম্মিনী হবলৈ বৰ হেঁপাহ কৰাত আৰু তেখেতেও আবুছুফিয়ানৰ শত্ৰুতাৰ পৰা ৰক্ষা পাবৰ আশাৰে তেওঁক নিকাহ কৰি, তেওঁৰ দুৰবস্থা গুচায়।

বিবি উম্মে-হবিবাৰ লগত নিকাহ।

ৰছুল-কৰিমক (দঃ) বিহ-খুউৱাৰ পাচত, হাজ্জাজ নামেৰে এজন ধন-কুবেৰ আৰু নামী ইহুদী সাউদে উপযাচি ইছ্লাম গ্ৰহণ কৰে। মক্কাৰ বেপাৰীবিলাকৰ গাত তেওঁৰ বহুত টকা আছিল। তেওঁৰ মুছলমান হোৱা বাতৰিটো মক্কাত প্ৰচাৰ হোৱাৰ আগেয়ে, তেওঁ মক্কাত আহি উলিয়াই দিলে—"মোহম্মদ ৰণত একেবেলিয়েই হাৰিল,

হাজ্জাজ ইহুদীৰ ইছ্লাম গ্ৰহণ।

মুছলমানবিলাকৰ কঁকাল চিৰকাললৈ পৰিল, মোহম্মদক ইহুদীবিলাকে বন্দী কৰিলে আৰু তেওঁক কটা-বান্ধ দি এতিয়া মক্কালৈ চালান দিব খুজিছে। ইয়াত আপোনালোকে নিজ হাতেৰে তেওঁৰ টেঁটু ছিঙিব।" খায়বৰ ৰণৰ ফলাফল জানিবলৈ মক্কাৰ মানুহবিলাকে বৰ উৎকণ্ঠিত হৈ আছিল। এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া। এই বাতৰি শুনা মাত্রকে সিহঁতৰ ৰঙৰ পাৰ নাইকিয়া হ'ল। চহৰৰ ইমূৰৰ পৰা সিমূৰলৈকে আনন্দৰ খলকনি লাগি পৰিল। হাজ্জাজে অৱস্থা বুজি, আকৌ কবলৈ ধৰিলে—"আপোনালোকৰ আনন্দ উৎসৱত যোগ দিবলৈকে মই মক্কালৈ আহিছোঁ। কিন্তু সাপ মাৰি নেগুৰত বিষ থোৱা অন্যায়—মোহম্মদৰ শিষ্যবিলাক এলা-পেচা মানুহ নহয়, সিহঁতে আকৌ মূৰ তুলিবৰ সময় পোৱাৰ আগেয়ে, মদিনা আক্রমণ কৰিবই লাগিব. ফাঁপৰী কঠীয়াৰ সঁচ আৰু থবই নেলাগে। কিন্তু ইয়াকে কৰিবৰ হলে বহুত টকাৰ দৰ্কাৰ। সেইদেখি, আমি যিমান ইহুদী বেপাৰী আছোঁ সকলোৱে থিৰাং কৰিছোঁ যে, এই কামৰ নিমিত্তে আমি আমাৰ যথা সৰ্ব্বস্ব খৰচ কৰি পেলাম। আপোনালোকে ততাতৈয়াকৈ মোৰ পা-পয়চা কেইটা শোধ কৰি দিয়ক। মই মদিনালৈ গৈ ককালত টঙালি বান্ধি কাম আৰম্ভ কৰি দিওঁগৈ। এইদৰে ভুৱা দি হাজ্জাজে নিজৰ সকলো ধন-বিত্ত গোটাই লৈ মক্কা এৰিলে আৰু যাবৰ সময়ত হজৰত আব্বাছক আচল কথা কৈ গ'ল।

## ৰছুল-কৰিমৰ ২য় হজ-যাত্ৰা।

খায়বৰৰ পৰা উভতি অহাৰ মাহচেৰেকৰ পাচত হোদায়বিয়া-সন্ধিৰ শৰ্ত অনুসৰি ৰছুল-কৰিমে (দঃ) দুহেজাৰ ছাহাবাক লগত লৈ এই বেলি জিলকাদ মাহৰ ১লা তাৰিখে তীৰ্থ যাত্ৰা কৰে। কিন্তু এইটো দৃশ্য কোৰেচবিলাকৰ অসহনীয় হোৱাত, চৰ্দাৰবিলাকে আবুকোবা-এছ পৰ্ব্বতলৈ গুচি গ'ল। সন্ধিৰ শৰ্ত মতে ৰছুল-কৰিমে (দঃ) তিন দিন মক্কাত থাকি তীৰ্থৰ সকলো কাম-কাজ সমাধা কৰি ক'বাৰ ভিতৰলৈ সোমাব খুজিছিল; কিন্তু কোৰেচবিলাকে হকা-বাধা দি ক'লে,—"সন্ধি-কাকতত মুঠে তীৰ্থ কৰাৰ কথাহে আছে, কা'বাত সোমোৱাৰ কথা নাই।" ৰছুল-কৰিমে (দঃ) ধৈৰ্য্য ধৰি, চতুৰ্থ দিনা লগৰীয়াবিলাকক লৈ মদিনালৈ উভতিল। কোৰেচবিলাকে ৰছুল-কৰিমক (দঃ) নথৈ দুৰ্ব্ব্যৱহাৰ কৰিছিল, কিন্তু তেখেতৰ অসাধাৰণ গুণ আৰু চৰিত্ৰৰ প্ৰভাৱত সিহঁত মুগ্ধ হৈ, ইয়াৰ অলপ পাচতে জনচেৰেক কোৰেচ মদিনালৈ গৈ নিজেই ইছলাম গ্ৰহণ কৰে।

'হিজৰতৰ' ৭ম বছৰ, ৬২৯ খৃঃ।

## ইছলামৰ ফাললৈ ৰজাসকলক দাৱাত।
### (৭ হিজৰী ৬২৮ খৃঃ)।

"সৃষ্টি পাতনিৰ পৰা জগতৰ ক্ষেত্ৰে ক্ষেত্ৰে, যুগে যুগে মহাপুৰুষ সকলৰ আবিৰ্ভাৱ হৈ, তেখেতসকলে মানুহক আল্লাৰ ফাললৈ

'দাৱাত' ( আহ্বান ) কৰি গৈছে। কিন্তু তেখেতসকলে কেৱল নিজ নিজ যুগৰ, দেশৰ আৰু জাতিৰ মঙ্গল চিন্তাত ব্যস্ত আছিল। হজৰত মুছাই ( Moses ), ফেৰাওনৰ ( Pharoah ) হাতৰ পৰা নিজৰ জাতিক কেনেকৈ মুক্ত কৰি কেনেকৈ নিজৰ সাম্রাজ্য স্থাপন কৰিব, মাথোন তাকেহে ভাবিছিল। যীচুৱে স্পষ্টকৈ কৈ গৈছে যে, পৰজাতীয় মানুহৰ লগত তেখেতৰ কোনো সম্পৰ্ক নাই ; তেওঁ মাথোন বনি-ইস্রাইলৰ (Israelites) নিমিত্তেহে আহিছে। প্লাটো, জিন্দাবেস্ত, শ্ৰীকৃষ্ণ, বুদ্ধদেৱ আদি মহাপুৰুষৰ শিক্ষা তেখেতসকলৰ নিজ নিজ দেশৰ ভিতৰতে সীমাবদ্ধ আছিল। এই মহাপুৰুষসকলৰ প্ৰচাৰিত ধৰ্ম্মৰ মূল সত্যক মানুহে পাহৰি যোৱাত, দেশে দেশে আৰু সমাজে সমাজে ভয়ঙ্কৰ আওপকীয়া তৰ্কৰ সৃষ্টি হ'ল আৰু তেওঁলোক ইটো সিটোৰ কাল্-শত্ৰু হৈ পৰিল। আগৰ যুগ ও কালৰ অৱস্থা অনু-সৰি, তেনে ব্যৱস্থাত বাজে আন উপায় নাছিল ; কিয়নো তেতিয়াও মানুহ জাতিৰ অৱস্থা এটা সৰ্ব্বব্যাপী চিৰস্থায়ী পৰিপুষ্ট সম্পূৰ্ণ ধৰ্ম্মৰ উপযোগী হৈ উঠা নাছিল। সেই দেখি, এই অৱস্থাৰ পৰিবৰ্ত্তন হোৱাৰ লগে লগে আল্লাৰ শেষ-নবী হজৰত মোহম্মদ মোস্তাফাৰ ( দঃ ) আবিৰ্ভাৱ হৈছিল। তেখেত আহিছিল সকলো দেশৰ সকলো জাতিৰ আৰু সকলো ধৰ্ম্মৰ সকলো মানুহৰ ওচৰত আল্লাৰ এটা মহীয়সী বাণীৰ অৱতাৰণা কৰিবলৈ। তেখেতলৈ এই বিশেষ হুকুম হৈছিল—তুমি বিশ্ব-মানৱক তেওঁলোকৰ প্ৰেমময় প্ৰভুৰ নামত, সেই সাধাৰণ আৰু সনাতন সত্যৰ ফালে আহ্বান কৰা। জগতৰ সকলো বেমেজালি আৰু সকলো খকা-খুন্দা চিৰকাললৈ লুপ্ত হৈ যাওক। সচাঁকৈয়ে ইছ্লামেই জগতৰ ধৰ্ম্মগত আৰু জাতিগত সমস্যাৰ এক মাথোন সমিধান :

ইমান দিনে জনাব ৰছুলে-খোদাৰ, সাধনাৰ বাটত, বহুত আলৈ-আহুকাল সহ্য কৰিব লগাত পৰিছিল। হোদায়বিয়া-সন্ধিৰ পাচত দিনচেৰেকৰ নিমিত্তে সেইবোৰ কমি অহাত, তেখেতে নিশ্চিন্ত হৈ পৰম করুণাময় 'ৰহ্‌দহু লা খৰিকৰ' পাকদিন (পবিত্ৰধৰ্ম্ম) ইছ্‌লাম সদৌ জগতত প্ৰচাৰ কৰিবলৈ ব্ৰতী হৈ, দেশ-বিদেশৰ ডাঙৰ ডাঙৰ ৰজা—ৰোম, হাব্‌চ্‌, মিচিৰ, ইৰাণ আদি আৰু সকলো ফৈদৰ বা খেলৰ চৰ্দাৰসকলক আৰু সকলো জাতিৰ ধৰ্ম্মাৱলম্বীসকলক ইছ্‌লামলৈ আহ্বান কৰি, এই বুলি ঘোষণা কৰিলে—"মানুহ মাত্ৰেই আল্লাৰ সন্তান। জগতৰ সকলো দেশৰ আৰু সকলো যুগৰ নবী-ৰছুল আৰু সকলো মহাপুৰুষ একে মূল সত্যৰ সাধক। সকলোৱে সেই সনাতন আৰু সাধাৰণ সত্যক অৱলম্বন কৰিব লাগে। মানুহ মাত্ৰেই একেটা অভেদ্য-সন্তান-সমাজত পৰিণত হওক। মানুহৰ জাতি এটা, ধৰ্ম্ম এটা—কাৰণ, সিহঁতৰ আল্লাহ একজন। হোদায়বিয়াৰ সন্ধিৰ পাচতে মদিনাৰ 'মোবাল্লিগ' (প্ৰচাৰক)সকল ৰছুল কৰিমৰ (দঃ) এই বাণী লৈ দেশ বিদেশলৈ যাবলৈ ধৰিলে। ইয়াৰ আগেয়ে কোন মহাপুৰুষে এনে কৰিছিল?

৬২৮ খৃষ্টাব্দত ৰোমৰ (গ্ৰীক) খৃষ্টান 'কায়চাৰ' (সম্ৰাট) হিৰাকল (Hearuclius) তীৰ্থ কৰিবলৈ বায়তুল-মোকদ্দছ (Jerusalem) লৈ যায়। দেহ্‌য়াকল্‌বী নামেৰে একজন বিখ্যাত ছাহাবী ৰছুল-কৰিমৰ (দঃ) চিঠি লৈ জয় জয়ন্তে বছৰাত থকা ৰোমান গবৰ্ণৰ হাৰেছ-বেন্‌-আবিছামৰ ওচৰলৈ যায়। গবৰ্ণৰে আদি-বেন্‌-হাতীমক দেহ্‌য়াৰ লগত দি, দুইকো সম্ৰাটৰ দৰ্‌বাৰলৈ পঠাই দিয়ে। দূতৰ লগত কথা-বতৰা হৈ সম্ৰাটে সকলো ডাঙৰ

ৰোমৰ খৃষ্টান সম্ৰাট হিৰাকলক দাৱাত।

বিষয়া আৰু ধৰ্ম্মযাজকবিলাকক লৈ এটা দৰ্বাৰ কৰিলে। সেই সময়ত ইছ্লামৰ কটা-মৰা শত্ৰু আবুছুফিয়ান আৰু কেইজনমান কোৰেচ বেহা কৰিবলৈ গৈ গাজা নামেৰে ঠাই এখনত আছিল। সম্রাটে তেওঁলোকক দৰ্বাৰলৈ মতাই নি সুধিলে—“তোমালোকৰ যি জনে নিজক নবী বুলি ভাবিছে, তোমালোকৰ ভিতৰত তেওঁৰ আটাইতকৈ আপোন কোন?” আবুছুফিয়ানে উত্তৰ দিলে—“মই”। সম্রাটে তেওঁক ক’লে, “মই তোমাক কেইটামান প্ৰশ্ন সুধিম, তুমি মিছা উত্তৰ দিলে তোমাৰ অনিষ্ট হ’ব”। আবুছুফিানে সম্রাটৰ প্ৰশ্নৰ উত্তৰত সচাঁকৈ এইদৰে কবলৈ ধৰিলে:—

“যি জনে ‘নবুয়ত’ৰ দাবি কৰিছে, অতি ভদ্ৰ আৰু সম্ৰান্ত কোৰেচ বংশত তেওঁৰ জন্ম। সেই বংশত আগেয়ে কেৱে বৰ্গা হোৱা নাছিল। তেওঁৰ আগেয়ে আমাৰ মাজত কোনেও নবী হোৱাৰ দাবি কেতিয়াও কৰা নাই। তেওঁ কেতিয়াও জীৱনত মিছা কথা কোৱা নাই। আমাৰ মাজত যিবিলাকে তেওঁক মানি চলিছে, সিহঁতৰ বেছি ভাগেই দুখীয়া আৰু এই ন-ডেকাৰ দল। তেওঁৰ শিষ্যবিলাকৰ সংখ্যা দিনক দিনে বাঢ়ি গৈছে। তেওঁৰ ধৰ্ম্ম গ্ৰহণ কৰাৰ পাচত, সেই ধৰ্ম্মত অসন্তুষ্ট হৈ, কোনেও তাক এৰা নাই। আমাৰ লগত বদৰ, ওহোদ আদি ঠাইত তেওঁৰে ৰণ লাগিছিল, তাত কেতিয়াবা আমি জিকিছোঁ। আৰু কেতিয়াবা তেওঁ জিকিছে। তেওঁ কেতিয়াও প্ৰতিজ্ঞা ভঙ্গ কৰা নাই। আমাৰ লগত এতিয়া অলপতে এটা সন্ধি হৈ গৈছে, এতিয়াহে তেওঁক ভালকৈ চিনি পাম, কিন্তু আমাৰ হলে বৰ আশঙ্কা আছে। একজন আৰু অদ্বিতীয় আল্লাৰ পূজা কৰিবলৈ আৰু তেওঁৰ পূজাত কাকো ‘শ্বৰিক’ (অংশী) নকৰিবলৈ তেওঁ কয়। আমি আথাও-পুথাওৰ দিন ধৰি যি-বিলাক কৌটীকলীয়া দেৱ-দেৱীৰ পূজা কৰি আহিছোঁ, আমাক সেইবোৰ

এৰিবলৈ কয়। তেওঁ কয়, আল্লাহ সৰ্ব্বশক্তিমান আৰু কৰুণাময় আৰু তেওঁ সকলো ঠাইতে বিদ্যমান আছে। তেওঁৰ পূজা বা তেওঁৰ গুৰিত প্ৰাৰ্থনা কৰিবৰ নিমিত্তে ওকালতিৰ বা খাটনিৰ দৰ্কাৰ নহয়। তেওঁ সেই আল্লাৰ উপাসনা কৰিবলৈ কয়। আত্মীয় মানুহৰ লগত সদ্ব্যৱহাৰ কৰিবলৈ শিকায়। আমাৰ পৰিশ্ৰমেৰে অৰ্জ্জা ধনৰ ৺০ ভাগ দুখীয়াক বাটি দিবলৈ কয়। সত্যবাদী হবলৈ সকলোকে উদগাই দিয়ে। প্ৰতিজ্ঞা পালন আৰু 'আমানত'ৰ (গচ্ছিত) বস্তু লুক্-চুক্ নকৰিবলৈ হুকুম দিয়ে।"

ৰোমৰ সম্ৰাটে তেতিয়া মক্কাৰ মানুহবিলাকক কবসৈ ধৰিলে—"নবী-ৰচুল আৰু মহাপুৰুষসকলে চিৰকালেই এইদৰে ডাঙৰ বংশত জন্ম লয়। তেখেতৰ পূৰ্ব্বপুৰুষসকলৰ মাজত কোনো ৰজা নাছিল যেতিয়া, পিতৃ ৰাজ্য উদ্ধাৰ কৰিবলৈহে এনে কৰিছে বুলি ভাবিব নোৱাৰি। তেখেতৰ আগেয়ে তোমালোকৰ মাজত কোনেও নবীৰ দাবি কৰা নাই; এতেকে তেখেতে কাৰবাক অনুকৰণ কৰিছে বুলি সন্দেহ কৰাও অন্যায় হব। দুখীয়া আৰু ন-ডেকাবিলাকেই বেচিকৈ তেখেতৰ শিষ্য হৈছে, নবীসকলৰ সম্বন্ধত চিৰকালেই এনে হৈ আহিছে। যি জনে জীৱনত কেতিয়াও কোনো মিছা কোৱা নাই, তেখেতে নো খোদাৰ নামত মিছা কব পাৰেনে? কোনেও তেখেতৰ ধৰ্ম্ম এৰি অহা নাই—ই সত্য ধৰ্ম্মৰ মহিমাত বাজে আন একো নহয়। ৰণত তেখেতৰ জয় পৰাজয় দুইটাই ঘটি থাকে, ই নবীসকলৰ পৰীক্ষা। নবীয়ে কেতিয়াও প্ৰতিজ্ঞা ভঙ্গ নকৰে, ইও সত্য সেৱক নবীৰ লক্ষণ। এই জনে নামাজ, জাকাত, সচ্চৰিত্ৰতা, আত্মীয়ৰ প্ৰতি মৰম আদিৰ শিক্ষা দিয়ে, তেনেহলে নিশ্চয় তেখেত আল্লাৰ নবী। মযো তেখেতলৈ বাট চাই আছিলোঁ; কিন্তু তেখেত যে তোমালোকৰ দেশত আবিৰ্ভূত

হব, এইটো কেতিয়াও মনত ভবা নাছিলোঁ। সকলোৱে শুনা, আজি মই যি ৰাজ-পাটত বহি কথা কৈছোঁ মোৰ এই ৰাজ-পাট আৰু এই সাম্রাজ্য নিশ্চয় তেখেতৰ ৰাজ্যত ভুক্ত হব"। (১) তেতিয়া সম্রাটৰ হুকুমত ৰছুল-কৰিমৰ (দঃ) চিঠিখন দৰ্বাৰত পঢ়া হ'ল। চিঠিখন এই—

"ৰহ্মানুৰ্ৰহিম ( করুণাময় কৃপানিধান )
আল্লাৰ নামত।"

"আল্লাৰ বান্দা ( চাকৰ ) আৰু তেওঁৰ প্ৰেৰিত আব্দুল্লাৰ পুতেক মোহম্মদৰ পক্ষৰ পৰা, ৰোমৰ সম্রাট হিৰাকলৰ সমীপত। সত্যৰ সেৱক সকললৈ ছালাম! তাৰ পাচত মই আপোনাক ইছ্লামৰ ফাললৈ আহ্বান কৰিছোঁ। আপুনি ইছ্লাম গ্ৰহণ কৰক, আপোনাৰ মঙ্গল হ'ব। ইছ্লাম গ্ৰহণ কৰক, আল্লাই আপোনাক দুগুণ বঁটা দিব। কিন্তু যদি আপুনি অমান্তি হয়, তেনেহলে আপোনাৰ প্ৰজা সাধাৰণৰ পাপৰ বাবে আপুনি দায়ী হ'ব। হে 'আহ্লে-কিতাব' ( শাস্ত্ৰধাৰী সকল )! আহক, আমি ও আপোনালোক সকলোৱে একে গোট হৈ সাধাৰণ সত্যক অবলম্বন কৰোঁ।"

---

(১) বিকলাৰ হুচুলাৰিত পৰি এই সম্ৰাট হিৰাকলে পাচত মুছলমানৰ বিৰুদ্ধে অস্ত্ৰ-আচৰণ কৰে।

হাব্‌চ্‌ৰ নাজ্জাছী আছ্‌মাহাক আৰু মিচিৰৰ ৰজা মেকাওকাছক দাৱাত।

এইদৰে আবিচিনিয়া ( Abyssinia )ৰ নাজ্জাছী ( ৰজা ) আছমা-হালৈ আৰু মিচিৰ ( Egypt )ৰ ৰজা মেকাও-কাছলৈ, বহৰাৰ শাসনকৰ্ত্তা হাৰেছ্-বেন্-আবি-ছাৰলৈ, ইমামাৰ শাসনকৰ্ত্তা হাওয়াজ-বেন্-আলী ইত্যাদিলৈও চিঠি পঠোৱা হ'ল। তাতো তেওঁ-লোকক সেই সনাতন আৰু সাধাৰণ সত্যৰ পালন কৰিবলৈ আহ্বান কৰা হৈছে। নাজ্জাছীৰ চিঠিখনত হজৰত ইছাৰ সম্বন্ধে এই ফাঁকি কথা বেচিকৈ আছিল,—"আৰু মই ঘোষণা কৰিছোঁ যে, ইছা আল্লাৰ প্ৰেৰিত নবী আৰু সতী সাধ্বী মৰিয়মৰ গৰ্ভত তেওঁৰ জন্ম হৈছে।" নাজ্জাছীৰ মন আগেয়ে ইছ্‌লামৰ ফালে ঢাল খাই আছিল, কিন্তু এতিয়া সকলোৰে আগত তেওঁৰ মনৰ ভাব প্ৰকাশ কৰি, জনাব ৰেছালৎ-মাবৰ নিমিত্তে বহুত হাঁদিয়াঁ ( উপঢৌকন ) দি পঠিয়ায়।

মিচিৰৰ ৰজাই পৃথিবীৰ বাধা-বিঘিনিৰ বাবে দেখাদেখিকৈ ইছ্‌লাম গ্ৰহণ নকৰিলেও তেওঁ ৰছুল-কৰিমৰ (দঃ) 'কদম মোবাৰক'ত (পৱিত্ৰ চৰণত ) আত্মসমৰ্পণ কৰিছিল। তেওঁ ৰছুল-কৰিমৰ (দঃ) কটকীক আথেবেথে বহুৱাই অসীম ভক্তি আৰু নম্ৰভাবে তেওঁৰ চিঠিৰ উত্তৰ দিলে আৰু তাৰ লগতে বহুত মূল্যবান 'হাদিয়াও' পঠাই দিলে।

পৰ্‌বেজক দাৱাত।

যেনেকৈ এই খৃষ্টান ৰজাসকললৈ ৰছুল-কৰিমে (দঃ) কটকী পঠাইছিল, তেনেকৈ ইৰাণৰ ( পাৰস্যৰ ) 'আতশ্-পোৰোস্ত' ইৰাণৰ কেছ্‌ৰা খুছ্‌ৰু ( জুই-উপাসক ) কেছ্‌ৰা (Chosroes) খুছ্‌ৰু-পৰ্-বেজৰ ওচৰলৈকো কটকী পঠাইছিল। ৰছুল-কৰিমৰ (দঃ) চিঠিৰ ওপৰৰ ফাঁকি পঢ়িয়েই খঙত আৰু অহংকাৰত কৈছ্‌ৰাই জলি গুঁজৰিবলৈ ধৰিলে—"সি ইমান পাৰিছেনে,

মোক তাৰ সমনীয়াৰ দৰে চিঠি লিখিছে!" তেওঁ তেতিয়াই চিঠি খন ডোখৰ-ডোখৰকৈ ফালি পেলালে আৰু কটকীজনক অপমান কৰিলে। সেই সময়ত কেছ্‌ৰাই, পঞ্চাশ হেজাৰ বীৰ আৰু দুদল সৈন্য লৈ গ্ৰীক সম্ৰাটৰ পৰা ফাল্‌চেটিন ( Palestine ), আৰ্ম্মেনীয়া আদি খনচেৰেক ডাঙৰ ডাঙৰ প্ৰদেশ বলেৰে কাঢ়িলৈ ( ১ ) আৰু আফ্ৰিকা আক্ৰমণ কৰি, মিচিৰ ( Egyyt ) অধিকাৰ কৰি, কাৰ্থেজ নগৰলৈকে নিজৰ বিজয়-নিচান উৰুৱাই, অহঙ্কাৰত গজাটোপৰ দৰে ওফন্দি আছিল। তেওঁৰ ধাৰণা আছিল যে, আন কোনো মানুহ তেওঁৰ সমান হব নোৱাৰে। তেতিয়াই তেওঁ এমনৰ গৱৰ্ণৰ ব'জানলৈ টান হুকুম দি পঠিয়ালে—"মোহম্মদক ধৰি তপতে তপতে মোৰ ওচৰলৈ পঠিয়াই দিয়া।"

ৰছুল-কৰিমে (দঃ) কেছ্‌ৰাৰ ব্যৱহাৰৰ কথা শুনি ক'লে—"যেনেকৈ চিঠিখন ফালিলে, তেনেকৈয়ে কেছ্‌ৰাৰ সাম্ৰাজ্যও ডোখৰ ডোখৰ হ'ব।" বুৰঞ্জীয়ে সাক্ষ্য দিছে যে, এই উক্তি আখৰে আখৰে ফলিয়ালে।

ব'জানেও তেতিয়াই গ্ৰেপ্তাৰী পৰৱানা দি 'বাবুইয়া' আৰু "খাৰাখাৰা" নামেৰে দুজন বিষয়াক মদিনালৈ পঠাই দিলে।

এই বিষয়া দুজনে বহুমূলীয়া কাপোৰ পিন্ধি ৰমকৃজমককৈ ৰছুল-কৰিমৰ (দঃ) আগত ওলালহি। সিহঁতৰ ডাঢ়ি নথকা দেখি, তেখেতে বিধৰ্ম্মী বুলি জানি ললে। তেওঁলোকক যোখাৰে আদৰ অভ্যৰ্থনা কৰিলে। কিন্তু পৰৱানালৈ আওকাণ কৰা দেখি, কটকী দুজনে খঙত টিক্‌চি-বিক্‌চি উঠিল।

---

(১) খুছৰু পৰ্‌বেজৰ মৃত্যুৰ পাছত, এইবোৰ প্ৰদেশ পুনৰাই গ্ৰীক সম্ৰাটৰ হাতলৈ যায়।

কটকী –"হুকুম মতে যদি হাজিৰ হোৱাঁ, ভাল ; গবৰ্ণৰ চাহেবে তোমাৰ নিমিত্তে অলপ খাটিব পাৰে, নতুবা শ্বাহানশ্বাৰ খং উঠিব লাগিলে তোমাক চৈধ্য ভুবন দেখুৱাব।"

ৰছুল-কৰিম (দঃ)—"কাৰ হুকুম, কাৰ পৰৱানা ?"

কটকী—"ইৰাণৰ বিখ্যাত শ্বাহানশ্বাহ খুছ্ৰু পৰ্ৱেজৰ হুকুম।"

ৰছুল-কৰিম (দঃ)—"কিন্তু খুছ্ৰুতো মৰিল। তেওঁৰ পুতেক চিৰোৱাই (Siroes) তেওঁক যোৱা ৰাতি বধ কৰি পেলাইছে। (১) যোৱাঁ, ব'জানক এই বাতৰি জনাই দিয়াগৈ। দহোকুৰি জানিবা, ইছ্লামে অতি সোনকালে কেছ্ৰাৰ ৰাজপাট অধিকাৰ কৰিব। আৰু বা'জানক ইছ্লাম গ্ৰহণ কৰিবলৈ কবাঁ। ইছ্লাম গ্ৰহণ কৰিলে, তেওঁ আগৰ পদতে নিগাজীকৈ থাকিব পাৰিব।"

ব'জানে কটকীৰ মুখে সকলো কথা শুনি বৰ চিন্তিত হৈ ক'লে—"এই ভবিষ্যদ্বাণী যদি সঁচা হয়, তেতিয়া আমি খাটাংকৈ জানিব পাৰিম যে, মোহম্মদ সঁচাকৈয়ে আল্লাৰ নবী। বাৰু, চোৱা যাওক।"

চাওঁতে চাওঁতে বা'জানৰ নামত 'চিৰোৱাৰ এই 'ফৰ্মান' (হুকুম) আহি পালেহি—"খুছ্ৰুক তেওঁৰ অত্যাচাৰৰ বাবে মাৰি পেলাই, মই সিংহাসনৰ গৰাকী হৈছোঁ।" এই ফৰমান পোৱাৰ পাচত, বা'জান আৰু এমনৰ বহুত জুই-পূজক (পাৰ্চি) পৰিয়ালে ইছ্লাম গ্ৰহণ কৰিলে। খুছ্ৰুপৰ্ৱেজৰ মৃত্যুৰ বছৰচেৰেকৰ পাচত ইৰাণৰ সকলো মানুহ ইছ্লামত দীক্ষিত হয়।

(১) এই ঘটনা ৬২৮ খৃঃ অব্দত ঘটে।

ইয়ামাৰ শাসনকৰ্ত্তা হাওজাৰ ওচৰলৈ ছোলেদ-বেন্-অলিদক পঠোৱা হৈছিল। হাওজাই কৈ পঠিয়ালে—"যদি মোহম্মদে মোক গোটেই মুছলমান-ৰাজ্যৰ ৰজা কৰি দিয়ে, তেন্তে মই ইছ্লাম গ্ৰহণ কৰিব পাৰোঁ।"

ইয়ামাৰ গৱৰ্ণৰ হাওজাক দাৱাত।

বহৰাৰ শাসনকৰ্ত্তা হাবেছ-বেন্-আবিছামকৰ ওচৰলৈ ছোজা-বেন্-ওহাব-আছাদিক পঠোৱা হৈছিল। হাবেছে চিঠি পাই ৰছুল-কৰিমক (দঃ) ধৰি আনিবলৈ সৈন্য গোটাই, সম্রাট হিৰাকলৰ সহায় খুজি পঠিয়ালে। সম্রাটে লিখি পঠিয়ালে, "তুমি এনে কাম কৰিবলৈ কেতিয়াও সাহ নকৰিবা, মোহম্মদ এলা-পেচা মানুহ নহয়।" তেতিয়া হাবেছে ভয় খাই, ছোজাক বহুত উপঢৌকন দি হজৰত ৰছুলৰ (দঃ) ওচৰলৈ পঠিয়াই দিলে। অলপ দিনতে হাবেছৰ মৃত্যু হয়। তেওঁৰ পাচত জাবালা-বেন্-আয়েহাম (১) বহৰাৰ গৱৰ্ণৰ হয়। তেওঁৰ ওচৰলৈ চিঠি অহাত, তেওঁ অতি হেপাহেৰে ইছ্লামত দীক্ষিত হয়।

বহৰাৰ গৱৰ্ণৰ হাবেছ-বেন্-আবিছামক দাৱাত।

এইদৰে কোনো ধৰ্ম্ম-গুৰুৱে জগতৰ প্ৰতাপী ৰজাসকলক নিজে প্ৰচাৰিত ধৰ্ম্মৰ ফাললৈ আহ্বান কৰা নাই আৰু কৰিবলৈ সাহো কৰা নাই। এয়ে হৈছে ৰছুল-কৰিমৰ (দঃ) শ্ৰেষ্ঠত্ব বিশেষত্ব।

হোদায়বিয়া-সন্ধিৰ পাচত অলপ শান্তি হোৱাত, আৰবৰ আন আন সকলো জাতিয়ে ৰছুল-কৰিমৰ (দঃ) আচল ৰূপ দেখিবলৈ পাই ভিন্ ভিন্ দেশৰ আৰু ভিন্ ভিন্ জাতিৰ শ শকৈ মানুহে উপযাচি ইছ্লাম গ্ৰহণ কৰে।

খালিদ-বেন্-অলিদ, আমৰ-বেন্-আ'ছ, ওছমান-বেন্-তাল্হা আদি কোৰেচ বীৰৰ ইছ্লাম গ্ৰহণ।

(১) পাচত এই জাবালাই বিপথগামী হৈ শত্ৰুতাচৰণ কৰে। হজৰত ওমৰৰ জীৱনী চাওক।

খালিদ-বেন্‌-অলিদ, আমৰ-বেন্‌-আ'ছ, ওছ্‌মান-বেন্‌-তাল্‌হা আদি বিখ্যাত কোৰেচ বীৰ আৰু চৰ্দাৰসকলে আৰু ইছ্‌লামৰ আন আন প্ৰধান বৈৰীসকলে আজি মক্কাৰ সকলো সুখ-সম্পদ আৰু ধন-দৌলতৰ মূৰত পদাঘাত কৰি সৰ্ব্বস্ব ত্যাগ কৰি মদিনালৈ গৈ ইছ্‌লাম গ্ৰহণ কৰে। এওঁলোকেই পাচত দেশ-দেশান্তৰত ইছ্‌লামৰ বিজয়-নিচান উকৱাই পৃথিবীত যাউতি-যুগীয়াকৈ তেওঁলোকৰ বীৰত্বৰ চিন থৈ গৈছে।

বাহ্‌ৰায়েনৰ ৰজা মোন্‌জাৰ-বেন্‌-ছাভীৰ ইছ্‌লাম গ্ৰহণ।

মেন্‌জাৰ-বেন্‌-ছাভী বাহ্‌ৰায়েন প্ৰদেশৰ ইৰাণ সম্ৰাটৰ তলৰ এজন কৰতলীয়া ৰজা। ৰছুল-কৰিমৰ (দঃ) চিঠি পাই, তেওঁ আৰু তেওঁৰ সকলো প্ৰজাই নিজ ইচ্ছাৰে ইছ্‌লাম গ্ৰহণ কৰিলে। ইহুদী আৰু জুই-পূজকবিলাকৰ বেচি ভাগেই ইছ্‌লাম গ্ৰহণ কৰিবলৈ মান্তি নোহোৱাত, মোন্‌জাৰে ৰছুল-কৰিমলৈ ( দঃ ) সুধি পঠিয়ালে যে, ইহঁতক কি কৰা যাব। তেখেতে কৈ পঠিয়ালে, ধৰ্ম্মৰ নিমিত্তে কোনো প্ৰকাৰৰ বল-প্ৰয়োগ অন্যায়। যিবিলাকে মুছলমান হবলৈ হেঁপাহ নকৰে, তেওঁলোকে মাথোন 'জিজিয়া' (ৰাজকৰ) দিব লাগিব। মানুহবিলাকে ইমান দিন ইৰাণ সম্ৰাটৰ আৰু তেওঁৰ বিষয়াবিলাকৰ অত্যাচাৰত তেনেই জলা-কলা হৈ পৰিছিল। ইহুদী, পাৰ্চি আদি অমুছলমানবিলাকে ৰছুল-ক'ৰিমৰ (দঃ) এই ব্যৱস্থাৰ কথা শুনি বৰ ৰং পালে।

ওমানৰ ৰজা জায়ফৰ আৰু তেওঁৰ ভায়েক আব্দৰ ইছ্‌লাম গ্ৰহণ।

এই সময়ত ৰছুল-কৰিমে (দঃ) ওমান দেশৰ ৰজা জায়ফৰ আৰু তেওঁৰ ভায়েক আব্দৰ ওচৰলৈ আমৰ-বেন্‌-আ'ছ ছাহাবীক চিঠি দি পঠাই দিলে। আবিচিনিয়াৰ নাজ্জাছী, তাৰ প্ৰজা, পাদুৰী আৰু পুৰোহিত সকলোৱে মুছলমান হোৱা বাতৰি শুনি তেওঁলোক আচৰিত হ'ল। তেওঁলোকে সোধাত, আমৰে ইছ্‌লাম নো কি, ইয়াৰ শিক্ষা

নো কি আৰু হোদায়বিয়া-সন্ধিৰ পাচত ইছ্লামৰ প্ৰভাব কেনেকৈ আৰু কেনেই বাঢ়ি গৈছে, সকলো বিষয় ভাঙ্গি-পাতি বুজাই দিয়াত তেওঁলোক দুয়ো ইছ্লামত দীক্ষিত হ'ল।

এই অলপ দিনৰ ভিতৰতে ৰছুল-কৰিমে (দঃ) কটকী আৰু ছাহাবাসকলক কেউফালে পঠিয়ালে। এওঁলোকৰ আহ্বান শুনি আৰু দৃষ্টান্ত দেখি, সকলো ফালে 'তৌহিদ'ৰ ধ্বনি উঠিলে—চামে চামে দলে-দলে মানুহ ইছ্লামত দীক্ষিত হবলৈ ধৰিলে। দুমাতুল-জন্দল প্ৰদেশৰ চৰ্দাৰ আৰু আন আন বহুত মানুহে ইছ্লাম গ্ৰহণ কৰিলে। এমন, তায়েফ আদি ঠাইত 'মোশ্ৰিক' (অংশীবাদী) বিলাকে 'জুলকেলাক' খোদা বুলি মানি আহিছিল। ৰছুল-কৰিমৰ (দঃ) শিক্ষাৰ গুণত জুলকেলাই নিজৰ প্ৰভুক যেতিয়া চিনিব পাৰিলে, নিজেই খোদাৰ আসনৰ পৰা নামি আহিল। ৰজাই ইছ্লাম গ্ৰহণ কৰিবৰ দিনা এটা বৰ আনন্দ উৎসৱ হৈছিল। সেই দিনা ৰজাই ওঠৰ হাজাৰ বন্দী-বেটীক মুক্ত কৰি দিয়ে। পাচত হজৰত ওমৰৰ খিলাফতৰ সময়ত জুলকেলাই নিজৰ ৰাজত্ব এৰি মদিনালৈ গুচি আহে।. এইদৰে দুবছৰৰ ভিতৰত মুছলমানৰ সংখ্যা আৰু শক্তি দুগুণতকৈও বেচি বাঢ় গল।

## খৃষ্টানবিলাকৰ শত্ৰুতা।

*মাআনৰ গবৰ্ণৰ ফৰ্‌ৱা-বেন্‌ আমেৰৰ ইছ্‌লাম গ্ৰহণ আৰু তেওঁৰ হত্যা।*

ইৰাণ অধিকাৰ কৰাৰ পাচত, খৃষ্টানবিলাকৰ অহঙ্কাৰ. অতিপাতকৈ বাঢ়িবলৈ ধৰিলে। সিহঁতে যেতিয়া দেখিলে, পৌত্তলিক আৰবিলাকৰ এজন লিখা-পঢ়া নজনা সাধাৰণ মানুহে সিহঁতক ধৰ্ম্মৰ ফাললৈ আহ্বান কৰিছে, যীচুক মানুহৰ ল'ৰা বুলি কৈছে, আৰু লাহে লাহে ইছ্‌লামৰ প্ৰভাৱ চৰি গৈ আছে, তাতে আকৌ সেই সময়ত চিৰিয়াৰ মা-আন প্ৰদেশৰ গবৰ্ণৰ ফৰ্‌ৱা-বেন্‌-আমেৰে, সকলো কথাৰে আঁতি-গুৰি লৈ ৰছুল-কৰিমক (দঃ) যীচু খৃষ্টই উল্লেখ কৰি যোৱা সেই সঁচা নবী বুলি জানি মুছলমান হ'ল; তেতিয়া মুছলমানবিলাক খৃষ্টানবিলাকৰ চকুৰ শূল হৈ পৰিল। ৰোম সম্ৰাটে ফৰ্‌ৱাক ধৰাই নিয়ে আৰু এই ন-ধৰ্ম্ম এৰিবলৈ হুকুম দিয়ে। তেওঁৰ হুকুম অমান্য কৰাত, ফৰ্‌ৱাক নগুৰ শাস্তি কৰি হত্যা কৰায়। ফৰ্‌ৱাই পেৰেজনিত উঠি অতি আনন্দেৰে "কল্‌মায়ে তৌহিদ" প'ঢ়ি পঢ়ি অনন্ত ধামলৈ প্ৰয়াণ কৰিলে।

*বোছৰাৰ গবৰ্ণৰ চোৰাহ্‌বিলক দামাত—মুতা ৰণ।*

*হিজৰতৰ ৮ম বছৰ জামাদি আৱলত ৬২৯ খৃঃ।*

দেশে দেশে ৰজা আৰু চৰ্দাৰবিলাকলৈ যেনেকৈ ৰছুল-কৰিমে (দঃ) চিঠি দিছিল, তেনেকৈ খৃষ্টান সম্ৰাটৰ তলত থকা গচ্ছান সম্প্ৰদায়ৰ ( Ghassanide ) বোছৰাৰ গবৰ্ণৰ চোৰাহ্‌বিললৈও এখন চিঠি দি ওমৰে-বেন্‌-হাবেছক পঠাইছিল। সেই ঠাইৰ খৃষ্টানবিলাকৰ পৰামৰ্শ মতে আৰু সম্ৰাটৰ অভিপ্ৰায় বুজি, কট-কীয়ে জেকজেলামৰ ওচৰত থকা মুতা বোলা ঠাইখন পাওঁতেই,

গবর্ণৰে তেওঁক ধৰি কটা-বান্ধ দি নকৰিবৰ চকৰি কৰি মৰাই পেলায়। কটকীক কোনেও মাৰিব নোৱাৰে, কিন্তু চোৰাহ্‌বিলে, এই সৰ্ব্ববাদী-সম্মত-বিধানক ভৰিৰে মোহাৰি, মদিনা আক্ৰমণ কৰি ইছ্‌লাম নিৰ্ম্মূল কৰিবলৈ, এক লাখ সৈন্য গোটাই মাআৰ অঞ্চলত থৈ দিছিল, আৰু ওপৰঞ্চি দুই লাখ তৈয়াৰ কৰিছিল। সেই দেখি, চোৰাহ্‌বিলক শিক্ষা দিবৰ নিমিত্তে, ৮ম হিজৰীৰ জামাদি আউৱল মাহত ৩০০০ তিনি হাজাৰ মোছ্‌লিম সৈন্য মুতালৈ পঠোৱা হয়। এই সৈন্যৰ লগত জায়েদ-বেন্-হাবেছ, জাফৰ-বেন্-আবি-তালেব আৰু আব্দুল্লা-বেন্-ৰওৱাহা নামেৰে তিন জন চৰ্দাৰ আছে।

এই জায়েদেই বিবি খদিজাৰ কিনা-গোলাম আছিল। ৰছুলকৰিমে (দঃ) বিবি খদিজাক বিয়া কৰাৰ পাচত, বিবি খদিজাই তেওঁক ৰছুল-কৰিমৰ হাতত গতাই দিয়ে। ইছ্‌লামৰ কল্যাণত এই ঘৃণিত গোলাম আজি এনে এটা বিৰাট মোছ্‌লিম ফৌজৰ প্ৰধান 'আমীৰ', যাৰ আঙুলিৰ চিয়ঁৰত শ শ কোৰেচ আৰু আন্‌ছাৰ বীৰ থেৰো-গেৰো নকৰি নিজৰ প্ৰাণ দিবলৈ হাজিৰ—এয়ে ৰছুল-কৰিমৰ (দঃ) শিক্ষা, প্ৰিয় হজৰতৰ আদৰ্শ!

ৰছুল-কৰিমে (দঃ) সৈন্যবিলাকক বিদায় দিবৰ সময়ত ক'লে— "সদায় আল্লালৈ ভয় কৰি চলিবা। প্ৰত্যেক মুছলমানৰ লগত ভাল ব্যবহাৰ কৰিবা। আল্লাৰ নাম লৈ যাত্ৰা কৰাঁ। তোমালোক যি দেশলৈ গৈছা, তাৰ দোল-দেৱালয়ত বহুত সাধু ফকিৰ দেখিবলৈ পাবা। সাৱধান! তেওঁলোকৰ কামত কোনো ৰকম বাধা-বিঘিনি নকৰিবা। সাৱধান! তিৰোতা, লৰা-ছোৱালী, বুঢ়া যেন এটিও কেতিয়াও তোমালোকৰ হাতত মৰা নপৰে। সাৱধান! শত্ৰু পক্ষৰ এজোপা গছো নেকাটিবা; আৰু এটা ঘৰো নেভাঙিবা।"

আল্লাৰ নামত তিনি হাজাৰ মুছলমানৰ এক লাখ খৃষ্টানৰ লগত ৰণ! মুছলমানৰ একমাত্র শক্তি আল্লাহ! ইয়াকেই বোলে ইছ্লাম, ইয়াকেই বোলে 'ইমান' (ধৰ্ম্ম-বিশ্বাস)।

এই ৰণত অসাধাৰণ বীৰত্বৰ পৰিচয় দি, তিনিওজন চৰ্দাৰ আৰু কেইজনমান মোছ্লিম বীৰ সিপৰীয়া হয়। এনে সময়ত শত্রুদলে মৰণত শৰণ দি মোছ্লিম সৈন্যৰ ওপৰত উবুৰি খাই পৰিল। মুছলমানৰ কেন্দ্র ভাগি যোৱাত, সৈন্যবিলাক লৈ-লৈ-থৈ-থৈ হৈ পৰিল। এনে অৱস্থাত দিগ্বিজয়ী খালিদ-বেন্-অলিদে মোছ্লেম জাতীয় নিচান মাটিৰ পৰা তুলি ধৰাত, মুছলমান ফৌজ দুনাই গোট খাই দোৰ্যোৰ ৰণ কৰিবলৈ ধৰিলে। সাঁজ লাগিলত দুই দল দিহাদিহি নিজ নিজ বহালৈ গুচি-গ'ল।

ৰছুল-কৰিমে (দঃ) তিনি জন সেনাপতিৰ মৰা-বাতৰি পাই, শিষ্য-বিলাকক ৰণলৈ গৈ, সিহঁতৰ ভাইহঁতক সহায় কৰিবলৈ হুকুম দিলে। তেখেতৰ হুকুম পোৱা মাত্রকে মুছলমানবিলাকে মুতালৈ যাত্রা কৰিলে ঘোঁৰ-ছাৱাৰ আৰু উট-ছাৱাৰবিলাক আগেয়ে মুতা পালেগৈ। মুছলমান ফৌজৰ মাজত এটা আনন্দৰ ঢৌ উঠিল আৰু উৎসাহিত হৈ সিহঁতে শত্রু সৈন্যৰ ওপৰত জাপ দি পৰিল। মুছলমানৰ আৰু বহুত লয়-লস্কৰ পাচত আহিছে বুলি ভাবি, খৃষ্টান সৈন্যবোৰ তৰা-মৰা খাই কাছুটি এৰি পলাবলৈ ধৰিলে। এক সপ্তাহ এই ৰণ চলি আছিল। খালিদৰ নিজ হাতত্তে, আঁঠখন তৰোৱাল ভাগি ডোখৰ ডোখৰ হয়। এই ৰণত খালিদে অসীম বীৰত্বৰ পৰিচয় দিয়ে, আৰু বীৰত্বৰ বঁটা স্বৰূপে ৰছুল-কৰিমে (দঃ) তেওঁক 'ছাইফোল্লা' (আল্লাৰ তৰোৱাল) উপাধি দিয়ে।

মুতা ৰণ।

মদিনাৰ দাঁতি কাষৰীয়া কেইদলমান বিধৰ্ম্মীয়ে মদিনা অক্ৰমণ কৰি মুছলমানবিলাকক ধ্বংস কৰিবলৈ সাজু হোৱাৰ বাতৰি ৰছুল কৰিমে (দঃ) শুনি সিইঁতক আগচিবলৈ আছ-বেন্-আমৰক ৩০০ সৈন্য দি পঠায়। মুছলমান সৈন্যই মদিনাৰ পৰা ১০ মাইলমান দূৰত থকা 'চালাচেল্' বোলা ঠাইখনত শত্ৰু সৈন্যৰ লগত মুখামুখি হয়। ৰাতিপুৱা হ'লত, দুই দলৰে ৰণ আৰম্ভ হল; কিন্তু শত্ৰুবিলাকে অলপ পৰ যুঁজিয়েই ফৰিঙ্গ ছিটিকা দিলে। 'চালাচেল্' নামেৰে তাত এটা নাদ আছে, তাৰে পৰাই এই জাগাৰ এই নাম হ'ল।

জাত্তোচ্-চালাচেল্ ৰণ।

## মক্কা বিজয়।

হোদায়বিয়া-সন্ধিৰ শৰ্ত্ত অনুসৰি. মক্কাৰ বনি-বেকৰে কোৰেচবিলাকৰ লগত আৰু বনি-খোজাআই ৰছুল-কৰিমৰ (দঃ) লগত মিত্ৰতা কৰে। এতিয়া কোৰেচ্‌বিলাকে দেখিবলৈ পালে যে, মক্কাৰ আৰু তাৰ দক্ষিণ ফালৰ আৰৰ ফৈদবিলাক অতি সোনকালে ইছ্‌লামত দীক্ষিত হৈ যাব। কোৰেচ, তায়েফৰ চকিফ আৰু হোনেনৰ হাৱাজেন জাতি ভয়ত বিচেষ্টা হ'ল। সেই দেখি, হাৱাজেন ফৈদৰ চৰ্দাৰবিলাকে এই বেলি মৰি-পৰি পুৰা এবছৰ চেষ্টা কৰি গোটেই পৌত্তলিক আৰৰ-বিলাকক লৈ একে লগে মুঠ বান্ধি মদিনা আক্ৰমণকৰাৰ যো-জা কৰিবলৈ ধৰিলে।

১৮ ৰমজান, ৮ হিজৰী। ৬২৯ খৃঃ।

এই সময়ত, দক্ষিণ আৰবৰ ভিতৰত এক মাথোন বনি-খোজাআ মুছলমানবিলাকৰ লগত সন্ধি সূত্ৰেৰে বান্ধ খাই আছিল। কোৰেচ-বিলাকে বনি-বেকৰৰ লগত মিলি, হোদায়বিয়াৰ সন্ধি ভাঙি, এদিন ৰাতি নিজ নিজ ঘৰত শুই থাকোঁতে বনি-খোজাআক হঠাৎ অতৰ্কিত ভাবে আক্ৰমণ কৰে। খোজায়ীবিলাকে তৎ নেপাই পলাই, কা'বাৰ হৰম শ্বৰিফত সোমাই আশ্ৰয় লয়। কাৰণ, তাৰ ভিতৰত এটি গুড়ি পৰুৱা মৰাও মহা পাপ। কিন্তু এই নৰাধমইঁতে সেই পবিত্ৰ হৰমৰ ভিতৰত সোমাই বুঢ়া-ডেকা, মতা-তিৰোতা সকলোকে কচু-কটা দি গুচি যায়।

খোজায়ীবিলাকৰ ৪০ জন ডাঙৰ মানুহ ৰছুল-কৰিমৰ (দঃ) দৰবাৰলৈ গৈ এই বিষয় ফৰিয়াদ কৰে। কোৰেচ আৰু বনি-বেকৰৰ এই অতপালিৰ আৰু খোজাআ বংশৰ এই বিলাইৰ কথা শুনি, তেখেত বৰ দুখিত হ'ল। এফালে সন্ধিৰ শৰ্তৰ মৰ্য্যাদা আৰু নিজৰ প্ৰতিজ্ঞাৰ মান ৰক্ষা, আৰু আন ফালে স্বদেশবাসীসকললৈ তেখেতৰ স্বাভাৱিক চেনেহ। মক্কা আক্ৰমণ কৰিলে তেখেতৰ জননী জন্ম-ভূমি একেবেলিয়েই থাস্তাং হৈ যাব। পৌত্তলিকবোৰ তেখেতৰ কাল-শত্ৰু হলেও স্বদেশবাসী—জননী জন্মভূমিৰ সন্তান—ককাই-ভাই, এতেকে ৰছুল-কৰিমে (দঃ) ৰণৰ আদেশ নিদি, পোনতে কোৰেচবিলাকৰ ওচৰলৈ এজন কটকী পঠাই সোধালে, তেওঁলোকে এই অন্যায় হত্যাৰ ক্ষতি-পূৰণ কেনেকৈ দিব—টকাকে দিবনে, বনি-বেকৰ জাতিৰ লগত মিত্ৰতা এৰি দিব?

কোৰেচবিলাকে কোনোটোতে সৈমান নহ'ল। ৰছুল-কৰিমে (দঃ) দেখিলে যে খোজাআ বংশৰ প্ৰতি যিবোৰ অতপালি অত্যাচাৰ কৰিলে, তাৰ প্ৰতিকাৰৰ নিমিত্তে তেখেত সন্ধিৰ শৰ্ত মতে মক্কালৈ যাবলৈ বাধ্য।

হাতেব্-বেন্-আবিবল্তাহা নামেৰে এজন ছাহাবীয়ে মক্কাত নিজৰ সকলো মানুহক এৰি মদিনালৈ যায়। তেওঁ কোৰেচ নাছিল। তেওঁ ভাবিলে যে, মুছলমানবিলাকে মক্কা আক্ৰমণ কৰিলে, তেওঁৰ আপোন মানুহবিলাক বৰ অথন্তৰত পৰিব। ৰছুল-কৰিম (দঃ) যে মক্কালৈ যাব, এই বাতৰিটো কোৰেচবিলাকক দিলে তেওঁলোকৰ সহানুভূতি পাব বুলি ভাবি, হাতেবে উম্মেছাৰা নামেৰে কোৰেচবিলাকৰ এজনী 'আজাদী' (মুক্ত-পোৱা) বান্দীৰ হাতত এখন গুপুত চিঠি পঠাই দিলে। ৰছুল কৰিমে (দঃ) এই কথাৰ সুং পাই ঘোৰাৰে মানুহ পঠাই দি, সেই চিঠিখন বাটৰ পৰা অনায়। হাতেবে নিজৰ দাই-দোষ সৈ কঢ়াত, হজৰত ওমৰে তেওঁৰ মুণ্ডপাতৰ প্ৰস্তাৱ কৰিলে। কিন্তু ৰছুল-কৰিমে (দঃ) তেওঁৰ দোষ ক্ষমা কৰি দিলে।

৮ম হিজৰীৰ ১৮ ৰমজান তাৰিখে দহ হাজাৰ শিষ্য লগত লৈ ৰছুল-কৰিমে (দঃ) ঠিক সেই বাটেদি মক্কালৈ যাত্ৰা কৰিলে, যি বাটেদি আঠ বছৰৰ আগেয়ে তেখেতে মদিনালৈ 'হিজৰত' কৰিছিল। বাটত এতেখিনি মানুহৰ 'তক্বিৰ' (১) ধ্বনিয়ে হিজাজৰ গাওঁ-ভূঁই, পাহাড়-পৰ্ব্বত কঁপাই তুলিলে। শিষ্যবিলাকৰ মাজত শুকুলা নিচানৰ ছাঁৰ তলত, শুকুলা ঘোঁৰাৰ ওপৰত বহি, ৰছুল-কৰিমে (দঃ) এই মহিমামণ্ডিত দৃশ্য, সেই সৰ্ব্বশক্তিমান করুণানিধানৰ মঙ্গল হাতৰ চিন চাই চাই আগ বাঢ়ি যাবলৈ ধৰিলে। তেতিয়া তেখেতৰ মূৰ বিনয় আৰু কৃতজ্ঞতাৰ ভৰত দোঁ খাই আছিল। বাটতে, হজৰত আব্বাছে, তেওঁৰ পৰিয়ালেৰে সৈতে মক্কাৰ পৰা আহি তেখেতৰ লগত লগ লাগিলহি। এই দৰে মুছলমানবিলাকে যথাসময়ত মক্কাৰ ওচৰৰ 'মৰ্‌ৰ-জুহ্ৰাণ' (ৱাদিয়ে-ফাতিমা) নামেৰে

(১) আল্লাহো আকবৰ।

ভৈয়াম এখনত ৰ'লগৈ। আবুছুফিয়ান, হাকিম-বেন্-হেজাম আৰু বোদায়েল-বেন্-আৰ্কা নামেৰে কোৰেচ চৰ্দাৰ কেইজনমান ৰাতি পহৰা দিবলৈ বাহিৰলৈ গৈ, তাত জুইৰ পোহৰ দেখি, ভু লবলৈ আগবাঢ়ি যাওঁতেই ঘোৰ আন্ধাৰৰ মাজত বজ্র গম্ভীৰ মাতেৰে তেওঁলোকে শুনিবলৈ পালে—"তোমালোক বন্দী"। এই সময়ত হজৰত ওমৰ-ফাৰুকে এদল সৈন্য লৈ সেই ঠাইৰ চাৰিউফালে পহৰা দি ফুৰিছিল। কাল্-শত্রু আবুছুফিয়ান আদি তেওঁলোকৰ হাতত বন্দী হ'ল! হজৰত ওমৰে আবুছুফিয়ানৰ টেঁটু তৰোৱালেৰে ছিঙ্গে, এনে সময়ত হজৰত আব্বাছে মাজত সোমাই কলে, "ৰছুল-কৰিমৰ (দঃ)-হুকুম নোপোৱালৈকে একো নকৰিবা।" হজৰত ওমৰে হাত কোচ খুৱাই নিলে।

কোৰেচৰ প্ৰধান প্ৰতাপী চৰ্দাৰ আবুছুফিয়ান আজি ৰছুল-কৰিমৰ (দঃ) আগত বন্দী হৈ থিয় দি আছে! পোটক তোলাৰ

আবুছুফিয়ানৰ সোণালী সুযোগ! কিন্তু উদাৰচেতা ৰছুল-কৰিমে ইছলাম গ্ৰহণ। (দঃ) এই ২১ বছৰ জোৰা নেৰানেপেৰা পাশবিক

অতপালি অত্যাচাৰৰ এটি সামান্য কথাও মনত নেৰাখি ক'লে—"আবু-ছুফিয়ান! এতিয়াও তুমি সেই করুণানিধান 'লাহ্ দহু লা শ্বৰিকলহু'ক (একমেবাদ্বিতীয়ক) চিনিব পৰা নাই নে?" আবুছুফিয়ানে মুখ আমোলাই উত্তৰ দিলে "হয়, এতিয়া পাৰিছোঁ।" ৰছুল-কৰিমে (দঃ) বজ পাই সুধিলে—"বাৰু, আবুছুফিয়ান! মই যে আল্লাৰ প্ৰেৰিত সঁচা নবী, এই সম্বন্ধে এতিয়াও তোমাৰ মনৰ খুকুৰি মৰা নাই নে"? তেওঁ উত্তৰ দিলে—"হয় একণমান খুকুৰি এতিয়াও আছে।" ইয়াৰ দিনচেৰেকৰ পাচত আবুছুফিয়ানে ৰছুল-কৰিমৰ (দঃ) ব্যৱহাৰত মুগ্ধ হৈ দেখাদেখিকৈ ইছলাম গ্ৰহণ কৰে।

ৰাতিপুৱা দোকমোকালিৰ লগে লগে উপত্যকাৰ টিঙৰ পৰা হজৰত বিলালৰ আজান ধ্বনি উঠিল। ভক্তসকলেও 'আল্লাহো আক্‌বৰ' বুলি চাৰি-পাটীৰ পৰা একেচাবে উঠি 'জামাতে'ৰে (দলেৰে) ফজৰৰ নামাজ পঢ়িলে। তাৰ পাচত ভিন্ ভিন্ কৈদৰ বীৰসকলে নিজে নিজে বেলেগ বেলেগ দল বান্ধি ভিন্ ভিন্ বাটেদি মকালৈ যাবলৈ ধৰিলে। আজি নগৰত দলদোপ্-হেন্দোলদোপ্। নিচানৰ পিচত নিচান, ফৌজৰ পাচত ফৌজ, আবু ছুফিয়ানৰ আগেদি গৈ আছে আৰু তেওঁ তৰধ খাই ৰ'লাগি চাই আছে। চাৰ মুয়ৰ চাহাবে লিখিছে "It is a strange sight which at this time presented itself in the vale of Mecca,—a sight unique in the history... ..............It was a scene rendered possible only by the throes which gave birth to Islam." (১) তাৰ অলপ পাচতে আন্‌ছাৰ পল্টন্ অতি ভেমেৰে বুকু ফিন্দাই, তেওঁৰ চকুৰ আগেদি গৈছে। ছাআদ-বেন্-ওবাদা ইয়াৰ চদাঁৰ। ছাআদৰ ভাব-ভঙ্গি দেখি আবুছুফিয়ানে ভয় খাই সুধিলে—"মোহম্মদ, তুমি তোমাৰ আপোন মানুহবিলাকক্ হত্যা কৰাৰ হুকুম দিছানে কি"? ৰছুল-কৰিমে (দঃ) উত্তৰ দিলে, "ক্ৰেতিয়াও দিয়া নাই। আজি প্ৰেম আৰু করুণাৰ দিন. আজি কা'বাৰ মান চিৰকাললৈ ৰক্ষা কৰাৰ দিন।" ছাআদক খিতাতে কামৰ পৰা গুচাই, কেইচ-বেন্-ছাআদক চৰ্দাৰ পতা হ'ল। ছাআদেও কোনো মাত-বোল নকৰি ন'-সেনাপতিৰ হাতত নিচান দি নিজে তেওঁৰ বশ্যতা স্বীকাৰ কৰি ললে। তাৰ পাচত ৰছুল কৰিমে (দঃ) সকলোকে শুনাই দিলে যে, যি মানুহে হাতত অস্ত্ৰ নলয়, বা যি কা'বাত সোমাব, যি নিজৰ ঘৰৰ দুৱাৰ জপাই থব আৰু যি আবু-

(1) Sir W. Muir's the life of Mahomet, P. 402.

ছুফিয়ান্‌ৰ ঘৰত সোমাব, তেওঁক অভয় দিয়া হ'ল। তেখেতে ইয়াকো শুনাই দিলে যে, নগৰত সোমাবৰ সময়ত নাইবা তাৰ পাচত, কোনেও অস্ত্র ব্যৱহাৰ কৰিব নোৱাৰে। তেখেতে এনে সদয় ব্যৱহাৰ আৰু অনুপম করুণা প্ৰকাশ কৰাতো, কোৰেচবিলাকে আকাশ-জাল পতাত কম কৰা নাছিল। সেনাপতি খালিদ-বেন্‌-অলিদে যি বাটেদি নগৰত সোমাইছিল, সেই কালেই কেতবোৰ মক্কাৰ মানুহে তেওঁৰ সৈন্যক ধেনু-কাঁড়েৰে আক্ৰমণ কৰে আৰু দুজন মুছলমানক মাৰি পেলায়। অগত্যা, খলিদেও তৰোৱাল উলিয়াবলৈ বাধ্য হ'ল। যথাসময়ত ৰছুল-কৰিমে (দঃ) হাক নিদিয়াহেতেন, নগৰত ভয়ানক হত্যা-কাণ্ড হলহেতেন। কোৰেচপক্ষে বহুত দুষ্ট গুণ্ডা মানুহক, মুছলমানবিলাকক আক্ৰমণ কৰিবলৈ, গোট খুৱাই থৈছিল। ৰছুল-কৰিমে (দঃ) এইটো দেখি, আন্‌ছাৰসকলক সাজু হৈ থাকিবলৈ আৰু পাচ দিনা পুৱা ছাফা-পৰ্ব্বতৰ ওচৰত গোট খাবলৈ হুকুম দিলে। আবু-ছুফিয়ানে এনেকৈ মুছলমান সৈন্য গোটখোৱা দেখি ভয়ত আটাহ পাৰি ৰছুল-কৰিমক (দঃ) কবলৈ ধৰিলে, "মোহম্মদ! কোৰেচৰ এই দলটিক যদি ধ্বংস কৰি পেলোৱা, আজিৰে পৰা কোৰেচৰ সঁচ পৃথিবীত নাইকিয়া হৈ যাব।" তেতিয়া ৰছুল-কৰিমে (দঃ) আবু-ছুফিয়ানক ক'লে, "যোৱা, তোমালোকক দুনাই ক্ষমা কৰিলোঁ, দুনাই অভয় দিলোঁ।"

ঘোৰ আন্ধাৰেৰে ছাতি ধৰা আৰৱ মৰুভূমিৰ মাজত কেউফালে টকলা পৰ্ব্বতেৰে বেৰি ধৰা পৌত্তলিক মক্কাত, 'এতীম' (বাপ মাউৰা) 'উম্মি' (নিৰক্ষৰ), নিঃসহায়, ছাগলী-ৰখীয়া হৈ এই জগত গুৰুৰ আবিৰ্ভাৱ।

পাঠক! মন কৰি চাওক—সেই এদিন যেতিয়া ছাফা পৰ্ব্বতৰ ওপৰত উঠি ব্যাকুল হৈ তেখেতে জয়জয়তে 'একমেবাদ্বিতীয়ম্‌' ঘোষণা কৰিছিল—

সত্যৰ ধ্বানেৰেআ আকাশ-পাতাল, পাহাড়-পৰ্ব্বত, জাৰণি-বননি আদি প্ৰতিধ্বনিত হৈছিল, কুৰ্ব্বুধীয়া আবুলাহবে শিলেৰে তেখেতৰ মূৰ ভাঙ্গি তেজেৰে গোটেই গা বঙ্গা কৰি পেলাইছিল। পাচে মক্কাৰ লৰা-বুঢ়া, মতা-তিৰোতা সকলোৱে ভুতে-ধৰা, বাজিকৰ, বলিয়া, গনক ইত্যাদি নাম দি এই নিঠৰুৱা এতীমক বাটে-ঘাটে হৈ দি খেদি ফুৰিছিল, এনেকি সকলোৰে অধিকাৰ থকা পবিত্ৰ কা'বাতো আল্লাৰ নাম লৈ এটি 'চিজ্দা' দিবলৈ ( সেৱা কৰিবলৈ ) গলেও তেওঁ খেদা খাইছিল। নগৰৰ মানুহৰ অত্যাচাৰ উৎপীড়নত তৎ নেপাই আল্লাৰ নাম ঘোষণা কৰিবলৈ তায়েফলৈ গৈছিল, তাতো কেউফালৰপৰা হাৰাশাস্তি হৈ খেদা খাই শিলৰ আঘাতত তেজেৰে বঙ্গা হৈ আধা-মৰা অৱস্থাত উভতি আহিবলৈ বাধ্য হৈছিল, কিন্তু তেখেতে থং নেপাই সিহঁতৰ দোষ মাফ কৰিবলৈ আৰু সিহঁতক স'চা বাটলৈ আনিবলৈ আল্লাৰ দৰ্গাহত 'মুনাজাত' ( প্ৰাৰ্থনা ) কৰিছিল। এনে অত্যাচাৰ উৎপীড়ন হৈছিল যে, তেখেতৰ বহুত শিষ্যই তৎ নেপাই জননী জন্মভূমিৰ মায়া এৰি আবিচিনিয়াত গৈ আশ্ৰয় লবলৈ বাধ্য হৈছিল। তেখেতেও, তিনি বছৰ কাল সকলো শিষ্যক লৈ, আবুতালেব পৰ্ব্বতত আবদ্ধ হৈ, অশেষ যাতনা ভোগ কৰিব লগাত পৰিছিল। আল্লাৰ নাম চিৰকাললৈ মুমূৰাবলৈ কোৰেচবিলাকে গোটখাই প্ৰতিজ্ঞা-বদ্ধ হৈ তেখেতক ঘৰ বেৰি বধ কৰি পেলাবলৈ এদিন ৰাতি ঘাতক এদলক তৰোৱাল হাতত দি পঠাইছিল, কিন্তু ঘাতকে ঘৰ বেৰি থাকোঁতেই তেখেতে মদিনাৰ বাটত, ছওৰ পৰ্ব্বতৰ গাঁত এটাত লুকাই আশ্ৰয় লৈছিল আৰু শত্ৰুবিলাক ওচৰ পালত তেখেতৰ বন্ধু হজৰত আবুবকৰক চেচঁনি দি বুজাইছিল "আপুনি ভয় নেখাব, আমি তিনিজন আছোঁ—আল্লাহ আমাৰ লগত আছে।" মদিনাতো, এই আঠ বছৰ

কাল কোৰেচবিলাকে দেখাদেখিকৈ আৰু লুকাই লুকাই মদিনা আক্ৰমণ কৰি তেখেতক হত্যা কৰি ইছলামৰ কণ-কঠীয়া মাৰিবলৈ নেবানেপেৰাকৈ অহোপুৰুষাৰ্থ কৰি তেখেতক জুলুকি-জুলুকিকৈ শিকাইছিল।

কিমান ধুমুহা, কিমান আলৈ-বিলৈ, কিমান গৰ্গৰণি, ঢেৰেকনি কিমান ধুমধুমনি, মুছলমানবিলাকৰ মূৰৰ ওপৰেদি বাগৰি গৈছে, কিন্তু ৰছুল-কৰিম (দঃ) এদিনলৈকো বিচলিত হোৱা নাই। ঘোৰ আন্ধাৰত পৰি থকা আৰবে, আল্লাৰ বস্তিক মুখেৰে ফু মাৰি মুমুৰাবলৈ ইমান দিনে অহোপুৰুষাৰ্থ কৰি চালে; কিন্তু বেলিৰ কিৰণৰ দৰে, তাৰ তেজ দোপত দোপে চৰি আহি আজি ঘোৰ আন্ধাৰত পৰি কাণি-মুনি-লগা আৰবৰ ঘৰৰ চুকে চুকে পোহৰ পেলাই, মাজ আকাশলৈ উঠিছে—সকলো কুৰঁলি ধুমুহা বতাহ গাজনি ঠেলি আজি পৃথিবীত স্বৰ্গৰাজ্য স্থাপিত কৰিবলৈ ধৰিছে! আজি বিনা ৰক্তপাতে মক্কা নগৰ ৰছুল-কৰিমৰ (দঃ) অধীনতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছে!

## ৰছুল-কৰিমৰ (দঃ) নগৰ প্ৰবেশ।

ফৈহ্‌-জালি দিছে মাথোন. মক্কাবাসীয়ে ভয়ত পেপুৰা থাই তথা লাগি চাই দেখিলে, লাখ লাখ মানুহৰ পৰম ধৰ্ম্মগুৰু আৰবৰ মহা প্ৰতাপশালী মহাৰাজাধিৰাজ কোৰেচজেতা, দহ হাজাৰ আত্মোৎসৰ্গী বীৰ সেনাৰ চৰ্দাৰ জনাব ৰেছালৎ-মাব আৰু ঘৃণিত কিনা-গোলাম জায়েদৰ পুত্ৰেক আছ্‌মা, একে উটৰ ওপৰত উঠি আহিছে!

সকলোৱে দেখি অবাক! বাস্তবিক আজি মক্কা বিজয় নহয়, কোৰেচ বিজয়ো নহয়, আজি প্ৰেমৰ আগত পশুত্বৰ পৰাজয় আৰু সত্যৰ আগত শয়তানৰ পৰাজয়। তেখেতে শত্ৰুক মুখেৰেই মাথোন ক্ষমা দেখুৱালে এনে নহয়, তেখেতে কামেৰে জগতত স্বৰ্গৰাজ্য স্থাপিত কৰিলে।

মানুহ মানুহৰ প্ৰভু হব নোৱাৰে, মানুহ মানুহৰ গোলাম হব নোৱাৰে। তেওঁলোকৰ এক মাত্ৰ প্ৰভু আল্লাহ আৰু তেওঁলোৰ সকলো এক মাত্ৰ তেওঁৰেই গোলাম আৰু তেওঁৰেই সন্তান—'কা-নন্নাচু উম্মতন্ ৱাহিদাতন" (নিশ্চয়, সকলো মানুহ এক গোষ্ঠীৰ)। (১) গতিকে, তেওঁলোক সকলো সমান।

সৰ্ব্বনিয়ন্তা ৰব্বিল্-আলেমীনৰ কি আশ্চৰ্য্য মহিমা! যি ঠাইৰ পৰা ৰছুল-কৰিম (দঃ) নিগৃহীত, লাঞ্ছিত হৈ নানা ৰকমৰ যাতনা ভুগি তৎ নেপাই, বিদেশত গৈ আশ্ৰয় লৈছিল, আজি সেই ঠাই আকৌ তেখেতৰ 'মোবাৰক' পাৱৰ তলত আৰু তেখেতৰ দয়াৰ প্ৰত্যাশী।

বিজয়ী ৰজাই ২১ বছৰ যুঁজি আজি শত্ৰুক হৰুৱালে। এনে অৱস্থাতো দৰ্প-অহঙ্কাৰে এধান মানো তেখেতৰ মনক চুব নোৱাৰিলে। সকলো শক্তি, সকলো সফলতা, সকলো মহিমা, সকলো কৃতজ্ঞতা একমাত্ৰ আল্লাৰ—এই চিন্তাৰ লগে লগে নগৰত সোমোৱাৰ সময়ত, তেখেতৰ মূৰ 'মোবাৰক' লাহে লাহে দোঁ খাই 'চিজ্দালৈ' বোৱাৰ নিচিনা হৈছে। মক্কাৰ লাখ লাখ মতা-তিৰোতা, ল'ৰা-ছোৱালীয়ে ভয়ত বুকু-ধুকধুকনি লাগি তেখেতৰ মুখৰ ফাললৈ ৰ'লাগি চাব লাগিছে। নিজৰ দোষবোৰ সুঁৱৰি আজি সিহঁতে কতনো আত্ম-গ্লানি কৰিব লাগিছে। কোৰেচৰ চৰ্দাৰ আৰু মক্কাৰ গুৱিয়ালবিলাকে কৃতনো

---

(১) কোৰআন—চুৰাবকৰ, ২১৩ আয়ত।

মনত অনুতাপ ভোগ কৰিছে। সেই শক্তিহীন মূৰ্ত্তিবিলাকে যেন তবধ লাগি, চকু মেলি ভেবা লাগি চাবলৈ ধৰিছে। দৃশ্য কি চমৎকাৰ!

নগৰত সোমাই ৰছুল-কৰিমে (দঃ) জয়জয়তে কা'বাৰ চাৰিওফালে 'তোৱাফ' (প্ৰদক্ষিণ) কৰিবলৈ ধৰিলে। সেই কা'বাৰ 'তোৱাফ' কালত 'বয়তুল্লা'ত (কা'বাত) সকলো জাতিৰে সমান অধিকাৰ আছিল। তাত প্ৰত্যেক দলৰ পূজিত-প্ৰতিমা আৰু নামজ্বলা মানুহৰ মূৰ্ত্তি ৰখাৰ নিয়ম প্ৰচলিত আছিল আৰু বয়তুল্লাৰ কেউফালে পুতলা, চিত্ৰ, আৰু ৩৬০টা পূজিত-প্ৰতিমা আছিল। ৰছুল কৰিমে (দঃ) এই আটাই-বোৰকে বাহিৰ কৰি পেলোৱালে। (১) কা'বাৰ বেৰৰ গাত হজৰত ইব্ৰাহীম (আঃ) আৰু ইস্মাইলৰ (আঃ) চিত্ৰ অঁকা আছিল। বিবি মৰিয়ম (Mary)ৰ কোলাত যীচুৰ চিত্ৰও কা'বাৰ এটা খুটাত অঁকা আছিল। ৰছুল-কৰিমৰ (দঃ) হুকুম মতে, হজৰত ওমৰ-ফাৰুকে সেই আটাইবোৰ চিত্ৰ ঘঁহি মচি চিন-ছাব নাইকিয়া কৰিলে। তাৰ পাচত ৰছুল-কৰিমে (দঃ) কা'বাৰ ভিতৰত সোমাব খুজিছিল, কিন্তু দুৱৰী ওছমান-বেন্-তাল্হাই দুৱাৰ জপাই দিলে। এনে অৱস্থা দেখি, এজন ছাহাবীয়ে ওছমানৰ হাতৰ পৰা সঁচাৰ-কাঠীটো কাঢ়ি নিলে. কিন্তু ৰছুল-কৰিমে (দঃ) তেওঁক সেইটো ওভোতাই দিয়ালে। ওছমানে তেখেতৰ এই ব্যৱহাৰত মুগ্ধ হৈ তেতিয়াই দুৱাৰ মেলি দিলে আৰু উপযাচি তেওঁ মুছলমান হ'ল। কা'বাৰ ভিতৰলৈ সোমাওতে বাটত যিবোৰ ধাতু বা শিলৰ মূৰ্ত্তি পাইছিল, ৰছুল-কৰিমে (দঃ)

*Margin notes:* কা'বাৰ 'তোৱাফ' আৰু প্ৰতিমা আদিৰ ধ্বংস।

---

(১) এতিয়াও বাবে বামৰ ওচৰত নাক-কাণ ভগা এটা ডাঙৰ শিলৰ মূৰ্ত্তি বাটৰ ওপৰতে পৰি আছে। মানুহে তাৰ ওপৰে গচকি যায়।

নিজৰ হাতৰ লাখুটিৰে সিহঁতৰ কপালত খুচি খুচি কবলৈ ধৰিলেঃ—

"সত্য আহিল, মিছাৰ আন্ধাৰ নাইকিয়া হ'ল। মিছা নিশ্চয় ক্ষয়শীল, অসত্য কেতিয়াও আৰু উভতি নাহে।"

কা'বাৰ ভিতৰত সোমাই ৰছুল-কৰিমে (দঃ) চুকে পতি ... আজি মনৰ হেপাহ পলুৱাই 'তক্‌বিৰ' (আল্লাহো আকবৰ) ধ্বনি কৰিবলৈ ধৰিলে আৰু তেওঁখেতৰ লগৰীয়াসকলেও তাকে কৰিলে। প্ৰথম দিন আৰু ৰাতি এই দৰে 'তক্‌বিৰ' আৰু 'তোৱাফ' (প্ৰদক্ষিণ কৰি কটোৱা হ'ল। পাচ দিনা 'জোহোৰ' নামাজৰ সময় হ... ৰছুল-কৰিমৰ (দঃ) হুকুম মতে, হজৰত বিলালে কা'বাৰ ওপৰৰ ওখ ঠাইত উঠি আজান দিবলৈ ধৰিলে। সেই ধ্বনি নগৰৰ কেউ ফালে প্ৰতিধ্বনিত হৈ সকলোৰে মনত এটা অপূৰ্ব্ব নতুন ভাবৰ ঢৌ তুলি দিলে। প্ৰথম 'তক্‌বিৰ'ৰ লগে লগে যোতয়া ইমানবিলাক শিষ্যৰ মুখত প্ৰতিধ্বনি হৈ উঠিল, মক্কাবাসীসকলে তেতিয়া ভয়ং খঙত, অহঙ্কাৰত, লাজত, অপমানত আৰু দুখত তেনেই মৰাৰ নিচিনা হৈ জঁয় পৰিল। এনে বিজয়ী নগৰ প্ৰবেশ আৰু পৰাজিত শত্ৰুৰ প্ৰতি এনে সদয় ব্যৱহাৰ! জগতৰ বুৰঞ্জীত ইয়াৰ তুলনা আছে নে?

এই সময়ত কোৰেচবিলাকৰ মনৰ হৰ্‌ৱৰণি আৰু ধৰ্‌ফৰণিৰ পাৰ নাইকিয়া হ'ল। সিইতে চামে-চামে কা'বাৰ আগত গোট খাইছেহি। ৰছুল-কৰিমে (দঃ) কি কৰে বা কি কয়, তাক চাবৰ আৰু শুনিবৰ নিমিত্তে সকলো উত্ৰাৱল। 'জোহোৰ'ৰ নামাজ শেষ হোৱাৰ পাচত গোটখোৱা মানুহবিলাকক ৰছুল-কৰিমে (দঃ) সম্বোধন কৰি এই বক্তৃতা দিলে :— "

(১) আন্ধাৰ যুগৰ গোটেই অহঙ্কাৰ সমূলি লুপ্ত হ'ল। অতি সামান্য কথাৰ নিমিত্তে আৰববিলাকৰ এটা ফৈদে আন এটা ফৈদৰ লগত যুগযুগান্তৰলৈকে আৰু পুৰুষানুক্ৰমে খুনাখুনি, কটাকটি আৰু ডকাইতি কৰিছিল। কোনো এটা মানুহৰ দোষৰ বাবে, তাৰ গোটেই ফৈদটোৰ ওপৰত অন্যায় অত্যাচাৰ কৰা হৈছিল। এতিয়াৰ পৰা তাগৰ যিমান দাবি দাৱা আছিল সকলোবোৰ ৰদ হ'ল।

বছুল-কৰিমৰ (দঃ) বক্তৃতা

(২) ইয়াৰ পাচত যদি কোনোৱে কোনো মানুহক ইচ্ছা কৰি হত্যা কৰে, তাৰ নিমিত্তে অকল হত্যাকাৰীহে দোষী হব। ভুলত কোনো মানুহক হত্যা ক'ৰলে, হত্যাকাৰীয়ে উত্তৰাধিকাৰীবিলাকক এশ উট ক্ষতি পূৰণ দিব লাগিব।

(৩) মানুহ বুলিলেই আদমৰ ( Adam ) পৰা হৈছে আৰু আদম মাটিৰ পৰা সৃষ্ট হৈছে। গতিকে, আদমৰ পো-পোৱালীবিলাক ইটো সিটোৰ ককাই-ভাই আৰু সিহত সকলো সমান, আৰু মানুহ মাটিৰ নিচিনা অহঙ্কাৰ শূন্য হব লাগে। যি মানুহ বেচি 'পৰহেজগাৰ' ( সংযমশীল ) আল্লাৰ ওচৰত তেওঁহে বেচি মহৎ।

(৪) সকলো ৰকম মদ আৰু আন বাগিয়াল বস্তু বেচা-কিনা নিষিদ্ধ।

বক্তৃতাৰ মূৰত ৰছুল-কৰিমে (দঃ) মানুহবিলাকক সম্বোধন কৰি ক'লে :—"হে কোৰেচ ফৈদ! হে মক্কাবাসীসকল! তোমালোকৰ লগত আজি মই কেনে ব্যৱহাৰ কৰিম বুলি ভাবিছা?" সকলোৱে একেমুখে উত্তৰ দিলে—'দয়া আৰু অনুগ্ৰহেৰে"। তেতিয়া ৰছুলে-খোদাৰ চকুলো হৰ হৰকৈ গালেদি বৰলৈ ধৰিলে। তেখেতে ক'লে. "ভাই, আজি মই তোমালোকক গালি শপনি একো নাপাৰোঁ।" আল্লাক

অপৰাধীবিলাকৰ প্ৰতি ৰছুল-কৰিমৰ (দঃ) ব্যৱহাৰ।

তা'লাই তোমালোকক ক্ষমা কৰক। তেওঁ 'ৰহ্মানুৰ্ ৰহিম' (দয়াময় আৰু অনুকম্পাশীল)। যোৱাঁ, তোমালোক সকলো মুক্ত, সকলো স্বাধীন।"

ৰছুল-কৰিমৰ (দঃ) এনে সদয় ব্যৱহাৰ দেখি জনচেৰেক ছাহাবাই বৰ বেয়া পাইছিল। এই সময়ত হজৰত আবুবকৰে তেওঁৰ বাপেক আবুকোহাফাহক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আনিলে। অবুকোহাফাহ তেতিয়া অথৰ বুঢ়া হৈছিল। ৰছুল-কৰিমে (দঃ) তেওঁক দেখি ক'লে, "আবুবকৰ! কিয় তেওঁক এনে অৱস্থাত ইয়ালৈ আনিলা, মই নিজেই তেওঁৰ ওচৰলৈ দেখা কৰিবলৈ গলোঁহেঁতেন।" তাৰ পাচত তেখেতে আবুকোহাফাহক নিজৰ ওচৰত বহুৱাই ইছ্লামত দীক্ষিত কৰে।

ৰছুল-কৰিমৰ (দঃ) অভয় ঘোষণাৰ পাচতো, যিবিলাকে খালিদৰ সৈন্য দলক আক্ৰমণ কৰি দুজন ছাহাবাক মাৰি পেলাইছিল, সেই বিদ্ৰোহীবিলাককো তেখেতে মুক্ত কৰি দিলে। এজন মানুহে ৰছুল কৰিমক (দঃ) লুকাই বধ কৰিবৰ নিমিত্তে পাং পাতি এটা মানুহৰ পঠাইছিল। সেই মানুহটোৱে তেখেতক আক্ৰমণ কৰিব খোজোঁতেই, ছাহাবাসকলে তাক ধৰি, তাৰ হাতৰ পৰা তৰোৱালখন কাঢ়ি লৈ তাক বন্দী কৰি থলে। ৰহ্মতুল-লিল্-আলমানৰ ৰুকণাৰ গুণে সিও মুক্তি পালে।

মক্কা-বিজয়ৰ দ্বিতীয় দিনা, হাঁ-বোলোতেই-ছুমুনিয়াৰ-বাটৰ-পোৱা ৰছুল-কৰিমে (দঃ) কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) কৰি থাকোঁতে, ফোজালা-বেন্-ওমৰ নামেৰে এজন মক্কাবাসীয়ে লুকাই তেখেতক অতৰ্কিত ভাবে বধ কৰিবৰ নিমিত্তে আগবঢ়া দেখি, তেখেতে তেওঁৰ মনৰ ভাব বুজিব পাৰি তেওঁক হাঁহি হাঁহি ক'লে—"ভাল কথা, ফোজালা! সেই আল্লাৰ আগত ক্ষমা খোঁজা।" ফোজালাৰ

ভয়ত বুকু কঁপিবলৈ ধৰিলে। তেওঁৰ এই অৱস্থা দেখি ৰছুল-কৰিমে (দঃ) নিজৰ সোঁ হাতখন তেওঁৰ বুকুত দিয়াত, তেওঁৰ মনৰ ধৰ্ ফৰণি মাৰ গ'ল।

ইব্‌নে-ৰাবি নামেৰে ৰছুল-কৰিমৰ (দঃ) এজন নিলগীয়া ভায়েক আছিল। হোজেল ফৈদৰ এজন মানুহে তেওঁক বধ কৰে। শোণিত-প্ৰতিশোধ-লোৱা নিয়ম আগৰে পৰা চলি আছিল; কিন্তু ইয়াৰ প্ৰতিশোধ লোৱা নাছিল। সাতে সোতেৰে ইয়াৰ প্ৰতিশোধ লোৱাৰ ভাৰ ৰছুল-কৰিমৰ (দঃ) ওপৰত পৰিছিল। তেখেতে প্ৰতিশোধ লোৱা দূৰত থাকক এই অন্যায় প্ৰথাকে সমূলি তুলি দিলে।

ৰছুল কৰিমৰ (দঃ) জীয়েক বিবি জয়নবে মক্কাৰ পৰা হোদায়বিয়ালৈ বাপেকৰ ওচৰলৈ আহোঁতে, বাটত তেওক হাব্বাৰ বেন্-আলআছ্‌ৱাদ নামেৰে এটা বদ্দুয়ে যাঠীৰে খুচি হত্যা কৰিছিল। সেই বাবে, এই বদ্দুটোৱে ভয়ত ইৰাণলৈ (পাৰস্যলৈ) পলাই যাবলৈ দিহা কৰিছিল। কিন্তু ৰছুল-কৰিমৰ (দঃ) দয়া গুণৰ কথা শুনি তেখেতৰ ওচৰলৈ আহি প্ৰাণ ভিক্ষা কৰাতে, তেখেতে তেওঁক ক্ষমা দিলে।

মক্কাৰ ভিতৰলৈ সোমোৱাৰ আগেয়ে. ৰছুল-কৰিমে (দঃ) নগৰৰ সকলো মানুহক অভয় দান দিছিল। ইয়াৰ পাচতো আক্ৰমা, ছফ্‌ৱান আদি, কোৰেচ চৰ্দাৰবিলাকে বহুত মানুহ আৰু হাঁতিয়াৰ গোটাই বিদ্ৰোহাচৰণ কৰি, ৰছুল-কৰিমক (দঃ) হত্যা কৰিবৰ নিমিত্তে তলে-তলে আকাশ-জাল পাতিছল। আক্ৰমাই ক্ষমাৰ অযোগ্য বুলি নিজেই ভাবি নগৰৰ পাচ দুৱাৰেদি ঘোঁৰাত উঠি, ন'কৈ বিয়া কৰা নিজৰ তিৰোতাক এৰি, এমনলৈ পলাই যায়। ৰছুল-কৰিমৰ (দঃ) ক্ষমা গুণ দেখি, তেওঁৰ ঘৈনীয়েকে আউলী-বাউলী হৈ চুলি ছিজি কাতৰ কৰি ৰছুল-কৰিমৰ (দঃ) ভৰিত দীঘল দি পৰি, তেওঁৰ স্বামীৰ প্ৰাণ ভিক্ষা

খুজিলে। তেখেতৰ মন পমি গ'ল আৰু তেওঁৰ স্বামীৰ দোষ ক্ষমা কৰি দিলে। তেতিয়া তেওঁ এমনলৈ গৈ আকৃৰমাক মাতি আনি ৰছুল-কৰিমৰ (দঃ) আগত হাজিৰ কৰেহি। তেখেতে আকৃৰমাক দেখা পোৱা মাত্রকে, নিজে ঠিয় হৈ আগবঢ়াই আনি, আস্তব্যস্তকৈ ওচৰত বহুৱায়, আৰু পাচত হাৱাজেন ফৌজৰ ওপৰত সেনাপতি পাতি দিয়ে। এনে উদাহৰণ আজিলৈকে কোনো বুৰঞ্জীত পোৱা যাব নে?

ছফ্ৱানেও ক্ষমাৰ অযোগ্য বুলি নিজে ভাবি মক্কাৰ পৰা পলাবলৈ বিচাৰিছিল। কিন্তু ব্যক্তিগত কষ্ট, অত্যাচাৰ বা অপৰাধৰ বাবে কেতিয়াও কোনো ৰকম প্রতিশোধ ৰছুল-কৰিমে (দঃ) লোৱা নাছিল। এতেকে তেওঁকো তেখেতে ক্ষমা কৰি দিলে।

আবদুল্লাহ-বেন্-ছাআদ ৰছুল-কৰিমৰ (দঃ) মহৰি আছিল; তেখেতে কিবা লিখিবলৈ ক'লে, তেওঁ তাক হেৰ্ফেৰ কৰি ভাঁজ মিলাই এনে দৰে লিখি থয় যে, তাৰ প্রকৃত অর্থৰ বিপৰীত অর্থ হয়। পাচত ধৰা পৰাত, তেওঁ পলাই গৈ আকৌ পৌত্তলিক হৈ পৰে। মক্কা-বিজয়ৰ পাচত তেওঁ আহি ক্ষমা প্রার্থনা কৰাত, ৰছুল-কৰিমে (দঃ) তেওঁকো ক্ষমা কৰিলে।

মৌখিক উপদেশ ক্ষমা-গুণৰ প্রমাণ নহয়। নিজৰ কামেৰে তাক দেখুৱাব লাগে। যীছুৱে পেৰেজনিত থাকোঁতে তেওঁৰ উৎপীড়নকাৰীক ক্ষমা কৰিবলৈ 'দোৱা' (প্রার্থনা) কৰিছিল—এইটোৱে তেওঁৰ অন্তঃ-কৰণৰ শ্রেষ্ঠতা দেখুৱাইছে মাথোন। তেওঁৰ তেতিয়া এনে অৱস্থা হোৱা নাছিল যে, তেওঁৰ ক্ষমাৰ দৰ্কাৰ। ৰছুল-কৰিম (দঃ) বিজেতা হৈ মক্কাত সোমাইছে, আৰব তেতিয়া তেখেতৰ পদ তলত। যি ডেওপৰা মক্কাবাসীয়ে তেখেতক ইমান অত্যাচাৰ উৎপীড়ন কৰি জলা-কলা কৰিছিল, আজি সিইঁত তেখেতৰ কৃপা-ভিক্ষাৰী। তেখেতে

সিহতক প্ৰচলিত নিযম অনুসাৰে আজি চাণ্ডালৰ হাতত দিব লাগিছিল. কিন্তু দয়াৰ সাগৰে সিহঁতক একেবেলিয়েই ক্ষমা কৰি দিলে।

আব্দুল্লাহ-বেন্ খাটল আৰু মেকয়াছ-বেন্-ছোবাবা নামেৰে দুজন খুনী আচামী নিজৰ প্ৰাণ ৰক্ষাৰ নিমিত্তে মদিনাৰ পৰা পলাই আহি, মক্কাত আত্মগোপন কৰি আছিল। বিশ্বাস ঘাতকতা, স্বেচ্ছা পূৰ্ব্বক নৰ হত্যা, ৰাজদ্ৰোহ, চৰকাৰী তহ্ বিলৰ টকা চুৰি অপৰাধত, মক্কা বিজয়ৰ বহুত আগেয়ে, প্ৰচলিত আইন মতে, আব্দুল্লাৰ প্ৰাণদণ্ডৰ হুকুম হৈছিল। মেকয়াছৰো নৰহত্যা অপৰাধত মক্কা বিজয়ৰ আগেয়ে প্ৰাণদণ্ডৰ হুকুম হৈছিল। সাতে সোতেৰে আগৰ হুকুম মতে এতিয়া কাম কৰা হ'ল।

আব্দুল্লাহ বেন্ খাটল আৰু মেকয়াছ বেন ছোবাবাৰ প্ৰাণ দণ্ড।

তাব্‌ৰাহাৰ (১) ষাঠি হাজাৰ সুসজ্জিত সৈন্যই যি কা'বা অধিকাৰ কৰিবলৈ আহি ধ্বংস পাইছিল, আজি সেই কা বা হজৰত ৰছুল-কৰিমে (দঃ) দহ হেজাৰ ছাহাবাৰে বিনা ৰক্তপাতে একে টিপাতে অধিকাৰ কৰি ললে—এই কথা লৈ মক্কাৰ ঠায়ে ঠায়ে গুণাগথা হবলৈ ধৰিলে।

আৰববাসীৰ ওপৰত ইছলামৰ প্ৰভাৱ।

আৰববাসীয়ে দেখিলে যে, সিহঁতৰ সেই শক্তিহীন প্ৰতিমা-বিলাক তলমূৰ কৰি মাটিত ৰছুল-কৰিমৰ (দঃ) পাদপদ্মৰ তলত নিমাত হৈ নিতাল মাৰি পৰি আছে। এতিয়া কোৰেচৰ সকলো তেজ, অহঙ্কাৰ, মট-মতালি আৰু দুপদুপনিয়ে, সকলো শত্ৰুতা আৰু ষড়যন্ত্ৰই আৰু সিহঁতৰ সকলো দেব-দেৱীয়ে তেওঁতৰ আগত হাৰ মানিলে। সেইবোৰ কাণ্ড দেখি, মক্কাবাসীৰ আৰু গাৱঁৰ মানুহবিলাকৰ ইছ-

(১) এওঁ এথন প্ৰদেশৰ খৃষ্টান শাসনকৰ্ত্তা আছিল। ৰছুল কৰিম (দঃ) মাকৰ গৰ্ভত থাকোতেই এই ঘটনা হয়। কোৰান শৰিফৰ চুৰা ফিলত ইয়াৰ উল্লেখ আছে।

লামৰ প্ৰতি ভক্তি হৈ পৰিল। ইয়াৰ লগে লগে সিহঁতে যেতিয়া দেখিলে ৰছুল-কৰিম (দঃ) এনে দয়ালু যে, কোঁৰেচৰ নিচিনা অজ্ঞাত কাল্-শত্ৰু আৰু ক্ষমাৰ অযোগ্য দোষীবিলাককো ক্ষমা কৰিছে, তেতিয়া সিহঁত একেবেলিয়েই মুগ্ধ হৈ পৰিল।

২০ বছৰৰ আগেয়ে ছাফা পৰ্ব্বতত উঠি ৰছুল-কৰিমে (দঃ) মক্কা-বাসীবিলাকক সত্যৰ ফাললৈ যি দৰে অহ্বান কৰিছিল, আজিও সেই করুণ, মধুৰ, আকুল আহ্বান— কোনো পাৰ্থক্য নাই; কিন্তু পাৰ্থক্য এই—তেতিয়া তেখেত তেনেই কঙ্গাল আৰু নিমাখিত আছিল আৰু আজি লাখ লাখ মানুহে দলে দলে তেখেতৰ পদ ধূলা লবলৈ হাবাথৰি খাই আছি পৰ্ব্বতৰ দাঁতিত হুকুমলৈ বাট চাই থিয় দি আছেহি আৰু দলে দলে তেখেতৰ পবিত্ৰ হাত ধৰি পবিত্ৰ ইছ্লামত দীক্ষিত হবলৈ ধৰিছে।

কেউফালে 'নকীব' (ঘোষণাকাৰী) সকল ধৰ্ম্মপ্ৰচাৰ কৰিবৰ নিমিত্তে গৈছে, কেউফালে ইছ্লামৰ জয়-দুন্দুভি বাজি উঠিছে, পশু পক্ষী আদি কৰি সকলো প্ৰাণীয়ে মধুৰ কণ্ঠে একত্ববাদ ধ্বনি কৰিছে। সেই সময়ত, এদিন ৰছুল-কৰিমে (দঃ) চাফা পৰ্ব্বতত উঠি শিষ্যসকলক উপদেশ দি থাকোঁতে, বোৰকা-পিন্ধা এগৰাকী তিৰোতা ভয়ত থৰ্ থৰ্ কৈ কঁপি লাহে লাহে তেখে-তৰ আগত উচুপি উচুপি কান্দি থিয়হৈ হাতযোৰ কৰি, প্ৰাণ ভিক্ষা মাগিলেহি। উদাৰমতি ৰছুল-কৰিমে (দঃ) তেওঁক সান্ত্বনা দি কবলৈ ধৰিলে— "ভয় নেখাবা, ভয়ৰ কোনো কাৰণ নাই। মই ৰজা নহওঁ, সম্ৰাট নহওঁ। মই তোমাৰে নিচিনা তিৰোতা এগৰাকীৰ সন্তান। আল্লাই তোমাক ক্ষমাকৰক।" তেতিয়াই তেওঁ ইছ্লামত দীক্ষিত হ'ল। এই তিৰোতা গৰাকী পাঠকসকলৰ পূৰ্ব্ব পৰিচিতা—সেই হিন্দা, সেই পিশাচিনী— কোৰেচবিলাকৰ নেতা আবুছুফিয়ানৰ তিৰোতা, যি

হিন্দাৰ ইছ্লাম গ্ৰহণ।

কেচাই-খাতীয়ে, ওহোদ রণ-ক্ষেত্রত হজৰত হামজাৰ বুকু ফালি কলিজাখন উলিয়াই চোবাই খাইছিল। উস্! এনে ঘোৰ কাল্-শত্রুক ক্ষমা যে দিলেই, এনেকি তেওঁৰ উপদ্ৰৱ অতপালিৰ বিষয় বিন্দুমাত্রও মুকটিলে। পাচত এৰেঁই প্রথম মোছ্লিম ৰাজবংশ উম্মিয়া ফৈদৰ মাক হৈছিল। (১)

আক্ৰমা বেন্-আবু-জেহেলৰ ইচ্লাম গ্রহণ।

হয়াৰ দিনচেৰেকৰ পাচত আক্ৰমা-বেন্-আবুজেহেলে ইছ্লাম গ্রহণ কৰে। তেওঁৰ আৰু আন আন প্রাণৰ বৈৰীবিলাকৰ অপৰাধ যে ক্ষমা কৰিলেই, এনে কি আবুছুফিয়ানৰ ঘৰত সোমাই যেয়ে আশ্রয় লৈছিল, তেৰেঁ। মুক্ত।

আবুজেচেলে আজীৱন ৰছুল-কৰিমৰ (দঃ) লগত ঘোৰ শত্রুতা আচৰণ কাৰ আহিছিল। সি মৰাৰ পাচত, মুছলমানবিলাকে তাক গালি-শপনি পাৰে। আক্ৰমা মুছলমান হোৱাৰ পাচত, তেওঁ এদিন ৰছুল-কৰিমৰ (দঃ) খেদমতত গোচৰ দিলেহি—"য়্যা ৰছুলুল্লাহ! মোৰ বাবাজান মৰি গ'ল, কিন্তু এতিয়াও মুছলমানবিলাকে তেওঁক গৰিহণা দিয়ে, মই মনত বৰ কষ্ট পাওঁ।" ৰছুল-কৰিমে (দঃ) শুনি দুখিত হ'ল আৰু সকলোকে কৈ দিলে যে, মৰা মানুহক নিন্দা কৰি জীয়া মানুহক কষ্ট নিদিব। মৰা মানুহে তেওঁলোকৰ ধৰ্ম্ম আৰু কৰ্ম্মফল লৈ গুচি গৈছে, তেওঁলোকক গালি পৰা অন্যায়।

মূৰ্ত্তি ভঙ্গাৰ আদেশ আৰু ইচ্লাম ধৰ্ম্ম পচাৰৰ নিমিত্তে 'নকীব' পঠোৱা।

তাৰ পাচত ৰছুল-কৰিমে (দঃ) ঘোষণা কৰি দিলে যে, যি মানুহে ইছ্লাম গ্রহণ কৰিছে, তেওঁ যেন নিজৰ ঘৰৰ মূৰ্ত্তি-বোৰ ভাঙ্গি পেলায় আৰু গাৱঁত ইছ্লাম প্রচাৰ কৰিবলৈ দলে দলে 'নকীব' পঠালে। ইছ্লামৰ অগ্ন কেউফালে প্রচাৰিত হবলৈ ধৰিলে। খালিদ-বেন্-অলিদেও

(১) হজৰত মাবিয়াৰ মাক।

জনচেৰেক মানুহ লৈ 'বনি-জাজিমা' ফৈদৰ ওচৰলৈ যায়। কিন্তু তেওঁ তালৈ গৈ গোটাচেৰেক মানুহক ভুলত মাৰি পেলায়। ৰছুল-কৰিমে (দঃ) এই বাতৰি শুনি ব্যাকুল হৈ চিঞৰি উঠিল, "হে আল্লাহ! তুমি জানিছা, খালিদৰ এই কামৰ লগত মোৰ কোনো সম্পৰ্ক নাই, মই নিৰ্দ্দোষী।" পাচত ৰছুল-কৰিমে (দঃ) ভালেমান ধন-বিত দি সেই ফৈদৰ মানুহবিলাকক সন্তুষ্ট কৰিলে।

## পৰ্ব্বতীয়া আৰৱবিলাকৰ শত্ৰুতা

হোদায়বিয়া-সন্ধিৰ পাচৰ পৰাই ইছ্লামৰ প্ৰভাব দেখি, মক্কাৰ দাঁতিকাষৰীয়া পৰ্ব্বতীয়া বদ্দুবিলাকৰ মনত ভয় সোমাল। পূৰ্ব্বা এবছৰ হেজ্জাজৰ হাৱাজেন আৰু তায়েফৰ ছকিফ খেলে আৰৱৰ ভিন্ ভিন্ ফৈদ আৰু খেলৰ মানুহবিলাকক ৰছুল-কৰিমৰ (দঃ) বিৰুদ্ধে উচটাই দি আহিছিল। যেতিয়া দেখিলে যে, মক্কা ৰছুল-কৰিমৰ (দঃ) পাৱৰ তলত আৰু গাৱঁৰ বেচি ভাগ মানুহে ইছ্লামৰ দৈব শক্তি দেখি, উপযাচি ইছলাম গ্ৰহণ কৰিছে; তেতিয়া সিহঁতৰ ভয় আৰু বাঢ়িবলৈ ধৰিলে। কোৰেচবিলাকৰ ৰাজহাড় ভাগিল। এতিয়া এই এমুঠি বিদেশী মুছলমানক যদি খেদাব পাৰোঁ, তেনেহলে আধা আৰৱৰ ওপৰত আমাৰ আধিপত্য হব, এই ভাবি সিহঁতে মুছলমানক অতৰ্কিত ভাবে আক্ৰমণ কৰিবলৈ ৪০০০ চাৰি হাজাৰ ফৌজ লৈ আগবাঢ়িল। মালিক-বেন্-আউফে প্ৰধান সেনাপতিৰ ভাৰ পালে।

জানোচা মানুহবোৰ বাটৰ পৰা পলাই আছে, এই ভাবি মালিকে হুকুম দিলে যে, সকলোৱে নিজৰ পৰিয়াল আৰু বস্তু-বেহানি লৈ ওলাব লাগে। সেই দেখি, লৰা-ছোৱালী, তিৰোতা উট ছাগলী আদি লৈ সিহঁত ওলাল।

ৰছুল-কৰিমে (দঃ) এই বিপদৰ বাতৰি পাই, সিহঁতক ভেটা দিবলৈ বাৰ হাজাৰ মানুহ লৈ মক্কাৰ পৰা ওলাল।

হোনেন ৰণ।
হিজৰতৰ ৮ম বছৰ,
৬৩০ খৃ।

স্বদেশৰ স্বাধীনতা ৰক্ষা আৰু স্বদেশবাসীৰ মঙ্গলৰ নিমিত্তে, ছফৱান আদি ভালেমান পৌত্তলিকো তেওঁখতৰ লগত যোগ দিলে। মক্কাৰ বহুত পৌত্তলিকে বহুত হাঁতিয়াৰ আৰু ধন-বিত ধাৰে দি তেখেতক সহায় কৰিলে। আব্দুল্লা-বেন্-ৰাবিয়াই ৩০ হাজাৰ দেৰহম আৰু চাফ্ফান-বেন্-উম্মিয়াই বহুত হাঁতিয়াৰ দিলে। মঙ্গলবাৰে গধূলি মক্কাৰ পৰা ১০ মাইল দূৰৈত হোনেন নামেৰে পৰ্ব্বতীয়া ঠাই এডোখৰত শত্রু পক্ষৰ ফৌজক হঠাৎ দেখা পালেগৈ। ৮হিজৰীৰ ২য় চাউৱাল তাৰিখে ৰাতিপুৱাই শত্রু পক্ষই মোছ্লেম ফৌজৰ ওপৰত অতৰ্কিত ভাবে উবুৰি খাই পৰিলহি। ন মুছলমান আৰু অমুছলমান সৈন্যবিলাক আগত আছিল। সেই সময়ত সিহঁতৰ বহুতৰ হঁতিয়াৰ নাছিল। মোছ্লেম ফৌজ লৈ-লৈ-থৈ-থৈ হৈ পৰিল। এই সময়ত ৰছুল-কৰিমৰ (দঃ) ওচৰত, হজৰত আব্বাচ আৰু আবুছুফিয়ানত বাজে আন কোনো মুছলমান নাছিল। কি ভয়ঙ্কৰ সময়! এনে বিপদৰ মাজতো তেওঁখতে এফেৰাও বিচলিত হোৱা নাই। তেখেতে ঘোঁৰাৰ পৰা নামি আঁঠু কাঢ়ি, আল্লাৰ ওচৰত সহায় আৰু শক্তি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তাৰ পাচত আকৌ ঘোঁৰাত উঠিল। শত্রু সেনা আহি তেখেতক বেৰি ধৰি. কেউফালৰ পৰা অলেখ কাঁড় মাৰিবলৈ

ধৰিলে। কিন্তু তেখেতে নিজে সিহঁতৰ ওপৰত অস্ত্র চলাব নোৱাৰিলে, মাথোন এমুঠি ধূলি আল্লাৰ নাম লৈ সিহঁতৰ চকুলৈ মাৰি পঠালে আৰু সিহঁতে চকু মোহাৰি মোহাৰি পাচ হুঁহকি গ'ল।

এই সময়ত হজৰত আব্বাছে এখন ওখ ঠাইত থিয় হৈ মুছলমানবিলাকক ৰিঙিয়াবলৈ ধৰিলে। তেওঁৰ মাত শুনি, কেউফালৰ পৰা "য়্যা লাব্বায়েক, য়্যা লাব্বায়েক" (এই যে হাজিৰ এই যে হাজিৰ) ধ্বনি উঠিবলৈ ধৰিলে। আৰু ছিন্ন-ভিন্ হৈ যোৱা সৈন্যবিলাক ৰছুল-কৰিমৰ (দঃ) ওচৰত গোট খালেহি। তেখেতে এমুঠি শিল গুটি তুলি লৈ শত্রুবিলাকৰ ফাললৈ মাৰি ক'লে—"শত্রু হাৰিল, আগ বাঢ়া!" মুছলমান ফৌজে, "আল্লাহো আকবৰ" ধ্বনি কৰি, শত্রু ফৌজৰ ওপৰত পৰিল। দোৰ্ঘোৰ ৰণ আৰম্ভ হ'ল। মুছলমানৰ তৰোৱালৰ আগত শত্রু সৈন্যই তিষ্ঠিব নোৱাৰি বয়-বস্তু সকলো পেলাই থৰকাছুটি এৰি, পলাই ফাট মাৰিলে।

আওতাছ-ৰণ।

কিছুমান শত্রু সৈন্য পলাই আওতাছ নামেৰে ঠাই এডোখৰত মুছলমান সৈন্যক আকৌ ধৰিবলৈ গোট খাই খাপ লৈ আছিল। কিন্তু মুছলমানৰ ফৌজৰ আগত টিকিব নোৱাৰি তাৰ পৰাও সিহঁত পলাই গ'ল। মুছলমানবিলাকে বহুত বন্দী আৰু ধন-বিত্ত পালে। তাত বাজে ২৪০০০ উট আৰু ৪০,০০০ ছাগলী তেওঁলোকৰ হাতত পৰিল।

তায়েফ-ৰণ।

হাৱাজেন আৰু ছকিফৰ পলৰীয়া সৈন্য দলৰ বহুত মানুহ লৈ, মালিকে তায়েফত আশ্রয় ললেগৈ। তায়েফৰ কেউফালে ভালেমান কোঁঠ থকাত ঠাইখন সুৰক্ষিত। তাত আটাইবোৰে গোট খাই তুনাই মুছলমান ফৌজক ধৰিবলৈ সাজু হ'ল। ৰছুল-কৰিমে (দঃ) ইয়াৰ উঙ পাই, ভালে

গৈ তাৰ কোঁঠবোৰ ঘেৰি পেলালে। কিন্তু এনেই ৰক্তপাত কৰা অন্যায় ভাবি, প্ৰায় তিনি সপ্তাহ তাত থাকিও কোঁঠৰ ভিতৰত সোমাবৰ কোনো চেষ্টা নকৰি, উভতি আহিল। তায়েফবাসীবিলাকে যাতে আগলৈ বিদ্ৰোহাচৰণ নকৰে, এই ভাবি ভয় খুৱাবলৈ বুলিহে কোঁঠবোৰ অবৰোধ কৰা হৈছিল। উভতিবৰ সময়ত কেই-জনমান মানুহে শত্ৰুবিলাকৰ ওপৰত 'বদ দোৱা' (শাও) দিবলৈ ৰছুল-কৰিমক (দঃ) অনুৰোধ কৰিছিল, কিন্তু তেখেতে দুইখন হাত তুলি এইবুলি 'নেক দোৱা' হে (আশীৰ্ব্বাদ) কৰিলে—"হে আল্লাহ! ছকিফক সুমতি দিয়া, সিহঁতক মোৰ লগত মিলিবলৈ দিয়া!!"

সকলো বন্দী আৰু সিহঁতৰ ধন-বস্তু ইমান দিন মক্কাৰ ওচৰত জেৰাণা (জবালা) নামেৰে এঠাইত ৰখা হৈছিল। তায়েফৰ পৰা উভতি অহাৰ পাচতো ৰছুল-কৰিমে (দঃ) দুই সপ্তাহ হাৱাজেন-বিলাকলৈ বাট চাই চাই, সিহঁত নহাত, অগত্যা সিহঁতৰ ধন-বস্তু ছাগলী আদি কোৰেচ সৈন্যবিলাকৰ মাজত ভাগ্যাই দিলে।

দুই সপ্তাহৰ পাচত হাৱাজেন কৈদৰ জনচেৰেক বন্দু ৰছুল-কৰিমৰ (দঃ) খেদমতত হাজিৰ হৈ করুণা ভিক্ষা কৰাত, তেখেতৰ মন পমি গ'ল। তেখেতে ক'লে, "তোমালোকৰ গহৰিৰ ৰাবেকে সকলো ধন-সম্পত্তি ভাগ হৈ গৈছে, মাথোন এতিয়া বণত বন্দী হোৱা ৬০০০ ছহাজাৰ মানুহ ভাগ নোহোৱাকৈ আছে। ধন-সম্পত্তি ফিৰত পাবলৈ এতিয়া একো উপায় নাই।" সিহঁতে ক'লে আমাক ধন-বস্তু একো নেলাগে, মাথোন আমাৰ মানুহবিলাকৰ প্ৰাণৰক্ষা হলেই হয়।"তেতিয়া ৰছুল-কৰিমে (দঃ) ক'লে—"বাক, তোমালোক নামাজৰ সময়ত মছজিদলৈ যাবা।"

নামাজৰ পাচত ৰছুল কৰিমে (দঃ) সকলোকে ক'লে— "তোমা-লোকৰ এই ভাইহঁতে, তোমালোকৰ আগত আহি বন্দীবিলাকৰ মুক্তিভিক্ষা

কৰিছেহি। 'মোৰ বংশ পৰিয়ালৰ পাবলগীয়া গোটেই বন্দীকে মই হলে পণ নোলোৱাকৈয়ে এনেই এৰি দিছোঁ।" তেখেতৰ এই উদাৰতা দেখি, তেতিয়াই মুছলমান সকলোৱেই নিজ ইচ্ছাৰে নিজৰ পাবলগীয়া ভাগ এৰি দিলে। মাথোন দুজন অমুছলমানে বিনা পণত সিহঁতৰ দাবি এৰিব নুখুজিলে। ৰছুল-কৰিমে ( দঃ ) তেতিয়া সেই মুক্তিপণ নিজে দিম বুলি গাত লৈ ৬০০০ ছহাজাৰ মতা-তিৰোতা, লৰা-ছোৱালীক, এটি ফুটা কড়ি নোলোৱাকৈ, তত্কালে মুক্ত কৰি দিলে। যাবৰ সময়ত তেখেতে বন্দীবিলাকক নঁ কাপোৰ পিন্ধাইহে বিদায় দিলে। তেখেতৰ এই মহত্ত্ব দেখি, তায়েফবাসীবিলাকৰ বহুতে তেতিয়াই 'ইমান' আনিলে।

বন্দীবিলাকৰ মাজত ৰছুল-কৰিমৰ (দঃ) ধাই হেলিমাৰ জীয়েক 'শ্বেমা'ও আছিল। ৰছুল-কৰিমে (দঃ) এই কথা জানি, তেতিয়াই নিজৰ গাৰ চাদৰখন পাৰি তেওঁক বহুৱালে আৰু মাকৰ বিষয় অনেক কথা সুধি পা-পইচা দি বিদায় দিলে।

তায়েফৰ মানুহবিলাকে সিহঁতৰ কোঁঠৰ ওপৰৰ পৰা জুইত ৰঙা হৈ থকা লোবোৰ পেলাই মুছলমানবিলাকক হাৰাশাস্তি কৰিছিল। আগত থকা আঙুৰ বাৰীবোৰে মুছলমানবিলাকৰ অসুবিধা কৰাত, ৰছুল-কৰিমৰ ( দঃ ) হুকুম মতে, আঙুৰ গছবোৰ কাটি পেলাবলৈ ধৰা হৈছিল। তেতিয়া ভয় খাই, শত্রু পক্ষৰ জনচেৰেক মানুহ আহি সেই গছবোৰ নেকাটিবলৈ আৰজ কৰাত ৰছুল-কৰিমে (দঃ) কাটিবলৈ হাক দিলে।

ৰছুল-কৰিমে ( দঃ ) এতিয়া কোঁঠৰ ভিতৰত সোমাই থকা সেনাপতি মালিকলৈ কৈ পঠিয়ালে যে, যদি তেওঁ আহি ভৱিষ্যতে তেখেতৰ বা মুছলমান সকলৰে বিৰুদ্ধে কোনো শত্রুতা নকৰোঁ বুলি প্ৰতিজ্ঞা

কৰে, তেনেহলে হোনেন-ৰণত তেওঁলোকৰ যি বস্ত্র-বস্তু মুছলমানৰ হাতত পৰিছিল, তাক ওভোতাই দিব আৰু তাৰ উপৰি ১০০ টা উট পাব। মালিকে সন্তুষ্ট হৈ গোটেই ফৈদে সৈতে মুছলমান হয়।

তায়েফ প্ৰতিনিধিসকলৰ লগত হজৰত হাম্জাৰ হত্যাকাৰী সেই হাব্চী গোলাম ( Negro slave ) ৱাহশীও আহিছিল। সি ৰছুল-কৰিমৰ (দঃ) আগত ক্ষমা প্ৰাৰ্থনা কৰাত, তাকো ক্ষমা কৰি দিলে

কাব-বেন্-জহীৰ নামেৰে আৰবৰ এজন নামজলা কবিয়ে ওজস্বিনী কবিতা লিখি গোটেই আৰব প্ৰদেশক ইছ্লামৰ

কাব-বেন্-জহীৰৰ বিৰুদ্ধে উচটাই দিছিল। মক্কা-জয় হোৱাত, তেওঁ

ইছ্লাম গ্ৰহণ। নগৰ এৰি পলাইছিল। পাচত ৰছুল-কৰিমৰ (দঃ) দয়া গুণৰ কথা শুনি, তেওঁ নিজৰ দোষত লজ্জিত হৈ ছদ্ম বেশ ধৰি তেখেতৰ ওচৰলৈ আহি ক'লে—"য়্যা ৰছুলুল্লাহ! মই যদি কা'বক আপোনাৰ আগত আনি পেলাই দিওঁ আৰু সি ইছ্লাম গ্ৰহণ কৰে, তেন্তে তাক আপুনি ক্ষমা কৰিব নে?" ৰছুল-কৰিমে ( দঃ ) ক'লে—"অৱশ্যে মই তেওঁক ক্ষমা কৰিম।" তেতিয়া কাবে কৰযোৰে আঠু লৈ উত্তৰ দিলে—"য়্যা ৰছুলুল্লাহ! ময়ে সেই পাপী কা'ব।" এই কথা শুনিয়েই উপস্থিত ভদ্ৰলোকসকলে খঙত জ্বলি' পৰি, "মাৰ মাৰ, ধৰ ধৰ" কৈ তেওঁক বধিবলৈ উঠিলে। এনেতে, ৰছুল-কৰিমে ( দঃ ) তেওঁলোকক বাধা দি ক'লে—"ক্ষান্ত হোৱা, মই কা'বক অভয় দিছো।" কা'বে তেতিয়া 'কলমায়ে শ্বাহাদত' পঢ়ি ইছ্লাম গ্ৰহণ কৰিলে। এই মহত্ত্বত মুগ্ধ হৈ কা'বে এটি গুণ-কীৰ্ত্তনসূচক 'কবিতা' লিখে। ৰছুল-কৰিমে ( দঃ ) তাক পঢ়ি, তাৰ বঁটা স্বৰূপে তেওঁক তেতিয়াই নিজৰ চাদৰ এখন দিলে। খলিফা মাবিয়াই, কা'বৰ উত্তৰাধিকাৰীসকলৰ

পৰা এই চাদৰখন ২০ কুৰি হাজাৰ দেৰ্হম দি কিনি লয়। পাচত ৩৬ জন খলিফাই এই চাদৰখন পিন্ধিছিল। অৱশেষত তাতাৰৰ ৰজা হালাকুৱে, বোগদাদ (Baghdad) জয় কৰি মোতাশ্বেম্ খলিফাৰ পৰা চাদৰখন কাঢ়ি নি, পুৰি পেলায়।

ৰছুল-কৰিমে (দঃ) ৰণত পোৱা সকলোবোৰ বয়-বস্তু, এইদৰে ন-মানুহবিলাকক দি উকৰাই দিব বুলি ভাবি, মুছলমানবিলাকে তাৰ ভাগ বিচাৰিলে। ৰছুল-কৰিমে (দঃ) তেতিয়া আগৰ নিয়ম মতে ⅘ ভাগ নিজৰ ফৌজৰ মাজত ভগিয়াই দিলে আৰু নিজৰ কাৰণ ⅕ ভাগ ৰাখিলে।

তায়েফৰ দুৱাৰ আক্রমণ কৰোঁতেই আবুছুফিয়ানৰ চকু এটা নষ্ট হয়। সেই বাবে, ৰছুল-কৰিমে (দঃ) নিজৰ ভাগৰ পৰা ক্ষতি পূৰণ স্বৰূপে তেওঁক ১০০ টা উট আৰু কিছু টকা দি, বাকী যি তেখেতৰ আছিল, তাক আকৰমা-বেন্-আবুজেহেল আৰু 'মক্কাৰ আন আন নামজ্বলা ন-মুছলমানবিলাকৰ মাজত ভগিয়াই দিলে। এই মানুহ বিলাকৰ মাজত আব্বাছ-বেন্-মাৰ্দাচ নামেৰে এজন কবি আছিল। তেওঁ যি ভাগ পাইছিল তাত খুচি নহৈ, এটা ব্যঙ্গপূৰ্ণ কবিতা গাবলৈ ধৰে। ৰছুল-কৰিমে (দঃ) শুনি মিচিকিয়াই হাঁহি হুকুম দিলে— "এই মানুহজনক ইয়াৰপৰা লৈ গৈ তেওঁৰ জিভাখন কাটি পেলোৱা।" হজৰত ওমৰে সঁচাসঁচিকৈ তেওঁৰ জিভাখন কাটে কাটে হৈছে, এনেতে হজৰত আলীয়ে ৰছুল-কৰিমৰ (দঃ) আদেশৰ মৰ্ম্ম বুজি আব্বাছক য'ত ৰণত পোৱা জন্তুবোৰ জমা কৰি থোৱা হৈছিল তালৈ নিলে। তাত হজৰত আলীয়ে কলে-"আব্বাছ! তোমাক যিটো লাগে, এই জন্তুবোৰৰপৰা লোৱা।" এই কথা শুনি আব্বাছে জাপয়াই চিঞৰি উঠিল "এই দৰেই ৰছুল-কৰিমে (দঃ) মোৰ

জিভা কাটিবলৈ হুকুম দিছেনে? মই শপত খাই কৈছোঁ মোক একো নেলাগে।" তথাপি ৰছুল-কৰিমে (দঃ) পাচত তেওঁলৈ ৬০টা উট পঠিয়াই দিলে। তেতিয়াৰেপৰা তেওঁ ৰছুল-কৰিমৰ (দঃ) এজন প্ৰধান অমৰা ভক্ত হৈ পৰিল।

আন্‌ছাৰবিলাকে ৰছুল-কৰিমৰ (দঃ) ভাগৰ ভাগ নোপোৱাত, 'মোনাফিক' (কপটীয়া মুছলমান) কেইজনমানে আন্‌ছাৰ ডেকা জনচেৰেকক কুমন্ত্ৰণা দি উচটাই দিছিল। ৰছুল-কৰিমে (দঃ) ইয়াৰ তলা-নলা পাই সেই ডেকাবিলাকক বুজাই ক'লে—"কো[illegible]ক ন'কৈ দীক্ষিত হৈছে আৰু তেওঁলোকৰ এই ৰণত ভালেম[illegible] হৈছে, তেওঁলোকক সন্তুষ্ট কৰিবলৈকে মই এনে কৰিলোঁ। তেওঁলোকে উট, ছাগলী আদি লৈ ঘৰলৈ যাব। কিন্তু তোমালোকে তোমালোকৰ মাজত খোদাৰ ৰছুলক লৈ ঘৰলৈ যাবা। মই তোমালোকৰ লগত আছোঁ"। তেতিয়া আন্‌ছাৰবিলাকে হাঁহি পেলালে।

অষ্টম হিজৰীৰ শেহ মাহত ৰছুল-কৰিম (দঃ) মদিনালৈ আহে। সত্য ধৰ্ম্মলৈ আহ্বান কৰিবৰ নিমিত্তে কেউফালে 'নকীব' পঠোৱা হয়। ৰছুল-কৰিমৰ (দঃ) স্বৰ্গীয় চৰিত্ৰৰ প্ৰভাৱত আৰু তেখেতৰ প্ৰচাৰ কৰা সত্যৰ মহিমাত জনসাধাৰণ আকৃষ্ট হৈ 'তৌহিদ'ৰ ধ্বনি চাৰিওফালে তুলিবলৈ ধৰিলে।

এই অষ্টম হিজৰীৰ শেহ ছোৱাত ৰছুল-কৰিমৰ (দঃ) ছমৰীয়া কেচুৱা হুমলীয়া পুত্ৰেক ইব্ৰাহিমৰ 'ইন্তাকাল' (মৃত্যু) হয়। ঘটনাক্ৰমে সেই দিনা সূৰ্য্য গ্ৰহণ লগাত, আকাশ আন্ধাৰ হৈছিল। এই দুই ঘটনা একে সময়তে হোৱাত মক্কাবাসীসকলে আচৰিত হৈ কবলৈ ধৰিলে "হজৰত মোহম্মদ (দঃ) সঁচাকৈয়ে আল্লাৰ ৰছুল। সেই দেখি, আজি

ৰছুল-কৰিমৰ (দঃ) পুত্ৰেক ইব্ৰাহিমৰ মৃত্যু।

প্ৰকৃতিয়েও তেখেতৰ পুতেকৰ অকাল মৃত্যুত 'শোক কৰিছে।' ৰছুল-কৰিমে (দঃ) এই কথা শুনি ক'লে—"কোনো মানুহৰ জনম-মৰণৰ লগত প্ৰকৃতিৰ কোনো সম্পৰ্ক নাই। এই ঘটনাৰ বাবেহে যদি তোমালোকে মোক সঁচা আল্লাৰ-ৰছুল বুলি ভাবিছা, তেনেহলে মই তোমালোকক ইছ্লামত দীক্ষিত কৰিব নোৱাৰোঁ।" এনেধৰৰ অন্ধ বিশ্বাসৰ কণ-কঠীয়া মৰাই হৈছে ইছ্লামৰ ঘাই লক্ষ্য। Sir Muir চাহাবে লিখিছে —"ভণ্ড মানুহ হলে এই ভ্ৰান্তিটোকে সঁচা বুলি ধৰ ললেহেঁতেন, কিন্তু মোহম্মদে এই ধাৰণা অগ্ৰাহ্য কৰিলে।"

## তাবুক অভিযান।

(৯ হিজৰী, ৰজব। ৬৩০ খৃঃ অক্টোবৰ।)

ৰোমৰ কায়চৰে (সম্ৰাটে) যীচু খৃষ্টৰ জন্মৰ আগৰেপৰা আৰৱ দেশখন নিজৰ হাতলৈ আনিবলৈ চেষ্টা কৰি আছিল। এবেলি সম্ৰাট আগষ্টচৰ সাহায্যত ইলয়াছগ্যালচ নামেৰে ইৰাণ (পাৰস্য) দেশৰ এজন শাসন-কৰ্ত্তাই বহুত ফৌজ লৈ আৰৱ আক্ৰমণ কৰিবলৈ আহি ছমাহ মৰি-পৰি যুঁজিও নিৰাশ হৈ আলেকজান্দ্ৰিয়ালৈ উভতি যাবলৈ বাধ্য হয়। তাৰ পাচত মুতা ৰণত হাৰি যোৱাত, ৰোমৰ সম্ৰাটে অতিকৈ অপমান পালে। এই অপমানৰ পোটক দিবলৈ আৰু ইছ্লামৰ দিনক-দিনে অতপা শ্ৰীবৃদ্ধি দেখি ভয় খাই, তাৰ কঁকাল ভাজি পেলাবৰ অৰ্থে, কায়চৰে মদিনা আক্ৰমণ কৰিবলৈ সাজু হ'ল। ৰজৱ মাহৰ আগ ছোৱাতে চিৰিয়াৰ পৰা এদল সাউদে মদিনালৈ আহি উলিয়াই দিলে যে, কায়চৰে ৪০ হেজাৰ ফৌজ কোৰ্ব্বাক

নামেৰে সেনাপতিৰ তলত দি মদিনা আক্ৰমণ কৰিবলৈ পঠিয়াইছে, আৰু আৰবৰ অলেখ খৃষ্টান আৰু পৌত্তলিকে বিদ্ৰোহ ঘোষণা কৰিব।

ৰছুল-কৰিমে (দঃ) এই উৰা-বাতৰি পাই, ৪০ হেজাৰ বীৰ লৈ শত্ৰু-সৈন্যক আগচিবলৈ ওলাল। হজৰত ওমৰে নিজৰ যি ধন-সম্পত্তি আছিল মানে তাৰ আদখিনি এই ৰণৰ নিমিত্তে দিলে। হজৰত আবুবকৰে নিজৰ যি আছিলে মানে গোটেইখিনি দি পেলালে। ৰছুল-কৰিমে (দঃ) সুধিলে—"আবুবকৰ! নিজৰ পৰিয়ালৰ নিমিত্তে ঘৰত কি থৈছা?" ছিদ্দিক-আকবৰে উত্তৰ দিলে—"অক্ষয় ৰছুল—আল্লাহ আৰু তেওঁৰ ৰছুল"। হজৰত ওছ্‌মান জিন্নুৰেইনে এহেজাৰ উট, ৭০টা ঘোঁৰা, এহেজাৰ সোণৰ মোহৰ আৰু আৱশ্যকীয় আহিলা-পাতি দিলে। এইদৰে ছাহাবা সকলোৱে গাই পতি সহায় কৰিলে। মুছলমান তিৰোতাবিলাকেও নিজৰ অলঙ্কাৰাদি বেচি টকা-পয়চা দি সহায় কৰিলে। আবু-আকেল নামেৰে এজন দুখীয়া ছাহাবীয়ে দুসেৰ খোৰ্ম্মা (শুকান খাজুৰ) আনি ৰছুল-কৰিমক (দঃ) কলে যে, ওৰেৰাতি মানুহক পানী যোগাই চাৰি সেৰ খোৰ্ম্মা পাইছিলোঁ, তাৰে আধা লৰা-ছোৱালীৰ নিমিত্তে থৈ, আধা আনিছোঁ।

৩০ হেজাৰ পদাতিক আৰু ১০ হেজাৰ ঘোঁৰ-চাৱাৰ আল্লাৰ জয়ধ্বনি কৰি পাহাড়-পৰ্ব্বত কঁপাই তাবুকত ওলাল। বিজন মানুহৰ আঙুলিৰ চিৰাঁৰতে ইমানবিলাক মানুহে উৎসাহেৰে নিজৰ প্ৰাণ দিবলৈ তৈয়াৰ হব পাৰে, তেনে মানুহৰ লগত যুঁজা উলামুলা কথা নহয়—এনে ভাবি. কায়চৰৰ সৈন্যই ভয়ত সোত্-মোচ খাই বাটৰে পৰা উভতি গ'ল।

ৰছুল-কৰিমে (দঃ) প্ৰায় এমাহমান তাবুকতে থাকি, তাৰ খৃষ্টান্-বিলাকৰ মাজত ইছ্‌লাম প্ৰচাৰ কৰে। ৰোমৰ ফৌজ উভতি যোৱাৰ

পাচত, তাৰ খৃষ্টানবিলাকক নির্ম্মূল কৰাৰ বৰ চল ওলাইছিল, কিন্তু কৰুণাসাগৰ ৰছুল-কৰিমে (দঃ) সিহঁতক অভয় দান দিলে। তেখেতৰ অনুপম চৰিত্ৰ আৰু মহিমা দেখি বহুত খৃষ্টানে উপযাচি ইছ্লাম গ্ৰহণ কৰে। যিবোৰ খৃষ্টানে ইছ্লাম গ্ৰহণ নকৰিলে, সিহঁতক সম্পূর্ণ স্বাধীনতা দি, বছৰে প্ৰতি অলপ কৰ দিবলৈ হুকুম দিলে।

আব্দুল্লা নামেৰে এজন ভক্ত তাবুকৰ বাটত (১) 'ইন্তাকাল' (মৃত্যু) হয়। তেওঁৰ শ'টি হজৰত আবুবকৰ আৰু হজৰত ওমৰে কবৰৰ্লৈ নমাইছে, হজৰত বিলালে বন্তি এগছ লৈ থিয় দি আছে, এনেতে ৰছুল-কৰিমে (দঃ) ব্যাকুল হৈ চিঞৰি উঠিল—"সন্ত্ৰমেৰে, তোমালোকৰ ভায়েৰাক সন্ত্ৰমেৰে নমোৱা।" পাচত তেখেতে নিজেই নামি নিজ হাতেৰে তেওঁৰ শ'টি কবৰত থলে। এই আব্দুল্লা নো কোন? এওঁৰ নাম আছিল আব্দুল-ওজ্জা (ওজ্জাদেৱৰ দাস)। আব্দুল-ওজ্জাৰ বাপেক নাছিল, তেওঁ দদায়েকৰ এজন মাথোন উত্তৰাধিকাৰী। দদায়েকে তেওঁক বহুত ধন-বিত দি ডাঙৰ মানুহৰ ছোৱালী এটি আনি দি, এটা বেলেগ কাৰবাৰ খুলি দিছিল। তেওঁ বৰ সুখেৰে দিন কটাইছিল। এনেতে ৰছুল-কৰিমৰ (দঃ) সত্য ধর্ম্মৰ আহ্বান ধ্বনি তেওঁৰ কাণত পৰিল। এদিন তেওঁ দদায়েকক ইছ্লাম গ্ৰহণ কৰিবলৈ অনুৰোধ কৰাত, দদায়েকে খঙত জ্বলি উঠি ক'লে যে, তোৰ নিচিনা নাস্তিকে মোৰ সম্পত্তিৰ ফুটা-কড়ি এটিও পাব

(১) কোৰ্আন মজিদত উল্লেখ কৰা আদ আৰু ছমুদ জাতি এই তাবুকৰ বাটত, মদায়েনুচ্ছালেহ্ আৰু আল্-আ'লা, এই দুই হিজাজ ৰেল-ষ্টেচনৰ মাজত 'হেজৰ' নামেৰে ঠাইতে আছিল। আল্লাৰ অভিশাপত পৰি এই দুই জাতি ধ্বংস পায়। গ্ৰন্থকাৰে মদিনাৰ পৰা দামেস্কলৈ (Damascus) যাওঁতে এই ঠাই দেখি আহিছে।

নোৱাৰে। তেতিয়াই তেওঁ নিজৰ গাৰ কাপোৰ সোলোকাই বলিয়াৰ দৰে বাঁৰী মাকৰ ওচৰলৈ গৈ কৰলৈ ধৰিলে—"আই মোৰ লাজ ৰাখক।" মাকে তেওঁৰ স্বামীৰ দিনৰ এখন থঙ্গা পেলাই দিলে। সেই থঙ্গা পিন্ধি তেওঁ মদিনালৈ গৈ ৰছুল-কৰিমৰ (দঃ) আগত থিয় হ'লগৈ। ৰেছালৎমাবে সকলো কথা বুজিব পাৰি সুধিলে, "তুমি কোন?" "মই আব্দুল-ওজ্জা, সত্যৰ সেৱক, হজুৰৰ দোৱাৰ (আশীৰ্ব্বাদৰ) মগনিয়াৰ।" "সাধু! তুমি আৰু 'ওজ্জা'ৰ দাস' নোহোৱা, এতিয়া আল্লাৰ দাস, যোৱাঁ আছ্হাবে-ছুফ্ফাৰ দলত সোমোৱাঁ। মোৰ ওচৰত এই মছ্জিদতেই তুমি থাকিবা।"

## হজৰত আবুকৰৰ হজ-যাত্ৰা
### (৯ হিজৰী)

তাবুকৰপৰা উভতি অহাৰ পাচত ভিন্ ভিন্ ঠাইৰপৰা দলে দলে মানুহ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ ধৰ্ম্ম-শিক্ষা কৰিবলৈ অহা দেখি, তেখেতে নিজে এইবেলি হজ কৰিবলৈ যাব নোৱাৰি, তিনিশ মুছলমান হজীৰ লগত হজৰত আবুকৰ-চিদ্দিকক তেওঁলোকৰ 'আমীৰ' (চৰ্দাৰ) আৰু হজৰত আলীক 'নকীৰ' (ঘোষণাকাৰী) কৰি পঠালে। কোৰবানীৰ কাৰণ ২০ টা উট যায়। ৰছুল-কৰিমে (দঃ) দেখিলে যে পৌত্তলিকবিলাক বছৰে বছৰে কা'বালৈ আহি আগৰ দৰে তীৰ্থ কৰেহি আৰু মুছলমানবিলাকেৰে লেটি-পেটি হয়হি। পাচে জানোচা আকৌ ইছ্লামৰ ভিতৰত পৌত্তলিকতা সোমায়, এনে ভাবি হজ কৈ যোৱাৰ পাচত, হজৰত আলীৰ দ্বাৰা মিনাত ঘোষণা কৰাই দিয়ালে

যে, এতিয়াৰেপৰা পৌত্তলিকবিলাকে কা'বাত হজ্জ কৰিব নোৱাৰে আৰু কোনো মানুহে নাঙঠ হৈ কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) কৰিব নোৱাৰে। তেতিয়াৰেপৰা পৌত্তলিকৰ সংখ্যা ৰৰকৈ টুটিবলৈ ধৰিলে।

## কটকী-বছৰ।

### (৯ হিজৰি। ৬৩০ খৃঃ।)

নিঃসহায়, নিৰাশ্ৰয় সাধকে যিদিনা পোন প্ৰথমেই 'তৌহিদ' বাণী ঘোষণা কৰিছিল, তেতিয়াৰেপৰা ২২ বছৰ আৰু মদিনালৈ অহাৰ পাচত ন বছৰ হৈ গৈছে, কিন্তু তেখেতৰ জীৱনৰ ভিতৰত কোনেও এনে এটা ঘটনা কেতিয়াও খুচৰি উলিয়াব নোৱাৰে যে, তেখেতে অমুক মানুহটোক বলেৰে ইছ্লাম গ্ৰহণ কৰিবলৈ বাধ্য কৰিছিল। সত্যই নিজেই নিজক জয়া কৰি লৈছে। সত্যৰ মহিমা আৰু ৰছুল-কৰিমৰ (দঃ) চৰিত্ৰ-মাহাত্ম্য, একেলগে গোটপিত পাই, শত্ৰুক মিত্ৰ আৰু 'মোশ্ৰিক'ক (অংশীবাদীক) মোছ্লিম কৰি পেলালে।

ইছ্লাম শান্তিৰ ধৰ্ম্ম। সেই দেখি, ৰছুল-কৰিমে (দঃ) জননী জন্মভূমি এৰি মদিনালৈ যায়; নানা প্ৰকাৰ অপমান সহিও তেখেতে হোদায়বিয়াৰ সন্ধি কৰে; জীৱনৰ প্ৰত্যেক সুযোগতে তেখেতে অমুছলমান জাতিবিলাকৰ লগত সন্ধি কৰিবৰ নিমিত্তে ব্যাকুল হয়।

মক্কা-বিজয়ৰ পাচত ৰছুল-কৰিমৰ (দঃ) শক্তি আৰু মাহাত্ম্যৰ কথা দেশ বিদেশত ফুটি-ফাটি গ'ল। ৯ ম হিজৰীৰ প্ৰথমৰেপৰা শেষলৈকে পৌত্তলিক, ইহুদী, খৃষ্টান সম্প্ৰদায়ৰ পক্ষৰপৰা এশতকৈও বেচি কটকী আৰু প্ৰতিনিধি মদিনালৈ আহি উপ্যাচি ইছ্লাম গ্ৰহণ কৰিবলৈ

ধৰিলে। সেই দেখি, ইছ্লামৰ বুৰঞ্জীত এই বছৰক "কটকী-বছৰ" বোলে। ইছ্লামে নিজ গুণতেই কল্পনাতীত সফলতা লাভ কৰিব পাৰিছিল। অস্ত্ৰৰ লগত তাৰ কোনো প্ৰকাৰ সম্বন্ধ নাছিল।

এই বিশ্ব-ভূমণ্ডলত এনে কোনো ধৰ্ম্ম-গুৰু জন্ম গ্ৰহণ কৰা নাই, যি তেওঁৰ কৰ্ত্তব্যৰ পূৰ্ণ সফলতা নিজ চকুৰে দেখিবলৈ পাই আনন্দিত হৈছে। কিন্তু এই নিৰ্ম্মল সুখ ভোগ কৰাটো আল্লাই কেৱল তেওঁৰ এই "উম্মি" ( নিৰক্ষৰ ) নবীৰ কপালতহে লিখিছিল।

ওৰৱা বেন্ মচউদৰ ইছ্লাম গ্ৰহণ আৰু তেওঁৰ শ্বাহাদৎ।

তায়েফৰপৰা উভতি অহাৰ পাচত ওৰৱা-বেন্-মছ্উদ নামেৰে তায়েফৰ এজন বৰ মুখিয়াল মানুহ মদিনালৈ আহি ইছ্লাম ধৰ্ম্মত দীক্ষা গ্ৰহণ কৰে। তেতিয়াৰ নিয়ম অনুসৰি ওৰৱাৰ বহুত তিৰোতা আছিল। হুকুম হ'ল—একে সময়তে চাৰি গৰাকী তিৰোতাতকৈ বেচি ৰখা ইছ্লামত নিষিদ্ধ। এই হুকুম শুনা মাত্ৰকেই ওৰৱাই মাথোন চাৰিজনীহে তিৰোতা ৰাখিলে। এদিন ওৰৱাই ৰছুল-কৰিমক (দঃ) ক'লে 'মোৰ খেলৰ মানুহবোৰ এতিয়াও আন্ধাৰতে ভুল হৈ আছে। মই সিহঁতৰ মাজত ইছ্লাম প্ৰচাৰ কৰিব খুজিছোঁ।" তেখেতে ক'লে—"সেইটো ভাল কথা, কিন্তু মোৰ ভয় হৈছে যে, সিহঁতে তোমাক মাৰি পেলাব।"

ৰছুল-কৰিমৰ (দঃ) অনুমতি পাই. ওৰৱাই তায়েফলৈ গৈ সকলোকে সত্য ধৰ্ম্মলৈ আহ্বান কৰিবলৈ ধৰাত, গোটেই ছকিফ ফৈদ তেওঁৰ প্ৰাণৰ বৈৰী হৈ প'ৰিল। এদিন নিজৰ ঘৰত তেওঁ আশা-শুধীয়াকৈ আল্লাৰ নাম লৈ আছে, এনেতে সকলোৱে তেওঁলৈ কাঁড় মাৰিবলৈ আৰু শিল দলিয়াবলৈ ধৰিলে। এটা কাঁড় তেওঁৰ প্ৰেম পূৰ্ণ বুকুত সোমাই সৰকি গ'ল। তেওঁ "আল্লাহো আকবৰ" ধ্বনি.

কৰি মাটিত লুটিখাই পৰিল। তেওঁ অন্তৰ্হিত হ'ল হয়, কিন্তু তেওঁৰ সাধনা বৈ গ'ল।

তায়েফবাসীৰ ইছ্লাম গ্ৰহণ।

ওৰৱা মৰাৰ লগে লগে, তেওঁৰ স্বজাতীয়বিলাকৰ মাজত তেওঁৰ সাধনাৰ বিষয় আন্দোলন হবলৈ ধৰিলে। তাৰ পাচত ৯ম হিজৰীৰ ৰম্জান মাহত অৰ্থাৎ ৰছুল ক'ৰিমক (দঃ) অপমান কৰি পছ-খেদা দিয়াৰ ৯ বছৰৰ পাচত, ইছ্লামৰ ঘাই শত্ৰু আব্দেয়্যা'লিলে ৫ জন মানুহক লৈ ৰছুল-ক'ৰিমৰ (দঃ) ওচৰলৈ গৈ দিনচেৰেক নানা প্ৰকাৰ ধৰ্ম্মতত্ত্ব জানি, ইছ্লামত দীক্ষা লবলৈ তৈয়াৰ হৈ সুধিলে —"আমাৰ 'ৰাব্বাহ' (মানাত দেৱীৰ মূৰ্ত্তি) সম্বন্ধে কি ব্যৱস্থা হব?" ৰছুল-কৰিমে (দঃ) হাঁহি ক'লে—"কিহৰ 'ৰাব্বাহ'? তাক ভাঙ্গি পেলোৱা।" মানুহ কেইজনে ইয়াকে শুনি চিঞৰি উঠিল—"ৰাব্বাহে এই কথা জানিলে, খিতাতে আপোনালোকৰ কণ-কঠীয়া মাৰি পেলাব, এনেকুৱা কথা মুখত নানিব। আমাৰো পো-পোৱালীৰ সঁচ মাৰি পেলাব।" ৰছুল-কৰিমে (দঃ) ক'লে—"বাক, মই মানুহ পঠিয়াই তাৰ দিহা কৰিম।"

প্ৰতিনিধিবিলাকৰ লগত মুগীৰা আৰু আবুছুফিয়ানক পঠোৱা হ'ল। এওঁলোকে 'ৰাব্বাহ' ভাঙ্গিবলৈ আহিছে বুলি শুনি গোটেই নগৰত হা-হা-কা-কা লাগি পৰিল। তিৰোতাবিলাকে কান্দি কোঁহাল লগালে, নাজানো আজি কি বিলাই হয়। এনে হুৰাদুৱা হৈ থাকোঁতে মুগীৰাৰ লোৰ গদা 'ৰাব্বাহ'ৰ মূৰত পৰিল আৰু অন্ধ-বিশ্বাসী ভক্তবিলাকৰ আগতে সি ডোখৰ ডোখৰ হৈ মাটিত পৰি গ'ল। পাচত এবছৰৰ ভিতৰতে তায়েফৰ সকলো মানুহে ইছ্লাম গ্ৰহণ কৰিলে।

এইদৰে 'তাঁনিম' খেল, 'হানিফা' খেল, 'নাজৰণ' খৃষ্টান আদি আৰবৰ ভালেমান পুৰণি আৰু সম্ভ্ৰান্ত খেলৰ পৌত্ত-লিক আৰু পাৰ্চিবিলাকে ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ কটকী আৰু প্ৰতিনিধি পঠিয়াই সিহঁতৰ সকলোৱেই ইছ্‌লামৰ মাহাত্ম্যত আকৃষ্ট হৈ বৰ হেপাহেৰে মুছলমান হয়।

তানিম খেল, হানিফা খেল, নাজৰন খৃষ্টান আদিৰ ইছ্‌লাম গ্ৰহণ।

এই সময়ত, 'তায়' খেলৰ বিখ্যাত হাতীম তায়ৰ (১) পুতেক আদীতায়, এই 'তায়' খেলৰ চদাৰ আছিল। আদি-তায়ে মুছলমানৰ বিৰুদ্ধে থিয় হোৱাত, হজৰত আলীয়ে অলপ ফৌজ লৈ তেওঁৰ্ক ভেটা দিবলৈ গ'ল। আদীৰ চুলিৰ আগে ধাতু উৰি গ'ল—তেওঁ ভয়ত নিজৰ তিৰোতা, লৰা-ছোৱালীক লৈ উটত উঠি চিৰিয়ালৈ পলাল। তেওঁৰ ভনীয়েক চুফানা বন্দিনী হৈ মদিনালৈ আহে। চুফানাই ৰছুল-কৰিমৰ (দঃ) আগত তেওঁৰ বাপেকৰ মহত্ত্ব আৰু দানশীলতাৰ বিষয় কৈ তেখেতৰ কৃপা ভিক্ষা কৰিলে। তেখেতে হাতীম তায়ৰ সন্মানৰ নিমিত্তে চুফানাক মুক্ত কৰি দিলে। চুফানাই ক'লে—"প্ৰভু! মোৰ বাবাজানৰ তেজ মোৰ গাত আছে, মোৰ লগৰীয়া বন্দীবিলাকৰ মুক্তি নহলে মই আপোনাৰ কৃপা গ্ৰহণ কৰিব নোৱাৰো।" তৎক্ষণাতে এই খাটনি ৰক্ষা কৰি বাটখৰচ দি, উট এটাৰে চুফানাক ভগনীয়া ককায়েকৰ তালৈ পঠিয়াই দিয়া হল। আদীয়ে ভনীয়েকৰ মুখে ৰছুল-কৰিমৰ (দঃ) মহত্ত্ব আৰু গুণ-কীৰ্ত্তন শুনি তেতিয়াই মদিনালৈ আহি ইছ্‌লামত দীক্ষিত হ'ল। তাৰ পাচত আদীয়ে নিজৰ দেশলৈ গৈ তেওঁৰ কৈদৰ সকলোকে ইছ্‌লামত দীক্ষিত কৰায়।

তায় খেলৰ ইছ্‌লাম গ্ৰহণ।

(১) হাতীমতায় এমন প্ৰদেশৰ ৰজা আছিল। তেওঁ বদান্যতাত অপৰিসীম আছিল।

## বিদায়-হজ।

### (১০ হিজৰী-৬৩২খৃঃ)।

কা'বা তৈয়াৰ হৈ যোৱাৰ পাচত, জয়জয়তে হজৰত ইব্ৰাহিমেই হজৰ বিষয় মানুহবিলাকৰ মাজত ঘোষণা কৰিছিল। এতিয়া ইমান যুগৰ পাচত, ৰছুল কৰিমৰ (দঃ) কঠোৰ সাধনাৰ ফলত, কা'বা 'শ্বিৰিক'ৰ (অংশীবাদৰ) অপবিত্ৰতাৰপৰা সম্পূৰ্ণৰূপে মুক্ত হৈছে। সেইদেখি, সময় বুজি নৱম হিজৰীৰ শেষ ছোৱাত সাধাৰণমতে ঘোষণা কৰি দিয়া হ'ল যে, ৰছুল-কৰিমে (দঃ) আকৌ হজ-যাত্ৰা কৰিবলৈ ইচ্ছা কৰিছে। এই কথা প্ৰচাৰ হোৱাৰ লগে লগে, আৰবৰ চুকে চুকে আনন্দৰ এটা ঢৌ উঠিবলৈ ধৰিলে। বহুত মুছলমানৰ আজিলৈকে নবী-কৰিমৰ (দঃ) শ্ৰীচৰণ দৰ্শন সৌভাগ্য ঘটি উঠা নাই। সিহঁতে এই পুণ্য আৰ্জ্জিবলৈ ব্যাকুল হৈ উঠিল। সকলোৰে মাজত উলহ-মালহ লাগি পৰিল।

জিল্‌কাদ মাহৰ ২৫ তাৰিখে (২৩ ফেব্ৰুৱাৰী, ৬৩২খৃঃ) শনিবাৰে জোহোৰ নামাজৰ পাচত ৰছুল-কৰিমে (দঃ) কছৱা নামেৰে উটত উঠি তীৰ্থযাত্ৰা কৰিলে। ১,২৪,০০০ এক লাখ চৌবিছ হেজাৰ মুছলমান মদিনাৰপৰা লগত ওলাল। যাওঁতে বাটত আৰু বহুত ফৈদৰ মানুহ লগ লাগিল। সুখী-দুখী, ডাঙৰ-সৰু, দাস-প্ৰভু সকলো মুছলমানে আজি এক আল্লাৰ সেৱক আৰু এক আদমৰ সন্তান হৈ, একে সাধনা ক্ষেত্ৰত গোট খাইছে। এড়্‌খৰি এডখৰি বগা কাপোৰৰ চাদৰ গাত, আৰু এড়্‌খৰি এড়্‌খৰি 'তহবন্দ' (কৌপিন) কঁকালত, ৰছুল-কৰিমৰ (দঃ) পৰা এটি অতি ঘৃণিত ছাগলিপিলা গোলামলৈকে সকলোৰে

আজি এই একে আকাৰ, একে সাজ-পাৰ। কাৰো ভৰিত জোতা-খৰম নাই, মূৰত আভৰণ নাই, সকলোৰে মুখত একে 'লাব্বাইক' ধ্বনি ! এইদৰে অসংখ্য সেৱক লৈ ৰছুল-কৰিমে ( দঃ ) ঠিক 'জিজৰত'ৰ বাটেদি গৈ শনিবাৰে ৪ৰ্থ জিলহজ্জ তাৰিখে মক্কাত ওলালগৈ।

পবিত্ৰ মক্কা-ধামত আজি এক অপূৰ্ব্ব দৃশ্য! সেই লাঞ্ছিত উৎপীড়িত সত্যৰ সেৱক, দুই লাখ অমৰা ভক্তক লৈ আজি আকৌ ক'বাৰ ওচৰত উপস্থিত। বিশাল সাগৰৰ বুকুত, যেনে এটা ঢৌৰ পাচত এটা ঢৌ উঠিবলৈ ধৰে, সেই অনন্ত জন-সাগৰত সেই দৰে এটা দলৰ পাচত এটা দল ওলাইছে। বৈ বৈ ৰছুল-কৰিমৰ ( দঃ ) মুখৰ 'লাব্বাইক' ধ্বনি দুই লাখ কণ্ঠত প্ৰতিধ্বণিত হৈ গগণ-পবণ-কানন কঁপবলৈ ধৰিছে। নগৰত আজি দল্‌দোপ-হেন্দোলদোপ্। বিৰ দি বাট পাবলৈ নাইকিয়া হৈছে। মক্কা-বাসীৰ মনত এটা নতুন ভাব খেলিবলৈ ধৰিছে। ৪ দিন মক্কাত থাকি ৰছুল-কৰিমে ( দঃ ) যাত্ৰীসকলক লগত লৈ মিনালৈ যাত্ৰা কৰে। তাত ৰাতিটো কটাই, ৯ তাৰিখে ( ৭ মাৰ্চ্চ, ৬৩২ খৃঃ ) ৰাতিপুৱা বেলি ওলালত, আৰ্‌ফাতলৈ (১) যাত্ৰা কৰিলে। আল্লাৰ আগত সকলো মানুহেই সমান. তেওঁৰ পূজা-আৰ্চ্চনাত, তেওঁৰ শাস্ত্ৰ-খৰিয়তত ( ধৰ্ম্ম বিধানত ) ভিন্‌ ভিন্‌ ফৈদৰ ভিন্‌ ভিন্‌ খেলৰ ভিন্‌ ভিন ব্যৱস্থা চব নোৱাৰে।

( ১ ) আৰ্‌ফাত মক্কাৰপৰা ১৮ মাইল দূৰ। আদম ( আঃ ) আৰু মা হাৱাক বিহিস্তৰপৰা উলিয়াই দিয়াত দুইৰো বিচ্ছেদ হয়। বহুত দিনৰ পাচত এই ঠাইতে দুয়ো ওলাল আৰু দুয়ো দুইকো চিনি পালে। সেই বাবে, এই ঠাইখনক আৰ্‌ফাত বোলে। ই 'ওৰ' ধাতুৰ পৰা ওলাইছে, অৰ্থ চিনা।

ৰছুল-কৰিমে (দঃ) তাত যি 'খোৎবা' (বক্তৃতা) পঢ়িছিল, তাৰে কেই আধাৰমান তলত দিয়া গ'ল।

করুণাময় আল্লাৰ মহিমা কীর্ত্তন আৰু তেওঁৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰাৰ পাচত, ৰছুল-কৰিমে দঃ) সকলোকে সম্বোধন কৰি কবলৈ ধৰিলেঃ—

"হে ভাই সকল! মোৰ কথা মন দি শুনা। মোৰ মনে ধৰিছে, ইয়াৰ পাচত হজত যোগ দিয়াতো মোৰ পক্ষে সম্ভৱ হৈ নুঠে। মূর্খতা যুগৰ গোটেই কু-সংস্কাৰ গোটেই অন্ধবিশ্বাস আৰু সকলো প্ৰকাৰৰ অনাচাৰ আজিৰ পৰা উঠিল। মূর্খতা যুগৰ শোণিতৰ দাবি আজিৰপৰা নিৰ্বিঃ হ'ল। আৰু গোটেই প্ৰাপ্য সুত আজিৰপৰা ৰহিত হ'ল। এজনৰ অপৰাধত আনক শাস্তি দিব নোৱাৰি। এতিয়াৰেপৰা বাপেকৰ অপৰাধৰ বাবে পুতেকক আৰু পুতেকৰ অপৰাধৰ বাবে বাপেকক, দায়ী কৰা নচলিব। যদিওবা কোনো নাক-কটা গোলামকো তোমালোকৰ "আমীৰ" (চৰ্দাৰ) কৰি দিয়া হয় আৰু তেওঁ আল্লাৰ শাস্ত্ৰ অনুসৰি তোমালোকক চলাই থাকে, তোমালোকে সকলো ৰকমে তেওঁৰ হুকুম মানি চলিবা। সাৱধান! ধৰ্ম্মৰ সম্বন্ধে মিছামিছি বাক্ বিতণ্ডা বা তৰ্ক বিতৰ্ক নকৰিবা। ইয়াকে কৰি তোমালোকৰ আগেয়ে বহুত কৈদ ধ্বংস পাইছে। মনত ৰাখিবা, তোমালোক সকলোৱেই আল্লাৰ আগত হাজিৰ হব লাগিব আৰু তেতিয়া সৰ্ব্বশক্তিমান আল্লাই তোমালোকৰ 'আমল-নামা' (কামৰ বিবৰণী) ল'ব। সাৱধান! তোমালোকে যেন মোৰ পাচত ধৰ্ম্মভ্ৰষ্ট হৈ নোযোৱা। কাফিৰ হৈ ইটোৱে সিটোৰ ৰক্তপাত নকৰিবা। চোৱা! আজিৰ এই হজ-দিন যেনে মহান, এই মাহ যেনে

ৰছুল-কৰিমৰ বক্তৃতা। ১০ম হিজৰীৰ ৯ জিলহজ্জ। ৭ মার্চ্চ, ৬৩২ খঃ।

মহিমাপূর্ণ আৰু মক্কাধামৰ 'হৰম' যেনে পবিত্ৰ—প্ৰত্যেক মুছলমানৰ ধন সম্পত্তি, প্ৰত্যেক মুছলমানৰ মান-সম্ভ্ৰম, প্ৰত্যেক মুছলমানৰ তেজ টোপাও তোমালোকৰ প্ৰতি তেনে মহান আৰু পবিত্ৰ। কোনো মুছলমানৰ সম্পত্তিৰ, সন্মানৰ আৰু প্ৰাণৰ হানি কৰাও তোমালোকৰ প্ৰতি সেইদৰে 'হাৰাম' ( নিষিদ্ধ ), সেইদৰে মহাপাতক। এক দেশৰ মানুহৰ, আন দেশৰ মানুহৰ ওপৰত প্ৰাধান্যৰ কোনো কাৰণ নাই। মানুহ মাত্ৰেই আদমৰপৰা আৰু আদম মাটিৰপৰা উৎপন্ন। 'ইন্নামাল্ মু'মিনূনা ইখ্ৱাতুন্'—নিশ্চয় এজন মুছলমান আন জন মুছলমানৰ ভাই আৰু সকলো মুছলমানক লৈ এটা অবিচ্ছেদ্য ভ্ৰাতৃ-সমাজ। শয়তান নিৰাশ হৈছে, সি আৰু কেতিয়াও তোমালোকৰ দেশত পূজা নেপায়। কিন্তু সাৱধান। অনেক বিষয়ক তোমালোকে তুচ্ছ বুলি মনত ভাবা, কিন্তু শয়তানে তাৰ ভিতৰেদি সোমাই অনেক সময়ত তোমালোকৰ সৰ্ব্বনাশ কৰি থাকে। এইবোৰ সম্বন্ধে খুব সতৰ্ক থাকিবা। নৰীসকলৰ সম্বন্ধে মই তোমালোকক সতৰ্ক কৰি দিছোঁ, এওঁলোকৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰিব খুজিলে, আল্লাৰ শাস্তিলৈ ভয় কৰিবা। নিশ্চয় জানিবা, তোমালোকৰ সহধৰ্ম্মিনীসকলৰ ওপৰত তোমালোকৰ যেনে দাবি আৰু অধিকাৰ আছে, তোমালোকৰ ওপৰতো তেওঁলোকৰ তেনে দাবি আৰু অধিকাৰ আছে। ইটোৱে সিটোক তিৰোতাবিলাকৰ প্ৰতি সদ্ব্যৱহাৰ কৰিবলৈ কৰা। মনত ৰাখিবা, এই অবলা আৰু নিঃসহায়াবিলাকৰ একমাত্ৰ বল আৰু সহায় তোমালোকেই, আৰু মনত ৰাখিবা, 'তালাক' দিয়াটো ( স্ত্ৰী বৰ্জ্জন কৰাটো ) আল্লাহতালাৰ আগত সকলোতকৈ ঘৃণনীয়। আৰু তোমালোকৰ বন্দী-বেটী—নিঃসহায় বন্দী-বেটী। সাৱধান। ইহঁতক মনত কষ্ট নিদিবা। শুনা, ইছ্লামৰ হুকুম :—তোমালোকে যি খাব

বন্দী-বেটীবিলাককো তাকে খুৱাবা ; তোমালোকে যি পিন্ধিবা, ইহঁতকো তাকে পিন্ধাবা। কোনো ৰকম টান-ডেঢ়ি কৰিব নোৱাৰা। যি মানুহে নিজৰ বংশৰ সলনি নিজক আন বংশৰ বুলি প্ৰচাৰ কৰে, তাৰ ওপৰত আল্লাৰ, ফিৰিস্তাবিলাকৰ আৰু গোটেই মানুহ জাতিৰ অনন্ত 'লাহ্‌নত' (অভিসম্পাত)। মই তোমালোকৰ ওচৰত আল্লাৰ গ্ৰন্থ (কোৰ্‌আন মজিদ) থৈ গৈছোঁ। যেতিয়ালৈকে এই শাস্ত্ৰক অৱলম্বন কৰি থাকিবা, তেতিয়ালৈকে তোমালোক পথভ্ৰষ্ট নোহোৱা। মোছ্‌লিমসকল! সৰল আচৰণ, আনৰ হিতাকাঙ্ক্ষা আৰু ইটো-সিটোৰ মাজত একতা—এই তিনিউটাই মনক পবিত্ৰ আৰু উন্নত ৰাখে।

যিসকল ইয়াত উপস্থিত আছা, তোমালোকৰ উচিত যে, মই যি উপদেশ দিছোঁ, তাক ইয়াত অনুপস্থিত থকা মানুহবিলাকক শুনাই দিবা।"

তাৰ পাচত ৰছুল-কৰিমে (দঃ) আকাশৰ ফালে চাই চিঞৰি কবলৈ ধৰিলে—"হে আল্লাহ! মই তোমাৰ বাণী পহুছাই দিছোঁনে? মই নিজৰ কৰ্ত্তব্য সম্পাদন কৰিছোঁনে?" নিৰ্জ্জনি মাৰি লাখ কণ্ঠধ্বনি উঠিল—"নিশ্চয়, নিশ্চয়!" তেতিয়া ৰছুল-কৰিমে (দঃ) কবলৈ ধৰিলে :—"আল্লাহ! শুনা, সাক্ষী থাকা, এওঁলোকে স্বীকাৰ কৰিছে—মই মোৰ কৰ্ত্তব্য পালন কৰিছোঁ।"

"হে ভাইসকল! মোৰ সম্বন্ধে কিয়ামতৰ (শেষ বিচাৰৰ) দিন তোমালোকক সোধা যাব। তোমালোকে কি উত্তৰ দিবা?" জবল-আৰ্‌ফাত প্ৰতিধ্বনি কৰি লাখ কণ্ঠে উত্তৰ দিলে—"আমি সাক্ষ্য দিম—আপুনি স্বৰ্গৰ বাণী আমাক শুনাই দিছে, 'ৰেছালত'ৰ প্ৰত্যেক কৰ্ত্তব্য পালন কৰিছে।" তেখেতে তেতিয়া ভোল গৈ, আকাশৰ ফালে তিনি বেলি আঙুলি তুলি চিঞৰি কবলৈ ধৰিলে—"হে আল্লাহ! শুনা

সাক্ষী থাকাঁ। হে মোৰ আল্লাহ! সাক্ষী থাকাঁ।" আহা, কি মহান্ উপদেশ! কি মহান্ সাধন! "ৰুহি ফিদ্দাকা য়্যা ৰছুলুল্লাহ!!"

এই অভিভাষণ শেষ হোৱাৰ পাচত, ৰছুল-কৰিমে (দঃ) ৰাইজৰ ফালে মুখ ঘূৰাই, গহীন মাতেৰে ক'লে—"বিদায়!" সেই দেখি, ইয়াক সাধাৰণতঃ বিদায়-হজ বুলি কয়। হাদিচ শ্বৰিফত এই হজ্জক "হজ্জতুল ৱিদা," "হজ্জতুল বালাগ" "হজ্জতুল ইছলাম" আদি নাম দি উল্লেখ কৰা হৈছে।

সেই দিনাই বেলি পৰাত, নবী-কৰিমে (দঃ) মিনালৈ উভতি আহে।

## অন্তিম কাল।

আল্লাহতা'লাই যি কাম কৰিবলৈ ৰছুল-কৰিমক (দঃ) পৃথিবীলৈ পঠিয়াইছিল, তাৰ সকলোবোৰ পূৰাকৈ কৰা হ'ল। মক্কা-বিজয়ৰ পাচৰপৰাই তেখেতৰ প্ৰাণত মহাযাত্ৰাৰ ইচ্ছা জাগি উঠিল আৰু সেই যাত্ৰাৰ যো-জা কৰিবলৈ ধৰিলে। তেতিয়াৰেপৰা তেখেতে দিনে ৰাতিয়ে নামকীৰ্ত্তনত লিপ্ত হৈ থাকে। হজৰপৰা উভতি আহি তেখেতে এই থৰ্ত্তকীয়া দুনিয়াৰ সকলো কাম-কাজৰ দিহা কৰিবলৈ ধৰিলে। ১১ হিজৰাৰ প্ৰথমৰেপৰা নিজৰ বন্ধুৰ লগত মিলিবলৈ তেখেত বৰ ব্যগ্ৰ হৈ পৰিল। আন আন বছৰ ৰমজান মাহত তেখেতে এবাৰকৈ কোৰ্‌আন শ্বৰিফ শেষ কৰে, কিন্তু এই বেলি দুবাৰ শেষ কৰিলে। আগেয়ে তেখেতে মুঠে দহ দিন 'এ'তেকাফ'ত বহিছিল, কিন্তু এই বেলি পূৰা কুৰি দিন এই সাধনাত কটালে। এই বেলি হজত যি 'খোৎবা' (বক্তৃতা) পঢ়া হৈছিল, তাতে এই মহাযাত্ৰাৰ বিষয় তেখেতে উল্লেখ কৰিছিল।

চফৰৰ পৰা ৰবিউল আউৱল, ১১ হিজৰী ৬৩২ খ্ঃ।

হজৰপৰা উভতি আহোঁতে ৰছুল-কৰিমে (দঃ) বদৰলৈ গৈ 'শ্বহীদ' ( Martyr )সকলৰ কবৰত 'জিয়াৰত' (দৰ্শন) কৰে, তাৰ পাচত ওহোদলৈ গৈ তাৰ 'শ্বহীদ' সকলৰ কবৰতো 'জিয়াৰত' কৰে। তাৰ পৰা বিদায় লৈ মদিনালৈ আহি 'জান্নাতুল-বাকি'ত ( মদিনাৰ কবৰস্থানত ) 'জিয়াৰত' কৰে।

চফৰ মাহৰ শেহ ছোৱাত ৰছুল-কৰিমৰ (দঃ) নৰিয়া আৰম্ভ হয়। তেখেতে এমাহৰ আগেয়ে নিজৰ মৃত্যু বাতৰি সকলোকে জনাই দিছিল। সময় চমু চাপিলত, তেখেতে চাহাবাসকলক বিবি আয়শ্বাৰ ঘৰলৈ মাতি নি সকলোকে 'দোৱা' (আশীৰ্ব্বাদ) কৰিলে আৰু আল্লাৰ ন্যায় শাস্তি সম্বন্ধে ভালকৈ সতৰ্ক কৰি ক'লে—"সাৱধান! কোনো দেশৰ আৰু কোনো জাতিৰ ওপৰত অন্যায় আচৰণ নকৰিবাঁ, যদি কৰা তোমালোকক সিহঁতৰ বিদ্ৰোহী বুলি জাবি লব। তোমালোকে আগলৈ যি বোৰ বিজয় লাভ কৰিবাঁ, মই তাক দিব্য চকুৰে দেখিছোঁ। তোমা-লোক যে মোৰ পাচত 'মোশ্ৰিক' ( অংশীবাদী ) হৈ যাবাঁ, তেনে আশঙ্কা মোৰ নাই। কিন্তু মোৰ ভয় হৈছে—মোৰ পাচত ধন-দৌলতৰ মায়া-মোহত তোমালোকে মুগ্ধ হৈ জানোচা ইটোৱে সিটোৰ ৰক্তপাত কৰাঁ, এনে অপকৰ্ম্মৰ কাৰণেই আগেয়ে অনেক জাতি ধ্বংস পাই গৈছে। তোমালোকে এতিয়া হাজিৰ নথকা চাহাবাসকলক মোৰ 'ছালাম' কৰা আৰু আজিৰপৰা কিয়ামতলৈকে ( শেষ মহা প্ৰলয় ) যিবিলাক মোৰ প্ৰচাৰিত ধৰ্ম্মত চলিব, তোমালোকৰ জৰিয়তে তেওঁলোকলৈও মোৰ 'ছালাম'—অনন্ত আশীৰ্ব্বাদ।"

যাত্ৰাৰ পাঁচ দিন আগেয়ে ৰছুল-কৰিমৰ (দঃ) নৰিয়া টান হয়। তাঁকে দেখি, ওচৰত থকা মতা-তিৰোতা সকলোৱে অধীৰ হৈ হাইউৰ-বিৰৈ কৰিবলৈ ধৰিলে। ৰছুল-কৰিমে ( দঃ ) তেওঁলোকক

সান্ত্বনা দি ক'লে :—"ভাই! তোমালোকে মোৰ মৃত্যু আশঙ্কা কৰি কিয় অধীৰ হৈছা? কোনো নবীয়ে বাবেওকাল তেওঁৰ 'উম্মত'ৰ (অনুগামীলোকৰ) লগত থকা নাই; সকলোয়ে এদিন আল্লাৰ ওচৰলৈ উভতি যাব লাগিব। আল্লাৰ ইচ্ছামতে সকলো ঘটে। সকলোৰেই এটা নিৰ্দ্দিষ্ট সময় আছে, তাৰ আগে বা পাচে কেও যাব নোৱাৰে। তোমালোক সকলোয়ে মিলি থাকিবা, সকলোয়ে সকলোকে মান কৰিবা। বিপদৰ সময়ত ইজনে-সিজনক সহায় কৰিবা। ধৰ্মবিশ্বাস আৰু সৎকামে মানুহক মঙ্গলৰ ফাললৈ আনে আৰু অসৎ আৰু অন্যায় কামে মানুহক ধ্বংসৰ বাটলৈ নিয়ে। তোমালোকৰ আগৰ জাতিবিলাকে, তেওঁলোকৰ নবী আৰু মহাত্মা-সকলৰ কবৰবিলাকক 'এবাদত গাহ' (উপাসনা-ঠাই) কৰি লৈছে। সাৱধান! যেন এই মহাপাতকত লিপ্ত নোহোৱা। খৃষ্টান আৰু ইহুদীবিলাকে এই পাপত পৰি পাপী হৈছে। চোৱা, মই তোমালোকক নিষেধ কৰিছো, মই মোৰ দাই একৰাই লৈছো। মই তোমালোকক স্পষ্টকৈ নিষেধ কৰিছোঁ—সাৱধান! মোৰ কবৰত যেন তোমালোকে "ছিজ্‌দা গাহ" (মূৰেৰে সেৱা কৰা ঠাই) সাজি নোলোৱা। মোৰ এই শেষ অনুৰোধ অমান্য কৰিলে, তোমালোকেই আল্লাৰ ওচৰত দায়ী হবা। হে আল্লাহ! মোৰ কবৰ যেন পূজাৰ থান নহয়।"

১১ হিজৰী ৰবিউল-আউৱল মাহৰ ৯ তাৰিখে শুকুৰবাৰে ৰছুল-কৰিমৰ (দঃ) গা বৰ কমজোৰ হ'ল গতিকে সেইদিনা জুম্মাৰ নামাজ পঢ়িবলৈ যাব নোৱাৰি, তেওঁতে হজৰত আবুবকৰক নামাজ পঢ়াবলৈ ক'লে। মুছলমানবিলাকে ৰছুল-কৰিমৰ (দঃ) ঠাইত 'মিহৰাব'ত (বেদীত) হজৰত আবুবকৰক দেখি, কাৰণ জানিবলৈ পাই, হুৱাওৱাৰে কান্দিবলৈ ধৰিলে। ৰছুল-কৰিমে (দঃ) এই

কান্দোনৰ ধ্বনি শুনি, হজৰত আলী আৰু হজৰত ফজল-বেন্-আব্বাছৰ কান্ধৰ ওপৰত ভৰ দি এবাৰ মছ্‌জিদলৈ আহিল। নামাজৰ পাচত, তেখেতে উপস্থিত থকা মানুহবিলাকক সম্বোধন কৰি লাহে লাহে ক'লে—"ভাই! মোৰ অন্তিমকাল উপস্থিত। মই যদি কেতিয়াবা কাৰবাৰ কিবা অনিষ্ট কৰিছোঁ, তেনেহলে এই সময়ত তাৰ প্ৰতিশোধ লোৱা। যদি মই কাৰবাৰ ওচৰত কোনো ৰকম দায়ী আছোঁ, তেনেহলে তেওঁ খুলি কওক, মই ধন প্ৰাণ দি তাক পৰিশোধ কৰিবলৈ সাজু আছোঁ, এই পৃথিবীৰ লাজ পৰকালৰ লাজতকৈ ভাল।" তেতিয়া এজন মানুহে তেখেতক মনত পেলাই দিলে যে, এদিন তেওঁ কেইটামান 'দেৰ্‌হাম' তেখেতৰ হুকুম অনুসৰি এটা দুখীয়া মানুহক দিছিল। তেখেতে এই কথা শুনি, তেতিয়াই সেই ধাৰ শুজিলে। এদিন তেখেতে ৰণত পোৱা মাল বস্তুবোৰ বাঁটি দিওঁতে, বহুত মানুহে তেখেতৰ চাৰিওফালে হেঁচা-হেঁচি কৰিবলৈ ধৰিছিল, তাৰে এজন তেখেতৰ গাৰ ওপৰত পৰাত, তেখেতে মানুহজনক আঁতৰাই দিবলৈ ধৰাত, তেখেতৰ হাতৰ এচাৰিডাল মানুহজনৰ মুখত লাগিছিল। তেখেতে সেই মানুহজনক ক'লে—"তুমিও মোক এছাৰি এডালেৰে খোচা।" মানুহজনে ক'লে—"য়্যা ৰছুলুল্লাহ! মই মাফ কৰি দিছোঁ।" তাৰ পাচত হাজিৰ হৈ থকা মানুহসকলৰ মঙ্গলৰ অৰ্থে খোদায়ে-বেনিয়াজৰ ওচৰত 'দোৱা' (আশীৰ্ব্বাদ) কৰি তেখেত ঘৰলৈ আহিল।

এই ঘটনাৰ তিন দিনৰ পাচত ১১ হিজৰীৰ সোমবাৰ ১২ ৰবিউল আউৱলত (৬৩২ খৃঃ, ৪ জুলাই) হজৰত ৰছুল-কৰিমৰ (দঃ) 'ৰুহ কুদ্‌চ' (পবিত্ৰ আত্মা) ৬২ বছৰ ১১ মাহত আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোকে শোক-সাগৰত পেলাই কন্দুৱাই, এই অনিত্য সংসাৰ এৰি অমৰ ৰাজ্যলৈ যাত্ৰা কৰিলে।

"ইন্না লিল্লাহে ৱা ইন্না ইলায়হে ৰাজেউন" ( নিশ্চয়, আল্লাৰেই ওচৰৰ পৰা অহা আৰু তেওঁৰেই ওচৰলৈ উভতি যোৱা )। শেষ সময়ত তেখেতৰ পবিত্র মুখৰপৰা এই কেই আষাৰ মাত শুনা গৈছিল :—হাঁ আল্লাহ্...মোৰ দোষ ক্ষমা কৰাঁ হাঁ · মই আহিছোঁ......সেই ওপৰলৈ .....মোৰ বন্ধুৰ ওচৰলৈ।"

জনাব ৰেছালৎমাব বিবি আয়শাৰ ঘৰতে, তেওঁৰেই কোলাত মুৰ মোবাৰক দি 'ওফাত' পায়। 'ওফাত'ৰ সময়লৈকে বিবি ফাতিমাৰ হাত তেখেতৰ বুকৰ ওপৰত আছিল আৰু শেষ সময়লৈকে তেখেতে হাছনায়েনক ( ইমাম হাছন আৰু হোছাইনক ) বেলিয়েপতি সাদৰেৰে চুমা খাইছিল।

'ওফাত'ৰ' বাতৰি প্রচাৰ হোৱাৰ লগে লগে ছাহাবাসকলৰ মাজত হাঁ হাঁ কা-কা লাগি পৰিল। গোটেই মদিনা যেন শোকৰ ডাৱৰে ঢাকি ধৰিলে। কোৱা বাহুল্য মাথোন যে শোকত সকলো মুছলমানেই বলিয়াৰ দৰে হৈছিল।

মঙ্গলবাৰে গধুলি, নিয়ম মতে 'জানাজা' ( শ সম্মুখত লৈ অন্তিম প্রার্থনা ) পঢ়ি, তেখেতে যি খাটিয়াৰ ওপৰত 'ওফাত' পাইছিল, তাৰ তলতে তেখেতক 'দফন' ( সমাধিস্থ ) কৰা হল'।



অন্ত।

# উত্তৰাকাণ্ড—সামৰণি।



জনাব অফ্তাবে বেছালৎ এই 'ফাণা' ( নশ্বৰ ) দুনিয়াৰ পৰা গ'ল, কিন্তু আমালৈ বা তেখেতৰ উত্তৰাধিকাৰীলৈ কি থৈ গৈছে ? ধন-দৌলত, বন্দী-বেটী কোনো সম্পত্তি থৈ যোৱা নাই। 'ওফাত'ৰ ( মৃত্যুৰ ) সময়ত তেখেতৰ জেৰাপোচটি ( বৰ্ম্মটি ) অলপ শস্যৰ সলনি এজন ইহুদী মহাজনৰ হাতত সোঁতা থোৱা আছিল। এনেকি, 'ওফাতৰ' আগৰাতি তেখেতৰ ঘৰত চাকি লগাবলৈ তেল নাছিল। বিবি আয়েশ্বাই এজন ওচৰচুবুৰীয়াৰ পৰা তেল কালিয়নে আনিছে, সেই ৰাতি চাকি লগায়। কিন্তু তেখেতে থৈ গৈছে কৰ্ত্তব্য আৰু সত্য—'দীনে ইছ্লাম', আল্লাৰ কালাম—'কোৰ্আন মজিদ' আৰু তেখেতৰ বাণী—'হদিচ শ্বৰিফ', যাৰ 'পয়ৰবি' ( অনুসৰণ ) কৰিলে এই পৃথিবীত দেৱত্ব লাভ কৰিব পাৰি। এই কোৰ্আন-মজিদেই হৈছে ইছ্লামৰ 'আইন' আৰু হদিচ শ্বৰিফ হৈছে এই আইনৰ ঠাল-ঠেঙ্গুলি মাথোন আৰু ইয়াতে আছে তেখেতৰ সকলো আচাৰ-ব্যৱহাৰ। তেখেতৰ জীৱনৰ সকলো প্ৰকৃত ঘটনাবলী আৰু প্ৰকৃত আচাৰ-ব্যৱহাৰ যেনে নিভাঁজ অৱস্থাত আৰু যেনে পুঙ্খানুপুঙ্খ বৰ্ণনাৰে সৈতে পোৱা যায় তেনে কোনো নবী-ৰছুলৰ পোৱা নেযায়। তেখেত যেনে পোলোজা আৰু তৎভজীয়া তেখেতৰ প্ৰচাৰিত ধৰ্ম্মও তেনে সৰল, উজু আৰু সহজ। ইছ্লামে ফটফটীয়াকৈ বুজাই দিছে—এক অদ্বিতীয় আল্লাহ, এক ধৰ্ম্ম, এক পুথি, এক নবী—একৰ পৰা দুই নাই। এই ধৰ্ম্ম বুজিবলৈ যেনে উজু, তেনে কোনো ধৰ্ম্ম নহয়। তেখেতৰ জীৱনীৰ

ঘটনাবিলাক ভালকৈ চালে দেখিবলৈ পোৱা যায়, চৰিত্ৰৰ যি যি সকলোতকৈ উৎকৃষ্ট আৰু উন্নত, যাক ভাবি চালে আত্মা পবিত্ৰ হয়, মানুহে পৃথিবীতে দেৱত্ব লভিব পাৰে, তেখেতৰ জীৱনত তাৰ কোনো অভাৱ নাছিল। এই নিঠৰুৱা, দাল দৰিদ্ৰ, এতীম ( মাউৰা ), ছাগলীৰখীয়া আজি ৰাজাধিৰাজ। আজি তেখেতৰ দৰ্‌বাৰত পৃথিবীৰ অতি প্ৰতাপী গপাল বাদ্‌শাহ সকলৰ কটকীবিলাকে মূৰ দোঁৱাই থিয় দি আছে। পাঠক! মক্কাৰ সেই দুই জন নিঠৰুৱা ভগনিয়াৰক আজি এই বিশাল মোছ্‌লিম জগতৰ লগত তুলনা কৰক! আৰু সেই খাজুৰ পাতেৰে সজা টোকোৰা-পঁজাবাসী, ওৰৰপৰা মূৰলৈকে তাপলিমৰা ফটা কাপোৰ পিন্ধা শ্বাহান্‌শ্বাহক ( ৰাজাধিৰাজক ), অতি ওথ কাৰেঙৰ'সী নানা ৰকমৰ মূল্যবান সাজ-পাৰেৰে অলঙ্কৃত, ভেম আৰু ভোগবিলাসিত'ৰ ৰাগিত মতলীয়া বাদশ্বাহসকলৰ লগত বিজাই চাওক!

# ইছলাম।

ধৰ্ম্মৰ প্ৰকৃত অৰ্থ কি বা অভিপ্ৰায় কি? মানুহৰ ধাৰণা আছিল যে, নানাৰকমৰ উপাসনাৰে, বলি-উপহাৰ দানেৰে, পূজা-পাতলেৰে আল্লাক তুষ্ট কৰা, তেওঁৰ কোপানলৰ পৰা ৰক্ষা পোৱা আৰু তেওঁৰ কৃপা লাভ কৰাই হৈছে ধৰ্ম্মৰ অভিপ্ৰায়। অৱতাৰৰ তেজেৰে মানুহৰ পাপৰ পৰাচিত হয়, প্ৰায় সকলো ঠাইতে যীচুৰ আৱিৰ্ভাৱৰ পাঁচ শ বছৰৰ আগৰে পৰা এই বিশ্বাস চলি আহিছিল। কিন্তু পোন প্ৰথমতে হজৰত ৰছুল-কৰিমেই (দঃ) উজু আৰু সৰল ভাষাৰে শিক্ষা দিছে যে, সকলো সচা ধৰ্ম্মৰ মূল উদ্দেশ্য পতিতক ত্ৰাণ কৰাই নহয়, ইয়াৰ বাই উদ্দেশ্য হৈছে—মানৱ প্ৰকৃতিৰ ক্ৰমোন্নতি, অনুভূত শক্তিৰ ক্ৰমবিকাশ, পাশৱ অৱস্থাৰ পৰা দেৱতাৰ অৱস্থালৈ উঠা, মানৱ আত্মাক দেবাত্মাত পৰিণত কৰা। সকলো মহাপুৰুষে এই বিষয় অলপ-অচৰপ শিক্ষা দি গৈছে, কোনোৱে কঠোৰ ব্ৰত বা তপস্যা কৰি ৰিপুক নিৰ্ম্মূল কৰিবলৈ কৈছে, কোনোৱেবা সংসাৰত্যাগী হবলৈ উপদেশ দিছে; কিন্তু ৰছুল-কৰিমে (দঃ) যেনে চমুকৈ, উজুকৈ, সম্পূৰ্ণভাৱে আৰু সংশয় গুচাই এই বিষয় শিক্ষা দিছে আৰু তাক কেনেকৈ সহজে ল'ভ কৰিব পাৰি দেখুৱাই দিছে, তেনেকৈ আন কোনো মহাপুৰুষে কৰা নাছিল। বিয়া-বাৰু কৰি সাংসাৰিক জীৱনৰ ভিতৰেদি গৈ কেনেকৈ গন্তব্য স্থললৈ যাব পাৰি, কেনেকৈ পাশৱ-স্বভাৱক তলতীয়া কৰি দেৱত্ব লাভ কৰিব পাৰি, তেখেতে নিজৰ জীৱনৰ অনন্ত উদাহৰণ দি তাক শিক্ষা দিছে। আন আন মহাপুৰুষবো একে লক্ষ্য; কিন্তু কি উপায়েৰে তাক লভিব পাৰি, তাক তেওঁলোকে এনে জটিল আৰু কঠিন কৰি আৰু অপ্ৰাকৃতিকৰূপ দেখুৱাইছে যে, সাধাৰণ মানুহৰ পক্ষে তাক বুজা অসম্ভৱ।

জগতৰ সকলো ধৰ্ম্মই কয় যে, আত্মাৰ উন্নতিৰ অৰ্থে ৰিপুজয় কৰা আৱশ্যক। এই ৰিপু দমন কৰিবলৈ গৈ বহুতে সংসাৰ ধৰ্ম্ম, ঘৰ-বাৰী, লৰা-তিৰোতা সকলোকে এৰি, হাবি-বননি, পৰ্ব্বত-পাহাড়ত বাস কৰে, কিন্তু ৰছুল-কৰিমে (দঃ) এনে মত সমৰ্থন নকৰে। ইছ্‌লামত সংসাৰ বৈৰাগ্য নাই—ই ইছ্‌লামৰ এটি বিশেষত্ব। ৰছুল কৰিমে (দঃ) ঘোষণা কৰি দিছে—"লা ৰহ-বা'নীয়তা ফিল্ ইছ্‌লাম"। বিয়া-প্ৰথা প্ৰচাৰ কৰি তেখেতে সংসাৰ ধৰ্ম্মৰ ভেঁটি দৃঢ়তৰ আৰু সন্ন্যাস ধৰ্ম্মৰ মূলোচ্ছেদ কৰিছে। আৰু গৃহী হলেহে প্ৰকৃত প্ৰেম, প্ৰীতি বিকাশ পায়।

আল্লাহ-তা'লাই নিজৰ প্ৰিয় বন্ধুক, ৰছুল কুলৰ শ্ৰেষ্ঠ কৰি আৰু নিজৰ অভিপ্ৰায়ৰ সাঁচত গঢ়ি জগতলৈ পঠাইছে, যা'তে নিজৰ বান্দা ( দাস ) সকলে তেখেতৰ প্ৰকৃত উপদেশ আৰু ক্ৰিয়া-কলাপৰ ( ব্যৱসা-বাণিজ্য, বিয়া-বাৰু সহবাস, আহাৰ-বিহাৰ, খোৱা-পিন্ধা, ফুৰা-চকা ইত্যাদিৰ) 'পয়ৰবি' (অনুসৰণ) কৰে। ৰছুল-কৰিমৰ (দঃ) 'পয়ৰবি' কৰিলে আল্লাহতা'লাৰ 'এবাদত' ( উপাসনা ) কৰা হয়। ইছ্‌লামে শিক্ষা দিছে, সংসাৰৰ সুখ-দুখ ভোগ কৰি, কি উপায়েৰে ৰিপু দমন কৰিব লাগে। ই আমাৰ ৰিপুক নিৰ্ম্মূল কৰিবলৈ কোৱা নাই, তেনে কৰা অস্বাভাৱিক ; কিন্তু ই তাক কেনেকৈ বশীভূত কৰি শিকাই বুজাই সু-বাটলৈ নি টনকিয়াল আৰু পবিত্ৰ কৰি ভাল কামত লগাব পাৰি, তাৰে উজু উপায় দি গৈছে। খঙক কু-বাটে দি নিলে শত্ৰুতা, কুৰ্চ্চট-কপট, অত্যাচাৰ আদি উৎপন্ন হয়, কিন্তু সু-বাটে নিলে, বীৰত্ব, সাহ, সহিষ্ণুতা, ক্ষমাশীলতা আদি গুণৰ উৎপত্তি হয়। তেনেকৈ, কাম-প্ৰবৃত্তি উন্নত অৱস্থাত, প্ৰেম কৃপা আত্মত্যাগ আল্লাৰ ওপৰত ভক্তি আদিৰ উৎপত্তি হয়, কিন্তু অনুন্নত অৱস্থাত, নীচতা অহঙ্কাৰ হিংসা আদিৰ উৎপত্তি হয়। ইছ্‌লামে বিলাসিতা পছন্দ নকৰে। আল্লাহতা'লাই যি ভোগৰ বস্তু দিছে তাকে ভোগ কৰি, সেই আল্লাহতা'লাৰ 'এবাদত' (উপাসনা)

কৰিবলৈ ইছ্‌লামে কৈছে ; কিন্তু সেই ভোগ বিলাসিতাত অনুৰক্ত হবলৈ মানা কৰিছে।

ইছ্‌লামে শিক্ষা দিছে, আৰম্ভতে প্ৰত্যেক সত্য-ধৰ্ম্মই আল্লাৰ পৰা আহিছে। প্ৰত্যেক 'নবী'ক (স্বৰ্গীয়তত্ত্ববাহক) আল্লাই পঠাইছে। প্ৰত্যেক জাতিতে আৰু ঠাইতে মহাপুৰুষ আবিৰ্ভূত হৈছে। প্ৰত্যেক যুগৰ প্ৰত্যেক জাতিৰ প্ৰত্যেক মানুহৰ ধৰ্ম্মই ইছ্‌লাম। মতা আৰু তিৰোতা জাতিৰ নিমিত্তে ধৰ্ম্মৰ কোনো ৰকমৰ হীন-ডেৰি নাই। ইছ্‌লাম জগতৰ আদি ধৰ্ম্ম, ই সৰ্ব্বশ্ৰেষ্ঠ আৰু স্বাভাৱিক ধৰ্ম্ম ; ই সকলো দেশৰ সকলো মহাপুৰুষকে সৎ বুলি স্বীকাৰ কৰিবলৈ আৰু সন্মান দেখুৱাবলৈ শিক্ষা দি ইয়াৰ সাৰ্ব্বজনীনতাৰ প্ৰমাণ দিছে। সকলো মহাপুৰুষে সেই একে ধৰ্ম্মকে লৈ আহিছে আৰু সকলোৱেই 'মোছ্‌লিম'। তেওঁ লোকে একে সত্যকে প্ৰচাৰ কৰি গৈছে ; কিন্তু পাচত নানা মুনিয়ে পাই, তাত ভাঁজ দিলে আৰু নানা দেশ আৰু ভিন্ ভিন্ জাতি হোৱাত সি বিকৃত হৈ পৰিল। ধৰ্ম্মৰ মাজত পাৰ্থক্য হোৱাৰ এয়ে মূল কাৰণ।

ইছ্‌লামে শিক্ষা দিছে, নানান ৰকমৰ দুখ-কষ্ট, দৰিদ্ৰতা, ৰোগ-শোক, প্ৰলোভন, মায়া-মোহৰ ভিতৰত থাকি কেনেকৈ ধৰ্ম্ম-জীৱন যাপন কৰিব পাৰি আৰু মাক-বাপেক, লৰা-তিৰোতা আদি পৰিয়ালৰ প্ৰতি কৰ্ত্তব্য পালন কৰি, সমাজ আৰু ৰাষ্ট্ৰজীৱনৰ ভিতৰেদি গৈ, কেনেকৈ আল্লাক পাব পাৰি। ৰছুল-কৰিমে (দঃ) নিজৰ জীৱনৰ বহুবছৰ জোৰা যি আত্মোৎসৰ্গৰ আদৰ্শ মানৱ জাতিলৈ থৈ গৈছে, তাৰ আগত বুদ্ধৰ সুখ-ত্যাগ আৰু যীচুৰ প্ৰাণ-ত্যাগ অতি অকিঞ্চিৎকৰ। তেখেতে মানৱত্বৰ যি মহিমা দেখুৱাইছে, ই অসীমান্ত—অতুলনীয় !

তেৰ শ বছৰৰ আগেয়ে যেতিয়া ধৰ্ম্মজ্ঞানহীন আৰৱ দেশত যুগব্যাপী শত্ৰুতা নৰহত্যা কন্যাহত্যা পৰস্ত্ৰীহৰণ ব্যভিচাৰ আদিৰ সোঁত প্ৰবল বেগেৰে

বৈ আছিল, সেই সময়ত ৰছুল-কৰিমৰ (দঃ) আবির্ভাৱ। সেই দেখি, আকৌ সত্যধর্ম্ম বিস্তাৰ কৰি সকলো মানুহৰ মাজত শান্তি দিবলৈ, সেই আদি ধৰ্ম্মই নানা ৰকমৰ বাধা বিঘিনি অত্যাচাৰ অনাচাৰত পৰি আৰু কু-প্ৰথা কু-সংস্কাৰৰ ভিতৰেদি গৈ, সম্পূর্ণতা লাভ কৰি, 'ইছ্‌লাম' নামলৈ দেখা দিলেহি।

এই ইছ্‌লাম নামটি মানুহে দিয়া নহয়। হজৰত ইব্রাহিম আলেই-হেচ্ছালামৰ দিনতে এই নাম ওলায়। পাক কোৰ্‌আনতো এই নামৰ উল্লেখ আছে। (১) এই শব্দটি আৰবী 'চলম্‌' ধাতুৰ পৰা ওলাইছে, ইয়াৰ সাধাৰণ অৰ্থ হৈছে 'শান্তি', কিন্তু প্রকৃত আধ্যাত্মিক অর্থ 'আল্লাহতা'লাত আত্মসমর্পণ'। ইয়াৰ পৰাই 'মোছ্‌লিম', 'মুছলমান' শব্দৰ উৎপত্তি, অর্থ 'আল্লাৰহ দাস'। এই শব্দটিয়েই মুছলমান-ধৰ্ম্মৰ সাৰ মৰ্ম্ম কি তাক বুজাইছে। পাক কোৰ্‌আনে কৈছে, "অৱশ্য, যি সকলে সম্পূর্ণৰূপে আল্লাত আত্মসমর্পণ কৰি দিয়ে আৰু ( লোকৰ প্ৰতি ) সৎকাম কৰে অর্থাৎ পৰোপকাৰ কৰে, তেওঁলোকৰ নিমিত্তে তেওঁৰ আল্লাৰ ওচৰত বঁটা আছে আৰু তেওঁলোকৰ কোনো ভয় নাই আৰু তেওঁলোকে অনুতাপ কৰিবলৈ নেপাব (২)" এই শ্লোকটিতে 'ইছ্‌লাম' শব্দটিৰ ব্যাখ্যা পোৱা যায়।

ইছ্‌লাম শান্তিৰ ধৰ্ম্ম। শান্তিয়ে হৈছে মুক্তিৰ উপায়। এই ধৰ্ম্ম আহিছে জগতত শান্তি বিস্তাৰিত কৰিবলৈ। ৰছুল-কৰিমৰ ( দঃ ) ঐকান্তিক চেষ্টা আৰু অধ্যবসায়ৰ ফলত আৰবৰ নিচিনা অসভ্য জাতিৰ মাজতো শান্তি আৰু সাম্যভাৱ স্থাপিত হ'ল—ইছ্‌লাম শব্দটিৰ মৰ্য্যাদা আখৰে আখৰে ৰক্ষা কৰা হ'ল। দুজন মুছলমানে দেখাদেখি হলেই "আচ্ছালামু আলেইকুম্‌" অর্থাৎ তোমাৰ ওপৰত শান্তি হওক বুলি অভিবাদন কৰিব লাগে আৰু

(১) কোৰ্‌আন চুৰা মায়দা, ৩ আয়ত ; চুৰা ইম্‌ৰাণ, ১৮ আয়ত।

(২) কোৰ্‌আন চুৰা বকৰ, ১১২ আয়ত

পাক কোৰ্‌আনে কৈছে বিহিস্ততো ( স্বৰ্গতো ) তাকে হব। (১) পাক কোৰ্‌আনে আৰু কৈছে যে, বিহিস্ততো সেই শান্তি বিৰাজমান হৈ থাকিব, (২) আল্লাই মাতিছে সেই শান্তি নিকেতনলৈহে (৩)। হেতুকে শান্তিয়ে হৈছে ইছ্‌লামৰ সাৰ।

প্ৰকৃত সচাঁ ধৰ্ম্মই মানুহৰ মাজত হিংসা, ঘিণ আদিৰ সৃষ্টি নকৰে। ৰছুল-কৰিমে (দঃ) কৈছে যে, যদি কোনোবাই আল্লাক ভাল পাব খুজিছে, তেওঁ তেওঁৰ সৃষ্টক ভাল পাব লাগিব। হজৰত আবুবকৰে তেওঁৰ খিলাফতৰ সময়ত চিপাহিবোৰক হুকুম দিছিল যে, কোনো অমুছলমানক উপসনাৰ সময়ত বিৰক্ত নকৰিব আৰু সেই সময়ত তেওঁলোকৰ ভজনালয়ৰ কাষেদি যাওঁতে মনে মনে যাব। কিন্তু বৰ্ত্তমান সভ্যতাই তাৰ বিপৰীত শিক্ষা দিছে।

ইছ্‌লামে নিজৰ স্বাভাৱিক পৱিত্ৰতাৰ প্ৰভাৱত এতিয়ালৈকে আছে আৰু কিয়ামতলৈকে অটুট নিভাঁজ হৈ সকলো ধৰ্ম্মৰ মাজত শ্ৰেষ্ঠ হৈ থাকিব। ইয়াৰ ধৰ্ম্ম-নীতি অভ্ৰান্ত অকাট্য আৰু অপৰিবৰ্ত্তনীয়। চাৰে তেৰ শ বছৰৰ আগেয়ে যি ইছ্‌লাম, হেজাৰ যুগৰ পাচতো সেই একে ইছ্‌লাম। আৰবৰ যি ইছ্‌লাম, আসামৰ যি ইছ্‌লাম, চীনবো সেই ইছ্‌লাম—এয়ে ইছ্‌লামৰ বিশেষত্ব।

হিন্দু, বৌদ্ধ, খৃষ্ট আৰু ইছ্‌লাম—এই চাৰি ধৰ্ম্মই জগতত প্ৰধান। দেখা গৈছে, হিন্দু আৰু বৌদ্ধ ধৰ্ম্মাৱলম্বীৰ সংখ্যা কমি আহিবলৈ ধৰিছে। খৃষ্টধৰ্ম্মৰ প্ৰচাৰ-প্ৰণালী দেখিলে আচৰিত নহৈ থাকিব নোৱাৰি।

(১) কোৰ্‌আন চুৰা ইউনুচ, ১০ আয়ত।

(২) কোৰ্‌আন চুৰা ৱাকিয়াহ, ২৫-২৬ আয়ত।

(৩) কোৰ্‌আন চুৰা ইউনুচ, ২৫ আয়ত।

তেওঁবিলাকৰ ৰিপোর্টৰ পৰা জনা যায় যে, বৰ্ত্তমান ৭৭ হেজাৰতকৈ বেচি মতা-তিৰোতা ত্রিত্ববাদ অর্থাৎ তিনি খোদা-বাদ (Trinity) প্রচাৰত নিযুক্ত আছে। বছৰে পতি ৫০ পঞ্চাশ কোটি টকা প্ৰচাৰৰ কামত খৰচ হয় আৰু ২৫০ টি সমিতিয়ে ২০,০০০ কেন্দ্ৰত অনুষ্ঠান্ পাতিছে। কিন্তু শিক্ষিত মানুহৰ মাজত ই কাম কৰিব পৰা নাই। আজি জগতত ৪৫ কোটি মুছলমান আছে; কিন্তু উল্লেক্ষ যোগ্য এটিও প্রচাৰ-সমিতি বা প্রচাৰক নাই, আছে-মাথোন 'দাৱাতখুৰ' (নিমন্ত্রণ ভোগী) আৰু তলে-হাত-পতা মোল্লা-মৌলবীৰ দল, তথাপি ইছ্‌লামৰ বুৰঞ্জী আৰু পাক কোৰ্‌আনৰ ভাঙ্গনী পঢ়িয়েই জগতৰ নানা ঠাইত অনেক শিক্ষিত বিধৰ্ম্মীয়ে নিজে নিজেই ইছ্‌লামৰ সুশীতল কোলাত আশ্ৰয়লৈ জীৱনক ধন্য কৰিছে। তাৰ অসংখ্য উদাহৰণ জগতৰ কেইওফালে আছে।

১৯২৭ চনৰ ২৫ ডিচেম্বৰত দিল্লিত যি ডি অ'ল্ ইণ্ডিয়া তব্‌লীগ্ কন্‌ফাৰেঞ্চ বহিছিল, তাত বিলাতৰ নাম-জ্বলা ডি বাইট অনাৰেবল অল-হাজ্ ফাৰুক Lord Headley চাহেবে তেওঁৰ সভাপতিৰ অভিভাষণত কৈছে "মই নিজে এজন পূৰা ইংৰাজ আৰু মই আশা কৰোঁ যে, মই অন্তৰেৰে সৈতে সম্পূর্ণ বিশ্বাসী এজন মুছলমান; কিন্তু কেঁৰে কেতিয়াও মোক ইছ্‌লাম গ্ৰহণ কৰিবলৈ কোৱা নাছিল…। মোৰ বিশ্বাস যে, যেতিয়া কোনো মানুহে কোনটো ধৰ্ম্মানো লবলগীয়া তাৰ বিচাৰ কৰিবলৈ আগবাঢ়ে, তেতিয়া ইছ্‌লামৰ বিধিবিলাকৰ সৌন্দৰ্য্য আৰু পৱিত্ৰতা দেখি আৰু তাত অসম্ভৱ কথা নথকাটো বুজিব পাৰি, তেওঁ নিশ্চয় সকলো ধৰ্ম্মৰ মাজৰ পৰা ইছ্‌লামকে বাছি লবলৈ বাধ্য হ'ব।"

এই ধৰ্ম্মৰ ৫টি প্ৰধান অঙ্গ বা থাই উপকৰণ, তাৰে এটি মূলমন্ত্র—'কলমা' আৰু বাকী ৪টি মূলকৰ্ম্ম—'ছালাৎ' অৰ্থাৎ নামাজ (উপাসনা), 'ছিয়াম' অৰ্থাৎ ৰোজা (ব্ৰত), 'হজ' (তীৰ্থ), 'জাকাত' (দান)।

কল্‌মাৰ ভিতৰত মূল কল্‌মা—"আল্লাত বাজে আৰু কোনো উপাস্য নাই, মোহম্মদ (দঃ) মাথোন তেওঁৰ দাস আৰু তত্ত্ববাহক।"

মুছলমান মাত্রেই পুৱাৰ পৰা ৰাতিলৈকে নিতৌ ৫ বাৰ নামাজ পঢ়িব লাগে। ইয়াৰ বাহিৰেও আৰু নামাজ আছে। সেই নামাজ পঢ়াটো ইচ্ছাধীন। নামাজে মানুহৰ মনত পৱিত্র ভাব জন্মায়, গুণাহৰ (পাপৰ) পৰা ৰক্ষা কৰে, ই আত্মাৰ আহাৰ। ই নিজৰ উপকাৰৰ নিমিত্তে। অকল মছ্‌জিদ ঘৰেই মুছলমানৰ উপাসনাৰ মন্দিৰ নহয়। এই বিশাল মুক্ত আকাশৰ তলত গোটেই পৃথিবীয়ে মুছলমানৰ পক্ষে ধৰ্ম্ম-মন্দিৰ, নির্দ্দিষ্ট সময় হ'লেই য'তে চল পায় ত'তে নামাজ পঢ়িব পাৰে। নামাজ পঢ়োঁতে সৰু ডাঙৰ ভেদা-ভেদ নাই। ৰজাই হওক বা প্ৰজাই হওক, আজান শুনা-মাত্ৰকে সাংসাৰিক কাম-কাজ এৰি সকলোৱেই লগে-ভাগে তৎক্ষণাৎ নামাজত ঠিয় হ'ব লাগে।

ৰোজাই হৈছে ইন্দ্রিয় সংযমৰ আৰু হবেক প্ৰকাৰ ৰোগৰ পৰা ৰক্ষা পোৱাৰ ঘাই উপায়। ই নৈতিক, আধ্যাত্মিক, আৰু শাৰীৰিক উপকাৰ কৰে। মুছলমানমাত্রেই বছেৰকৰ মাজত গোটেই ৰমজান মাহটো উপবাসে থাকিব লাগে। ভাত-পানী নেখাই লঘোনে থাকিলেই নহয়, সকলো পাপৰপৰা বিৰত থাকিব লাগে। এই ৰমজান মাহটো বৰ পবিত্র। ৰমজানৰ ৰোজাত বাজে আৰু ৰোজা আছে, সেইবোৰ পালন কৰা ইচ্ছাধীন। কোৰ্‌আনত ৰোজাক "ছিয়াম" বুলিছে। "ছিয়াম"ৰ অৰ্থ আত্ম-সংবৰণ বা আত্ম-সংযম।

চহকী হলে জীৱনৰ ভিতৰত এবাৰ মক্কা শৰিফলৈ গৈ হজ কৰিবই লাগে। ই এটা মুছলমানসকলৰ মহা মেলা। ইয়াত পৃথিবীৰ সকলো দেশৰ মুছলমানে একে সময়তে গোটখাই একে বেশ ধাৰণ কৰি, সেই সৰ্ব্বশক্তিমানৰ ৰব্বিল আলেমীনৰ কৰুণা ভিক্ষা কৰে। এই মহা মিলন-দৃশ্য অনির্ব্বচনীয়!

জাকাতৰ অর্থ পবিত্র কৰা। এই দান প্রত্যেক চহকী মুছলমানে, ৫২' টকা বাহি হৈ থাকিলেই, প্রতি বছৰে শতকৰা ২।০ টকা হিচাবে দিব লাগে ই দুখীয়াৰ উপকাৰৰ নিমিত্তে—ই লোক সেৱা। আন আন ধর্ম্মেও দান দিবলৈ কৈছে; কিন্তু ইছ্‌লামে প্রত্যেক চহকী মানুহক 'জাকাত' দিবলৈ বাধ্য কৰিছে।

ৰছুল-কৰিমে (দঃ) কৈছে,—"সেই জনেই মোছ্‌লিম, যাৰ হাতৰ আৰু জিভাৰ পৰা কেৱে কষ্ট ভুগিবলৈ নেপায়"। পাক কোৰ্‌আনেও তাকে কৈছে। ইছ্‌লামৰ মুলমন্ত্র হৈছে,—"লা ইলাহা ইল্লাল্লাহো মোহম্মদৰ ছুলুল্লাহ" অর্থাৎ আল্লাত বাজে আৰু কোনো উপাস্য নাই, মোহম্মদ (দঃ) তেওঁৰ দূত।

খৃষ্টান পাদ্রীবিলাকৰ দৰে ইছ্‌লামে আন মহাপুৰুষসকলক নিন্দা নকৰে। ইহুদীবিলাকৰ পৰা খৃষ্টান ধর্ম্ম তললৈ যায় যায়, এনে সময়তে ইছ্‌লামে জগতত দেখা দি বজ্রগম্ভীৰ স্বৰেৰে ঘোষণা কৰি দিলে যে, মৰিয়ম 'সতী' আৰু তেওঁৰ পুতেক যীছু (ইছা আঃ) প্রকৃত 'নবী'। খৃষ্টানবিলাক এই বিষয়ত ইছ্‌লামৰ ওচৰত চিৰ ধৰুৱা। ইছ্‌লামে যথা সময়ত এনেকৈ সাক্ষ্য নিদিয়া হেতেন, খৃষ্টধর্ম্ম যে কুঁহিতেই জঁয় পৰিল হেতেন, ই ধুৰূপ।

নামজলা বক্তা মিষ্টৰ বিপিনচন্দ্র পালে ১৯২৮ চনৰ ১৭ জুন তাৰিখে কলিকতাৰ এলবার্ট হলত 'হজৰত মোহম্মদৰ জীৱনী আলোচনা' বিষয় বক্তৃতা দিওঁতে কৈছিল,—"ইছ্‌লামৰ ওচৰত হিন্দু-ধর্ম্ম বহুত পৰিমাণে ধৰুৱা আছে। নানকৰ পৰা আৰম্ভ কৰি শ্রীচৈতন্য দেৱ আৰু ৰামমোহন ৰায়লৈকে সকলোৱেই ইছ্‌লামৰ আধ্যাত্মিক প্রভাৱত প্রভাৱান্বিত।" (১)

(১) দৈনিক ছোলতান কাকত।

স্বাধীনতা মানুহৰ বিশেষত্ব। এই স্বাধীনতাৰ পূৰা ব্যৱহাৰেই মনুষ্যত্ব। সনাতন ইছ্‌লামৰ উদ্দেশ্য মানুহক প্ৰকৃত মনুষ্যত্বৰ বাট আঙ্গুলিয়াই দেখুৱাই দিয়া। কেনেকৈ মানুহ প্ৰবৃত্তিৰ দাস নহৈ প্ৰভু হব পাৰে, কেনেকৈ মানুহ বিপৰীত-মুখীয়া প্ৰবৃত্তিবোৰৰ ওপৰত কৰ্তৃত্ব কৰিব পাৰে, কেনেকৈ মানুহ সংসাৰ-সাগৰৰ ধুমুহা আৰু উত্তাৰণ ঢৌবোৰৰ ওপৰেদি জীৱন নাও নিৰ্ব্বিঘ্নে পাৰি দি গন্তব্য-স্থান পাবগৈ পাৰে, এইবোৰ প্ৰশ্নৰ মীমাংসা কৰাই ইছ্‌লামৰ সৰ্ব্ব প্ৰধান সমস্যা।

ইছ্‌লামে শিক্ষা দিছে, ধৰ্ম্ম সম্বন্ধে সকলোৱে স্বাধীন বিচাৰ কৰিব পাৰে, ইয়াত কোনো বাধা নাই। সেই বুলিয়েই অনেক খৃষ্টান পণ্ডিতে ইয়াৰ বিশেষ প্ৰশংসা কৰে। এনে স্বাধীনতা কোনো ধৰ্ম্মত নাই। জয়জয়তে বছুল-কৰিমেই (দঃ) ঘোষণা কৰি দিলে যে, ধৰ্ম্মত বল-প্ৰয়োগ হব নোৱাৰে, সকলোৱে স্বাধীন ভাৱে ধৰ্ম্ম-মত দিব পাৰে। ইছ্‌লামে কাকো কাণি-মুনিকৈ ধৰ্ম্মগ্ৰহণ কৰিবলৈ কোৱা নাই। খৃষ্টান ধৰ্ম্মত, গেলিলিও (Galileo), লাটিমাৰ (Latimer) আদি যেনেকৈ উৎপীড়িত হৈছিল, তেনে উদাহৰণ ইছ্‌লামৰ বুৰঞ্জীত নাই। প্ৰত্যেক মানুহে নিজৰ ধৰ্ম্মমতৰ বাবে আল্লাৰ ওচৰত দায়ী, আন কেৱে তেওঁক উৎপীড়ন কৰিব নোৱাৰে।

ইছ্‌লামে আৰু শিক্ষা দিছে যে, মানুহৰ আৰু আল্লাৰ মাজত মধ্যস্থৰ দৰ্কাৰ নাই। সকলোৰে নিমিত্তে আল্লাৰ দুৱাৰ মুকলি, লাগে মাথোন সাধনা। মাথোন কোন বাটেদি গলে আল্লাৰ ওচৰলৈ যোৱা যায়, তাক দেখুৱাই দিওঁতাৰ আবশ্যকতা। আল্লাক পাবলৈ হলে নিজৰ যত্ন আৰু পৰিশ্ৰমৰ ওপৰত সমূলি নিৰ্ভৰ কৰে। বছুল-কৰিমেই (দঃ) প্ৰথমে ঘোষণা কৰি দিলে যে, 'নবী' সকল মধ্যস্থ নহয়, তেওঁলোক মাথোন শিক্ষক—বাট দেখুৱাই দিওঁতা আৰু আদৰ্শ। কিন্তু খৃষ্টান ধৰ্ম্মত অকল যীছুৱেই এজন মধ্যস্থ নহয়; মৰিয়ম (Mary), পিটৰ (Peter), পোপ (Pope),

কাৰ্ডিনেল (Cardinals) আদিও মধ্যস্থ। ইছলামত বেলেগ পুৰোহিত-ফৈদ নাই। প্ৰত্যেক মোছলিমেই নিজৰ পুৰোহিত।

একমাত্ৰ ৰছুল-কৰিমেই (দঃ) 'তৌহিদ' (একত্ববাদ) ধৰ্ম্ম নিখুঁত নিভাঁজ আৰু নিকপ্‌কপীয়াকৈ থাপনা কৰিলে। মিষ্টৰ বিপিনচন্দ্ৰ পালে ১৯২৮ চনৰ জুলাই মাহৰ ১৪ তাৰিখে ঢাকাৰ পূৱ-বঙ্গ ব্ৰাহ্ম সমাজত "Hundred Years Modern Bengal" বিষয়ে যি বক্তৃতা দিছিল তাত কৈছিল,—For his ideas of one God, Raja Ram Mohan Roy was indebted to Islam as Chaitanya, Nanak, Kabir & other religious reformers of earlier times were more or less indebted" (১)

খৃষ্টানবিলাকে কয়, আল্লাই নিজৰ মৰমৰ পুতেকক, নিজৰ প্ৰাণ দি পাপী খৃষ্টানবিলাকক পৰিত্ৰাণ কৰিবৰ নিমিত্তে, জগতলৈ পঠাই দিলে। ই কেনে অসঙ্গত কথা! পাপী সন্তানে শাস্তি নেপায়, মৰমৰ নিষ্পাপী পুতেকে অবাবতে শাস্তি পায়, ই কি অদ্ভুত কথা! ই কেনে বিচাৰ!!

(১) The A B Patrika of 17th. July, 1928.

# কোৰ্‌আন মজিদ।

ইছলামৰ শাস্ত্ৰ হৈছে কোৰ্‌আন মজিদ। এই শাস্ত্ৰ স্বৰ্গীয় আদেশ আৰু নিষেধৰ সমষ্টি; ইয়াত ১১৪টি চুৰা (অধ্যায়) আছে। ই অতি অতুলনীয় অপূৰ্ব্ব গ্ৰন্থ। এনে কাৰ্য্যকৰী ধৰ্ম্ম-গ্ৰন্থ জগতত হোৱা নাই আৰু নহবও। ই কিয়ামত (শেষ মহা-প্ৰলয়) লৈকে অটুট নিভাঁজ্‌ হৈ থাকিব। সকলো ধৰ্ম্ম-গ্ৰন্থই লৰচৰ হ'ল, কিন্তু আজি প্ৰায় চাৰে তেৰ শ বছৰৰ ভিতৰত ইয়াৰ এটি বিন্দুও মৌলিক অৱস্থাৰ পৰা বিকৃত হোৱা নাই আৰু কোনো লৰচৰ হ'ব নোৱাৰে। যদিওবা ৰছুল-কৰিম (দঃ) 'উম্মি' (নিৰক্ষৰ) আছিল, ইয়াৰ ভাষা অপূৰ্ব্ব, অনুপম আৰু চমৎকাৰ, ভাব বৰ ওখ, বচন অলৌকিক আৰু উপদেশ ও যুক্তিপূৰ্ণ। এনে বিশুদ্ধ আৰবী ভাষা তেখেতে কৰ পৰা পালে? এনে পুথি আজিলৈকে কোনেও লিখিব পৰা নাই আৰু নোৱাৰে বুলি সকলো পণ্ডিতৰ মত। আজিলৈকে কোনো দেশৰ কোনো মানুহেই ইয়াৰ দোষ দেখুৱাবলৈ আগবঢ়া নাই—এয়ে হৈছে ইয়াৰ বিশেষত্ব আৰু সত্যতাৰ নিদৰ্শন। ইয়াত আধ্যাত্মিক, ঐহিক, পাৰত্ৰিক, ৰাজনৈতিক, সমাজনৈতিক বিষয়ৰ সাৰ তত্ত্ববিলাক আছে, ধৰ্ম্মৰ জয়, অধৰ্ম্মৰ ক্ষয়, 'নেকিৰ জাজা' (পুণ্যৰ বঁটা), 'বদিৰ চাজা' (পাপৰ শাস্তি), মানুহৰ কৰ্ত্তব্যাকৰ্ত্তব্য সকলোবোৰৰে সুন্দৰ বিধান আছে। এই আশ্চৰ্য্য পুথিৰ আগত পৃথিবীৰ সকলো বিজ্ঞান, দৰ্শন, নীতি আদি হাৰ মানিছে। এই বৰ্ত্তমান প্ৰাচ্য আৰু পাশ্চাত্য জগতৰ ৪৫ পয়চল্লিচ কোটি মানুহৰ ধৰ্ম্মনীতি আৰু শাসননীতি।

এসময়ত পৃথিবীৰ ওৰিগন অন্তৰীপৰ পৰা কুমাৰিকা অন্তৰীপলৈকে সকলোৰে ইয়াৰ শিক্ষা, আৰু ইছ্‌লামৰ একতা আৰু একত্বৰ আগত .নুৰ

দোঁৱাবলৈ বাধ্য হৈছিল। ইয়াৰ যুক্তি-সঙ্গত মহান ভাব-পৰিপূৰ্ণ নিঃস্বাৰ্থ হিতোপদেশ, সদৌ শিক্ষিত জগতে মুক্তকণ্ঠে স্বীকাৰ কৰি আহিছে আৰু পৃথিবীৰ প্ৰলয়কাললৈকে কৰি থাকিব। ইয়াত বিজ্ঞান-বিৰুদ্ধ কোনো কথা নাই বুলিয়েই ই যি ধৰ্ম্ম শিক্ষা দিছে, তাৰ নাম হৈছে Religion of Science অৰ্থাৎ বিজ্ঞান-অনুমোদিত ধৰ্ম্ম। এই গ্ৰন্থ আন কোনো ধৰ্ম্মগ্ৰন্থৰ অনুৰূপ নহয়। ই মানুহৰ ৰচনা নহয়; স্বয়ং আল্লাৰ বাণী।

আৰবৰ নামজলা কবিচূড়ামণি লাবিদ-বেন্ ৰাবেয়াই মাথোন চূৰা 'এখলাচ'ৰ মধুৰতা আৰু ৰচনা-কৌশল দেখিয়েই চিএৰিবলৈ ধৰিছিল— "লাইচা হাজা কালামুল ব'শৰ" অৰ্থাৎ নিশ্চয়, এই ৰচনা মানুহে কৰা নহয়। পাচত তেওঁ নিজেই ইছ্লামত দীক্ষিত হয়।

এই মহাগ্ৰন্থ আৰু ৰছুল-কৰিমৰ (দঃ) 'হদিচ', এই দুইকে মানি চলা মুছলমানৰ একান্ত কৰ্ত্তব্য। 'হদিচ' বুজিবলৈ হলে বিদ্যা আৱশ্যক। যেতিয়ালৈকে খোদা আৰু ৰছুলৰ প্ৰকৃতি আৰু গুণবিলাক, আচাৰ-ব্যৱহাৰ ভালকৈ বুজিব পৰা নেযায়, তেতিয়ালৈকে ধৰ্ম্মলৈ মন আকৃষ্ট হ'ব নোৱাৰে। ৰছুল-কৰিমৰ (দঃ) জন্মৰে পৰা 'ওফাত' (মৃত্যু) লৈকে তেখেতৰ আচাৰ-ব্যৱহাৰ, ক্ৰিয়া-কলাপ সকলোবোৰ তন্ন-তন্নকৈ 'হদিচ' শৰিফত আছে। এইবোৰ প্ৰত্যেক মুছলমানৰে জনা উচিত। কাৰণ, আল্লাই মানুহৰ মাজত তেখেতক সকলো বিষয়তে আন সকলো মানুহৰ আদৰ্শ জগদ্‌গুৰু কৰি পঠাইছে।

বিলাতৰ বিখ্যাত বক্তা Edmund Burke চাহেবে তেওঁৰ 'Impeachment of Warren Hastings' বক্তৃতাত কৈছে—"The Mahomedan law ( Quran ) is binding upon all, from the crowned head to the meanest subject ; it is a law interwoven with a system of the wisest, the most learned,

and the most enlightened jurisprudence that ever existed in the world." Marmaduke Pickthal চাহেবে লিখিছে— "The Quran is the miracle to which Mahammed himself so often appealed as proof of his Divine mission, and a miracle indeed it seems For the Prophet, though cultured, was illiterate, and there is no reasonable room for doubt that a large part at any rate of that strange flood of eloquence so purely seen came to him in states of trance The book is like no other book on earth. It remains a wonder of the world".

সেই কালত আৰৱ দেশত লিখা-পঢ়া শিকাৰ কোনো ভাল দিহা নথকাত, প্ৰায় মানুহে মুখে-মুখেই শিক্ষা কৰিছিল; অলপ মানুহেহে লিখিব-পঢ়িব জানিছিল, কিন্তু তেওঁলোকৰ স্মৰণ-শক্তি বৰ চোকা থকা বাবেই কোৰ্‌আনৰ কোনো আয়ত ( শ্লোক ) হজৰত জিব্ৰাইলৰ ( আঃ ) দ্বাৰা অৱতীৰ্ণ হলেই, প্ৰায় ছাহাবাই ৰছুল-কৰিমৰ ( দঃ ) মুখৰ পৰা শুনি, তাক কণ্ঠস্থ কৰি থয় আৰু ৰছুল-কৰিমেও (দঃ) নিজেই কোনো লিখকৰ হতুৱা খাজুৰ পাতত ছাগলী ছালত, শিলৰ ফলিত বা আন বস্তুত লিখোৱাই হাফিজ (১) সকলৰ ওচৰত থৈ দিয়ে। এই দৰে কোৰ্‌আনৰ আয়ত লিখা মানুহ প্ৰায় ৪২ জন (২) মান আছিল। এই স্বৰ্গীয় মহাগ্ৰন্থৰ যেতিয়াই যি আয়ত অৱতীৰ্ণ হৈছিল, তাক তেতিয়াই ৰছুল-কৰিমে ( দঃ ), প্ৰত্যাদেশৰ দ্বাৰা জানি, যি যি চুৰাত

(১) কোৰ্‌আন কণ্ঠস্থ কৰি থকা মানুহক 'হাফিজ' বোলে। 'হাফিজ' এটা সন্মানসূচক উপাধি। সেই বাবেই মুছলমানৰ মাজত অলেখ হাফিজ আছে।

(২) জেইদ, আবুবকৰ, ওমৰ, ওচমান, আলী, আব্দুল্লাহ-বেন্-চাআদ, 'জাবেদ' বেন আৱাম আদি।

( অধ্যায়ত ) আৰু যি যি ঠাইত ভুক্ত হব লাগে তাতে, এজন লিখকৰ হতুৱাই, তেখেতৰ চকুৰ আগতে (৩) শৃঙ্খলাবদ্ধ কৰি ( ৪ ) লিখোৱাই থয় (৫) আৰু সেই চুৰা-আয়ত-বিন্যাস অনুসৰি হাফিজ সকলেও কোৰ্‌আন কণ্ঠস্থ কৰে।

ৰছুল-কৰিমে ( দঃ ) তেখেতৰ জীৱিত কালত সকলো 'অহী' ( স্বৰ্গীয় বাণী ) গোটাই এটা সম্পূৰ্ণ গ্ৰন্থৰ আকাৰত প্ৰকাশ কৰি যাব নোৱাৰিলে, কাৰণ তেখেতৰ অন্তিম কাললৈকে 'অহী' আহি আছিল।

হজৰত আবুবকৰৰ খিলাফতৰ সময়ত সম্পূৰ্ণ কোৰ্‌আন, এটা পুথিৰ আকাৰত, আৱশ্যক হৈ পৰিল। তাতে আকৌ আক্‌ৰেবা-ৰণত ১২০০ জন হাফিজ শ্বহীদ হ'ল। এনে অৱস্থা দেখি, হজৰত ওমৰৰ অনুৰোধত আৰু তেওঁৰ পৰামৰ্শ অনুসৰি হজৰত আবুবকৰে ঠাই-ঠাই হৈ থকা লিখিথোৱা 'আহী'বোৰ ততাতৈয়াকৈ গোটাই ৰছুল-কৰিমৰ ( দঃ ) বিন্যাস মতে, সেইবোৰ নকল কৰোৱাই এটা সম্পূৰ্ণ গ্ৰন্থাকাৰত প্ৰকাশ কৰি (৬) নিজৰ হাতত ৰাখে। তেওঁৰ ওফাতৰ পাচত সেই মূল্ গ্ৰন্থখন্ হজৰত ওমৰৰ হাতলৈ আহে তাৰ পাচত হজৰত ওছ্‌মানৰ হাতত পৰে।

হজৰত ওমৰৰ খিলাফতৰ সময়ত এই পুথিৰ নকল আৰব, শ্বাম আদি সকলো ঠাইতে বিয়পি পৰে। হজৰত ওছ্‌মান যেতিয়া খলিফা হ'ল, তেওঁ দেখিলে যে, কোনো কোনো নকল কোৰ্‌আনৰ দুটা এটা আয়ত আচল কোৰ্‌আনৰ লগত অমিল। সেইবাবে তেওঁ সকলো ঠাইৰ পৰা সকলো নকল কোৰ্‌আন অনাই চাই, ভুল নকল কোৰ্‌আনবোৰ পুৰি পেলোৱায়

(৩) Introduction to Muir's Life of Muhammad, p. XXVIII.

(৪) কোৰ্‌আন-চুৰা কোৰকান, ৩২ আয়ত ; চুৰা কিয়ামাহ, ১৭-১৮ আয়ত

(৫) আবুদাউদ, তিৰমিজি, আহ্‌মদ।

(৬) বটহুল বাৰি, ৯ম ছোৰা, ১০ পিঠি।

আৰু সেই চৰকাৰী মূল কোৰ্‌আনৰ পৰা মানুহ লগাই হজৰত আলীৰ তত্ত্বাবধানত বহুত কোৰ্‌আনৰ নকল কৰোৱায়। এই শুদ্ধ চৰকাৰী নকল কোৰ্‌আনবোৰ সকলো ঠাইতে বিলাই দিয়ে।

## বিদ্যা শিক্ষা।

তেৰ শ বছৰৰ আগেয়ে অর্থাৎ খৃঃ ৬ষ্ঠ শতিকাত, যি সময়ত আৰবত ধৰ্ম্মজ্ঞান চৰ্চ্চা সমূলি নাছিল, সেই সময়ত ৰছুল-কৰিমৰ (দঃ) আবির্ভাৱ। তেখেত একেবেলি 'উম্মি' (অনক্ষৰ) আছিল। যদিওৱা তেখেতে লিখা-পঢ়াৰ গোন্ধ-ভাপ সমূলি নাপালে, তথাপি অতি নামজলা পণ্ডিতসকলে তেখেতৰ কথা-বতৰা আৰু বক্তৃতা শুনি তবধ খাইছিল। বিদ্যা শিকি জ্ঞান উপাৰ্জ্জন কৰাটো তেখেতে 'এবাদত' (ঈশ্বৰ উপাসনা) তকৈও ওখ ঠাই দিছে। তেখেতে চিঞৰি চিঞৰি কৈ গৈছে—"ত'লাবুল্ এলমে ফৰিজাতুন্ আলা কুল্লে মোছ্‌লিম্ ৱ অলমোছ্‌লিমাত" অৰ্থাৎ প্ৰত্যেক মতা তিৰোতাৰ ওপৰত বিদ্যা শিক্ষা কৰা 'ফৰজ' (অবশ্য কৰ্ত্তব্য)। তেখেতে আৰু কৈছে যে, বিদ্যা শিকিবলৈ যদি চীনৰ নিচিনা দূৰ দেশলৈও যাব লাগে, তাকৈকো যাবা।

ঘোৰ আন্ধাৰত, অসভ্য মূৰ্খ মানুহৰ মাজত জন্মলৈও তেখেতৰ জাগনিতেই যে, এশ বছৰৰ ভিতৰতে মুছলমানবিলাকে জ্ঞান-বিজ্ঞানত জগতত মূধা ফুটাইছিল আৰু পচিম আট্‌লাণ্টিক মহাসাগৰ আৰু চীনৰ দেৱাললৈকে ইছ্‌লামৰ প্ৰভাৱ বিস্তাৰিত হৈছিল, সেইটো কোনেও দুই কৰিব নোৱাৰে। একালে যেনেকৈ মুছলমানবিলাকৰ বিজয়-নিচান দেশ বিদেশে নানা কেঁঠৰ ওপৰত উৰি তেওঁবিলাকৰ বাহুবলৰ মহিমা ঘোষণা কৰিছিল, আৰ

ফালেদি তেনেকৈ পণ্ডিতসকলৰ জ্ঞানচৰ্চ্চাৰ জেউতিয়ে ইউৰোপৰ অন্ধকাৰ-যুগৰ অন্ত পেলাই, দৰ্শন বিজ্ঞান নানান ফল ফুলেৰে শোভিত কৰি নতুন ভাব সুমুৱাই সদৌ জগতক স্তম্ভিত কৰিছিল। মুছলমানৰ পৰাই যে ইউৰোপে সভ্যতাৰ পোহৰ পাইছিল, তাক The History of Saracens and The Spirit of Islam এই পুথি দুখন পঢ়ি চালেই হব। লৰ্ড একটন চাহাবে তেওঁৰ History of Freedom পুথিত লিখিছে,—“জ্ঞান-বিজ্ঞান, বিবেক-বুদ্ধি আৰু সমাজ-নীতি পাশ্চাত্য জগতৰ পৰা লুপ্ত হৈ গৈছিল। পশ্চিম দেশীয় শিক্ষকসকলে আৰব-গুৰুসকলৰ পদতলত শিক্ষালাভ কৰিয়েই জ্ঞান-বিজ্ঞান, বিবেক-বুদ্ধি আৰু সমাজ-নীতিৰ পুনৰ্জ্জীৱন দিয়ে। মুছলমান-বিলাকে, বোগদাদ, চমৰকন্দ, কায়ৰো, ডামেস্কচ, কৰ্ডভা আদি কেন্দ্ৰত বিশ্ববিদ্যালয় আৰু পুথিৰ ভঁৰাল আদি স্থাপন কৰি জগতৰ লুপ্তপ্ৰায় জ্ঞান-বিজ্ঞানৰ উদ্ধাৰ কৰি জগতত যেনে যশস্যা লাভ কৰিছিল, তাৰ তুলনা আজিলৈকে নাই। তেওঁলোকে বীজগণিত, জ্যোতির্ব্বিদ্যাতত্ত্ব, ত্ৰিকোণ-মিতি, খগোল-বিজ্ঞান, ভৈষজ্য শাস্ত্ৰ, ৰসায়ন শাস্ত্ৰ, অ্যাচফিল্ডী জ্যামিতি, গণিত, দৰ্শন, বায়ুতত্ত্ব (Metereology), আলোকবিজ্ঞান (Optics), আয়ুৰ্ব্বেদশাস্ত্ৰ আদি প্ৰায় ২৫০ খন গ্ৰন্থ লিখি নিজৰ নাম জনমযুগীয়া কৰি গৈছে। জ্ঞানীপ্ৰবৰ আবুলহাছানে দূৰবৰ্শন-যন্ত্ৰ আৰু মুছা জাফৰে (Geber) ৰসায়ন শাস্ত্ৰ আবিষ্কাৰ কৰি জগতৰ নথৈ উপকাৰ কৰি গৈছে। জগদ্বিখ্যাত বু-আলীছিনা (Avecena) কবিৰাজ কুলবত্নক কোনে নেজানে? ইছলামৰ শিক্ষানীতি গুণত বোগদাদাধিপতি মামুন, হাৰুণ, মনচুৰ; স্পেন প্ৰদেশাধিপতি অব্দুৰ ৰহমান, দিল্লী-সম্ৰাট আকবৰ আৰু আউৰেঙ্গজেবে জগতত সম্ৰাট সকলৰ শীৰ্ষস্থান অধিকাৰ কৰিছে।

সকলো ধৰ্ম্ম গুৰুৰ মাজত পোন প্ৰথমে ৰছুল-কৰিমেই (দঃ) শিক্ষা দিছে যে, ধৰ্ম্ম আৰু বিজ্ঞান বেলেগ বস্তু নহয়। ধৰ্ম্মৰ সত্যতা প্ৰমাণ কৰিবলৈ হলে

'মনটিক্' (Logic) শাস্ত্ৰৰ আৱশ্যকতা। যুক্তি আৰু তৰ্ক নহলে কোনো বিষয়ৰ মীমাংসা হব নোৱাৰে।

জগতত যিমান ধৰ্ম্ম আছে, প্ৰায় সকলোৱে বিশ্বধৰ্ম্ম—ঈশ্বৰাদিষ্ট ধৰ্ম্ম Revealed Religion) বুলি দাবি কৰে। ইছ্লামৰ মতে সকলো মহাপুৰুষ সঁচা ধৰ্ম্মলৈ আল্লাৰ ফালৰ পৰা আহিছে ; কিন্তু কালক্ৰমে তাত অনেক উপকথা, গল্প সোমোৱাত আৰু নানান মুনিৰ নানান মত অনুসৰি মূলত লৰচৰ হোৱাত, সেই ধৰ্ম্মবিলাক বিকৃত হৈ পৰিছে। মূলতত্ত্ব সম্বন্ধীয় মতৰ পাৰ্থক্য থাকিলে, সেই ধৰ্ম্ম নিভাঁজ বিশ্বধৰ্ম্ম বুলি গৃহীত হব নোৱাৰে। খৃষ্টানৰ মাজত ৪০০ চাৰিশতকৈও বেচি মত বিৰোধী দল আছে, সেইদৰে আন ধৰ্ম্মাবলম্বীৰ মাজতো বহুত দল আছে। ইছ্লামত যদিওবা চিয়াহ আৰু চুন্নি দুদল আছে, মূলতত্ত্বত একো পাৰ্থক্য নাই। প্ৰত্যেক মত যুক্তিৰে প্ৰমাণ কৰিব লাগে। যুক্তিসঙ্গত নহলে সেই মত বাদ দিব লাগে। বুদ্ধদেৱ আৰু কনফুচিয়চ (Confucius)ৰ শিক্ষাত আল্লাৰ নামৰ উল্লেখ নাই, তেওঁলোকে ধৰ্ম্ম-নীতিৰ বিষয়হে উপদেশ দিছে। কোনোৱে আত্মাৰ পুনৰ্জ্জন্ম বিশ্বাস কৰে, কোনোৱে নকৰে। বিশ্বধৰ্ম্মত এনে পাৰ্থক্য থকা অনুচিত। যেনেকৈ ইছ্লামত বাজে কোনো ঈশ্বৰাদিষ্ট-ধৰ্ম্ম আজিলৈকে নিখুঁত নিভাঁজ হৈ থকা নাই, তেনেকৈ পাক কোৰ্‌আনৰ দৰেও আজিলৈকে কোনো ধৰ্ম্মগ্ৰন্থ নিখুঁত নিভাঁজ হৈ থকা নাই আৰু এই মহাগ্ৰন্থ কিয়ামত (শেষ মহা প্ৰলয়) লৈকে এনে নিভাঁজ হৈ থাকিব—কাৰণ, এয়ে হৈছে ঈশ্বৰাদিষ্ট-ধৰ্ম্মৰ শেষ পুথি। কোনেও ইয়াক নিৰ্ম্মূল বা লৰচৰ কৰিবলৈ চেষ্টা কৰিলেও, ইছ্লামত অলেখ 'হাফিজ' (কোৰ্‌আন কণ্ঠস্থ কৰি থকা মানুহ) থকা গতিকে এটি বিন্দুও যদি কোনোবাই লৰচৰ কৰিব খোজে, তৎক্ষণাৎ কেউফালৰপৰা তেওঁলোকে বমলিয়াই পৃথিবীকে তলওপৰ কৰি পেলাব।

ডাক্তৰ হেনচন (Dr. Henson, the Bishop of Durham) নামেৰে এজন বিশ্বপে (অধিপতি পাদুৰীয়ে) ১৯২১ চনৰ জুলাই মাহৰ The Nineteenth Century কাকতত লিখিছে—"আজিকালি ইছলামত বাজে কোনো ধৰ্ম্ম সৰ্ব্বসাধাৰণৰ ওপৰত তাৰ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে; কাৰণ, আন ধৰ্ম্মবিলাকত ধৰ্ম্মজীৱনৰ লগত সাংসাৰিক জীৱনৰ কোনো সম্পৰ্ক নাই আৰু বিজ্ঞানেৰে সেই ধৰ্ম্ম ব্যাখ্যা কৰিব নোৱাৰি। হেতুকে, সেই সেই ধৰ্ম্মৰ পৰা লাহে লাহে সৰ্ব্বসাধাৰণ আঁতৰ হবলৈ ধৰিছে।"

কিন্তু হাঁয়! আমাৰ মোছলিম্ মতা-তিৰোতা সকলৰ বৰ্ত্তমান অৱস্থা বৰ শোচনীয়। এতিয়া স্ত্ৰীশিক্ষা কথাটো উঠিলেই শ্বৰিয়তৰ (ধৰ্ম্মৰ বিধানৰ) বান্ধনি ছিগি যায়! কিন্তু শ্বৰিয়তৰ বান্ধনি অটুট ৰাখি শিক্ষা লাভ কৰা নেযায় নে? হজৰত আয়েশ্বা, হজৰত ফাতিমা আদিয়ে বিদ্যালাভ কৰা নাইনে? বিবি আয়েশ্বাই ধৰ্ম্ম, সমাজ, আচাৰ-বিচাৰসংক্ৰান্ত ডাঙৰ ডাঙৰ বিষয়বোৰ মীমাংসা কৰা নাইনে? বোখাৰী, মুছলিম, আবুদাউদ, তিৰমিজি, ইব্নে-মাজা, নেচায়ী আদি 'হদিচ'ৰ পুথিবিলাক তেঁৱেই বৰ্ণিত 'হদিচে'ৰে খুন্দ-খোৱা। তেওঁ এহেজাৰতকৈ বেচি 'হদিচ' বৰ্ণনা কৰি গৈছে। কৰ্ডভাত যেতিয়া স্ত্ৰীশিক্ষাৰ উন্নতি হৈছিল, তেতিয়া তেওঁলোকে জানো শ্বৰিয়তৰ সীমাৰ বাহিৰলৈ গৈছিল? মাক হৈছে ল,ৰাৰ আদৰ্শ শিক্ষয়িত্ৰী। সেই নিমিত্তে মাক শিক্ষিতা নহলে, পুত্ৰেকৰ শিক্ষালাভ কৰা টান। আলফ্ৰেদ-দি-গ্ৰেটৰ মাক যদি সুশিক্ষিতা নহল হেতেন, তেওঁ জানো কেতিয়াবা "গ্ৰেট" অৰ্থাৎ মহৎ এই ওখ উপাধি পালে হেতেন? জেমচ গাৰিবল্ডিৰ মাক যদি শিক্ষিতা নহল হৈতেন, তেওঁ জুপুৰী ঘৰত থাকি আমেৰিকাৰ হোৱাইট-হাউচত সোমাব পাৰিল হেতেন নে? যি দেশত শিক্ষিতা মাক আছে, সেইদেশ ধন্য।

# আত্মত্যাগ।

ইছ্লাম ত্যাগৰ ধৰ্ম্ম। ই নিৰাশ্ৰয়ৰ আশ্ৰয়, ব্যথিতৰ সান্ত্বনা। আত্মত্যাগ ৰছুল-কৰিমৰ (দঃ) এটা প্ৰধান গুণ আছিল। ঘৰত চাকৰ নথকাত তেখেতৰ জীয়েক বিবি ফাতিমাই নিজে আটা পিহে, পানী আনে আৰু ঘৰৰ সকলোবোৰ কাম-কাজ নিজ হাতেৰে কৰোঁতে হাতত পানীজোলা ফুটি যায়। নিজৰ অৱস্থাৰ কথা জনাবলৈ তেওঁ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ কেইবা বেলি গৈও, কব নোৱাৰি উভতি আহে। এদিন হজৰত আলীৰ ছেগ চাই তেওঁলোকৰ দুখৰ কথা জনালে আৰু জীয়েৰৰ নিমিত্তে এজনী বান্দী খুজিলে। ৰছুলুল্লাহ্ আলমীনে ক'লে, 'আছ্হাবে ছুফ্ফা' ফকিৰবিলাক এতিয়ালৈকে কষ্টত পৰি আছে; যেতিয়ালৈকে তেওঁলোকৰ অৱস্থা সুচল নহয়, তেতিয়ালৈকে মই আন কথালৈ কাণ দিব নোৱাৰোঁ।" (১)

এদিন এগৰাকী তিৰোতাই ৰছুল-কৰিমক (দঃ) এখন চাদৰ 'হাদিয়া' (বঁটা) স্বৰূপে দিলে আৰু তেখেতৰো সেই কাপোৰখন বৰ লাগতিয়াল আছিল। এজন মানুহে কাপোৰখন দেখি ক'লে—"আহা, কি সুন্দৰ চাদৰ"! তেখেতে শুনি সেই চাদৰখন খিতাতে সেই মানুহজনক দি পেলালে। (২)

ভূসম্পত্তিৰ ভিতৰত আৰবত বাগিচাৰেই আদৰ। এদিন মাথাইৰিক নামৰে এজন মানুহে সাতখন বাগিচা ৰছুল-কৰিমক (দঃ) দিছিল। বাগিচাৰনাম:—মাখিৰ, চানিকা, দালাল, হুচাইনি, বিৰকা, আ'ৱাফ আৰু মাস্ৰাবা-উম্মি-ইব্ৰাহিম। তেখেতে দুখীয়া মানুহৰ মাজত এই গোটেই সম্পত্তি 'ৱাকফ' কৰি দিলে অৰ্থাৎ দাতব্য কামত লগাই দিলে। (৩)

---

(১) আবুদাউদ। (২) বোখাৰী।

(৩) ফুটহুল-বাৰি, ইছাবা।

এজন ছাহাবীৰ বিয়া হ'ল। বন্ধু-বান্ধৱক খুৱাবলৈ তেওঁৰ ঘৰত একো নাছিল। বিবি আয়েশাৰ ঘৰত এখেলা মাথোন আটা আছিল। এই অৱস্থা দেখি ৰছুল-কৰিমে (দঃ) তেওঁক বিবি আয়েশাৰ ওচৰলৈ পঠাই দিলে। গধূলি খাবলৈ ঘৰত এই আটাত বাজে একো নাছিল, কিন্তু তাকে ছাহাবীজনক দি পঠালে। (১)

এদিন গাফ্ফাৰ ফৈদৰ এজন মানুহ ৰছুল-কৰিমৰ (দঃ) ওচৰত আলহী হ'ল। অলপ ছাগলী গাখীৰত বাজে গধূলি খাবলৈ একো নাছিল। সেই আলহীজনক গোটেই গাখীৰ দি তেখেতে ৰাতিটো নিজে লঘোনে কটালে। (২)

লোকৰ দুখ-কষ্ট দেখি ৰছুল-কৰিম (দঃ) বৰ বিচলিত হয় আৰু তেখেতৰ চকু চুলচুলীয়া হৈ পৰে। তেখেতে শত্রু-মিত্র সকলোৰে সৈতে বিনীত আৰু সদয় ব্যৱহাৰ কৰিছিল। তেখেতৰ দৈনিক কামৰ মাজত উৎপীড়িত আৰু নবিয়া মানুহৰ বিচাৰ-খোচাৰ লোৱা, আৰু সান্ত্বনা ও সহানুভূতিৰে তেওঁলোকৰ মন চেঁচা কৰাও এটি বিশেষ কাম আছিল। এবাৰ খাব্বাব-বেন্-আৰাট নামেৰে এজন ছাহাবী ঘৰত নথকাত, তেওঁৰ ঘৰত কাম কৰা মানুহ নাছিল। ৰছুল-কৰিমে (দঃ) এই অৱস্থা দেখি নিতৌ তেওঁৰ ঘৰলৈ গৈ উটৰ গাখীৰ খীৰাই দিছিল। তেখেতে উপায়হীনা বাঁৰী আৰু লিঠকৰা মাউৰাৰ কাম কৰি, সিহঁতক সহায় কৰিছিল। এদিন এটা বন্দুয়ে তেখেতৰ চোলাত ধৰি আকুৰি ক'লে—"মোৰ এটা সৰু কাম আছে, পাচত পাহৰি যাব পাৰোঁ, আপুনি আহক, মোক সেই কামত সহায় কৰি দিয়কহি।" তেতিয়া তেখেতে জামাতেৰে (দলবান্ধি) নামাজ পঢ়িব খুজিছিল। তেখেতে সেই জামাত এৰি তাক সহায় কৰি, উভতি আহি, নামাজ পঢ়িলেহি। (৩).

---

(১) ইয়ে-হাম্বলৰ মছ্নদ। (২) ইবে-হাম্বলৰ মছ্নদ।

(৩) বোখাৰী—আদাবুল মুফ্ৰাদ।

তেখেতৰ লোভ সমূলি নাছিল। এদিন আবুজৰৰ লগত কথা-বতৰা পাতি থাকোঁতে তেখেতে কৈছিল "আবুজৰ! যদি ওহোদ পৰ্ব্বতটো সোণ হৈ যায় আৰু তিনি ৰাতি সেই সোণ মোৰ ওচৰত পৰি থাকে, মই কেতিয়াও তাক নলওঁ।"(১)

# বিশ্ব-ভ্ৰাতৃত্ব আৰু সাম্যভাৱ।

বিশ্বভ্ৰাতৃত্ব আৰু সাম্যভাব ইছলামৰ এটা বিশেষত্ব। ইয়াক পৃথিবীত পোন প্ৰথমে ৰছুল-কৰিমেই (দঃ) স্থাপন কৰে। "সকলোৰে স্বাৰ্থ এক, সকলোৰে উদ্দেশ্য এক, সকলোৰে উপাস্য এক, সকলোৱে সেই মহিমাময় মহাশান্তি নিকেতনলৈ যাব লাগিব"। কেনে ভ্ৰাতৃভাবৰ মন্ত্ৰ তেখেতে ফুঁৱালে, কেনে সাম্যৰ বাঁহী সদৌ আৰবত বজালে! সকলো কৈদ, সকলো খেল একহৈ গ'ল, গোটেই আৰবভূমি শান্তিময় হ'ল! ইটোৱে-সিটোক দেখা পালেই যুজিবলৈ আস্তিন আৰু নচপায়, ফাঁকৰ পৰা তৰোৱাল-ওলোৱাৰ ঠাইত হ'ল "আচ্ছালামু আলেইকুম (তোমাৰ ওপৰত শান্তি হওক)" আৰু তাৰ লগে লগে প্ৰণয়ৰ 'মোছাফাহা' (পৰস্পৰ হাতমিলোৱা), 'মোআনেকা' (পৰস্পৰে বুকু লগাই মিলা)। কি মহা মিলন! এনে বিত্তোপন আৰু ওথ খাপৰ মিলন বিশ্ব-গুৰু ৰছুল-কৰিমত (দঃ) বাজে আন কোনে শিক্ষা দিব পাৰিছে? [illegible]ৰত ইছাই বিশ্বভ্ৰাতৃত্ব স্থাপন কৰিবলৈ চেষ্টা কৰিছিল হয়, কিন্তু সি [illegible]ত পৰিণত নহৈ সপোনৰ দৰে হৈ থাকিল।

ইছলামৰ বিশ্বভ্ৰাতৃত্ব জগতত অনুপম। ই ধনী-নিৰ্ধনী, বগা-ক'লা, ভাজৰ-সৰু সকলোৰে মাজত ভ্ৰাতৃভাব স্থাপন কৰি, সকলোকে একাকাৰ

---

(১) বোখাৰী—আল্ ইতি্‌ৰ্‌বা।

কৰি পেলালে। ইয়াৰ ছাঁৰ তলত জগতৰ সকলো জাতিয়ে সমান ভাবে জিৰাব পাৰে। আজানৰ ধ্বনি শুনিলেই দলে দলে মুছলমান মছজিদলৈ আহি একে শাৰীত থিয় হয়—তেতিয়া 'আমীৰ' কোন, 'গৰীব' কোন বুজিবৰ সাধ্য নাই। 'আমীৰ'ৰ ওচৰত 'গৰীব', 'গৰীব'ৰ পাচত 'আমীৰ' থিয় দিছে। জাতি বৰণ বংশ পদবিৰ ভেদে তাত ঠুটিয়াব নোৱাৰে। ঘোৰ প্ৰাণৰ বৈৰীয়েও শত্ৰুতা পাহৰি, শত্ৰুৱে শত্ৰুৰ গাত গা ঘঁহাই আৰু গিৰিহতে চাকৰৰ কান্ধত কান্ধ লগাই, প্ৰবলপ্ৰতাপী ৰাজমুকুটধাৰী বাদশ্বাহে ফটাকানি-পিন্ধা কাঙ্গাল প্ৰজাৰ গাত হেঁচা-হেঁচিকৈ এইদৰে নিতৌ পাঁচবাৰ নামাজত থিয় হ'ব লাগে। তেতিয়া শত্ৰুতাৰ ভাব, কৌলিন্যৰ গৰ্ব্ব, পদ-মৰ্য্যদাৰ ভেম, টকাৰ 'গৰমি' একো থাকিব নোৱাৰে। এই বিশ্বভ্ৰাতৃত্বৰ পবিত্ৰ বান্ধনিত বান্ধথাই 'ইমাম'ৰ (আচাৰ্য্যৰ) এটা চিয়ঁৰতে "আল্লাহো আকবৰ" ধ্বনিৰ লগে লগে হেজাৰে হেজাৰ মুছলমানে সেই "গফুৰৰেঁহিম আল্লাহতা'লাৰ" উদ্দেশ্যত নিজৰ মুৰ মাটিত পেলাই, মইত্বক বলি দি, হাতযোড়কৈ করুণাময়ৰ করুণা ভিক্ষা কৰে। মুকলি পথাৰত উদাৰ আকাশৰূপ চন্দ্ৰতাপৰ তলত ঈদ-উৎসৱৰ দিনত এই মিলন-দৃশ্য কেনে পবিত্ৰ, শান্তিপ্ৰদ আৰু চমৎকাৰ! কেনে মহান!! 'হজ'ৰ দিনাথন আৰফাতৰ পথাৰত এই দৃশ্য কেনে অতুলনীয় আৰু বৰ্ণনাতীত!!!

সকলো মানুহ আল্লাৰ আগত সমান। 'ক্বা'-নন্নাচু উম্মতন্ ৱাহিদাতন্"(১)—নিশ্চয় সকলো মানুহ এক সমাজৰ ভিতৰৰ। পচিমৰ আফ্ৰিকাবাসী নিগ্ৰো মুছলমান, পূবৰ চীনা মুছলমানৰ ককাই-ভাই; কিন্তু আন ধৰ্ম্মাৱলম্বীৰ মাজত, কাৰ্য্য ক্ষেত্ৰত, এনে ভ্ৰাতৃত্ব দেখিবলৈ পোৱা যাবনে? Carlyle চাহেবে লিখিছে—"Islam is the perfect equaliser of mankind." খৃষ্টানৰ মাজত বগা ক'লাৰ গিৰ্জ্জা আৰু মৰিশালি বেলেগ বেলেগ।

(১) কোৰ্'আন্ চুৰা বকৰ, ২১৩ আয়ত।

বগাৰ গিৰ্জ্জাত আৰু মৰিশালিত ক'লাৰ ঠাই নাই। যীচুৰ জন্ম এচিয়াত, এতিয়া ইউৰোপৰ অৱস্থা যেনেকৈ পৰিছে, যীচুৰ পুনৰাগমন হলে, তেওঁৰ ইউৰোপবাসী শিষ্যবিলাকে "কালা আদমী" বুলি তেওঁৰ ওচৰ চাপিব নোচাপে, সেই বিষয় সন্দেহজনক। Dr H. W. Morcno চাহেবে ১৯২৮ চনৰ ১৭ জুন তাৰিখে কলিকতাৰ এলবাৰ্টহলত 'হজৰত মোহম্মদৰ জীৱনী আলোচনা' বিষয় যি বক্তৃতা দিছিল তাত কৈছিল—"ইছলামে সকলোকে ভাই বুলি গ্ৰহণ কৰিবলৈ শিক্ষা দিছে। মানুহৰ দুখনি হাত, এখনি হাত আল্লাৰ ফাললৈ আৰু আন খনি মানুহৰ ফাললৈ মেলি জীৱনৰ বাটত সোমাটোৱে ইছলামৰ বিধান। পৃথিৱীৰ নানান জাতিক একতা ডোলত বান্ধিবলৈ ইছলামে শিক্ষা দিছে, হজৰতৰ শিক্ষা সৰ্ব্বশ্ৰেষ্ঠ।"

ইছলামত সকলো মানুহ সমান। ৰছুল-কৰিমে (দঃ) কৈছে, "আনাব'শ'ৰুম্ মিচ্লুকুম্" (২)—মই তোমালোকৰ নিচিনা এজন মানুহ। মই অৱতাৰ নহওঁ, আল্লাৰ পুতেক নহওঁ, ঐশ্বৰিক ক্ষমতা বা গুণ মো'ৰ বা আন ধৰ্ম্ম-গুৰুৰ কাৰো নাই। তুমি সুন্দৰ পকী ঘৰত কোমল বিছনাত শুই বিজুলী বিচনীৰ বা'লৈ বাগিত লাল্কাল্ হৈ থাকিবা আৰু তোমাৰ ভাই এজনে ভগা টোকোৰা পজাত মাটিত শুই চকুলো টুকি কাল কটাব—ইছলামৰ চকুত ই বৰ অসহ্য। সেই বাবেই ইছলামে 'জাকাত' দিবলৈ হুকুম দিলে। তুমি যদি তোমাৰ ভাইক এই 'জাকাত' দি সহায় কৰিবলৈ পাচ হোঁহকা, তেন্তে তুমি ৰছুল-কৰিমৰ (দঃ) প্ৰকৃত ভক্ত নোহোৱা। যীচু, বুদ্ধদেৱ নাইবা হজৰত মোহম্মদৰ (দঃ) শিষ্য বুলি পৰিচয় দিলেই তেখেতসকলৰ প্ৰকৃত শিষ্য হ'ব নোৱাৰি। তেওঁলোকৰ আদৰ্শ সমুখত ৰাখি যি লোকে নিজৰ জীৱন— অন্তৰ আৰু বাহিৰ—তেওঁলোকবেই প্ৰতিচ্ছবি কৰি তুলিছে, তেঁৱেই মহাপুৰুষসকলৰ প্ৰকৃত শিষ্য বা প্ৰকৃত মোছলিম।

(২) কোৰআন, চুৰা কহফ, ১১০ আয়ত।

প্ৰত্যেক পুৰণি ধৰ্ম্মতে পৌৰোহিত্য প্ৰথা চলি আছে, কিন্তু ইছলামত নাই, ইও এটা ইছলামৰ বিশেষত্ব। অস্পৃশ্য জাতিয়ে "একমেবাদ্বিতীয়ম" ৰব্বিল-আলেমিনৰ উপাসনাৰ নিমিত্তে তেওঁৰেই মন্দিৰত সোমাবৰ অধিকাৰ নাই। কিন্তু ইছলামত যোগ্যতা থাকিলে, প্ৰত্যেক মুছলমানেই ধৰ্ম্ম-শাস্ত্ৰ পঢ়িব, পঢ়াব, ধৰ্ম্ম-প্ৰচাৰ কৰিব আৰু খোদাৰ ঘৰত সোমাই তেওঁৰ আগত নিজৰ কথা কব পাৰে। ইয়াত কাৰো হকা-বাধা দিবৰ অধিকাৰ নাই।

ইছলামত বৰ্ণভেদ, বংশভেদ নাইবা জাতিভেদ একেবাৰে নাই। সকলো শ্ৰেণীৰ মুছলমানে একেলগে বহি আহাৰ কৰিব পাৰে। তেনে কৰিলে কাৰো মান হানি নহয়। ঘৰৰ চাকৰে গিৰিহঁতৰ জীয়েকক বিয়া কৰিলে, তাৰ বাবে কাৰো কোনো শাস্তিৰ ব্যৱস্থা নাই। আজি যি গোলাম, কাইলৈ সি ৰজা, ৰাজচক্ৰবৰ্ত্তী হব পাৰে। বখ্তীয়াৰ খিলজীৰ ক্ৰীতদাস কুতুবুদ্দিন দিল্লীৰ ৰাজ-পাটত বহোতে কোনো বাধা পৰা নাছিল। নিজেও ক্ৰীতদাস শামচুদ্দিন আলতামাচৰ লগত নিজৰ চেনেহৰ আতোলতোল জীয়েকক বিয়া দিয়াত হুঁইহুঁকা-পিছলা নকৰিলে। এই আলতামাচৰ জীয়েক ৰেজিয়া দিল্লীৰ সম্ৰাজ্ঞী হৈছিল। গজনিৰ চুলতান মামুদৰ পুতেক চবকতগিন আলিপ্তগিনৰ যুদ্ধ-বন্দী আছিল।

ইছলামত দাস প্ৰভুৰ ভিতৰত কোনো ভেদ নাই। ইছলামৰ উদাৰ টিঙত উঠিলে সকলোকে সমান দেখা যায়—তেতিয়া কোন ওখ কোন চাপৰ—সমান অসমান সকলো একাকাৰ হৈ পৰে।

ইছলামত ৰজা প্ৰজা সকলোৰেই আইনৰ চকুত সমান। হজৰত ওমৰৰ খিলাফতৰ কালত এজন জাবালা এবনোল আয়হাম নামেৰে গাচ্ছান সম্প্ৰদায়ৰ ( Ghassanide ) খৃষ্টান ৰজাই খলিফাৰ ওচৰত আহি ইছলামত দীক্ষিত হৈ 'হজ' কৰিবলৈ মক্কালৈ যায়। ক'বাত 'তোৱাফ' ( প্ৰদক্ষিণ )

কৰোঁতে, তেওঁৰ গাত ফেজাৰা স ম্প্ৰদায়ৰ এজন সামান্য চহা মুছলমানৰ গা লাগিল। ইয়াতে বৰ খঙ কৰি, জাবালাই সেই দুখীয়া মানুহজনক এটা চৰ মাৰে। সেই মানুহ জনে সেই ৰজাৰ বিৰুদ্ধে হজৰত ওমৰৰ দৰবাৰত গোচৰ কৰে। জাবালাই সবল ভাবে দোষ স্বীকাৰ কৰাত হুকুম হ'ল—গোচৰীয়াই নিজে ক্ষমা নকৰিলে, ৰজায়ো তেওঁৰ হাতেৰে এটি চৰ খাব লাগিব।

জাবালা—"মই ৰজা, সি এটা সামান্য চহা মানুহ।"

হজৰত ওমৰ—"যেতিয়া আপনালোক দুয়ো মুছলমান, দুয়ো সমান।

এই হুকুম শুনি ৰজাই এদিনৰ সময় ললে। পাচত অপমানৰ ভয়ত, তেওঁ ৰাতিয়েই থৰ-কাছুটি এৰি নিজৰ দেশলৈ পলাই গ'ল আৰু ইছলাম এৰি, হেম নগৰত গ্ৰীক্ সৈন্যৰ লগত মিলি মোছলিম সৈন্যৰ বিৰুদ্ধে থিয় হ'ল।

আচাৰ্য্য চাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে ১৯২৮ চনৰ ১৭ জুন তাৰিখে কলিকতাৰ এল্‌বাৰ্টহলত 'হজৰত মোহম্মদৰ জীৱনী আলোচনা' বিষয় সভাপতি আসনৰ পৰা বক্তৃতা দিওঁতে কৈছিল—"মানৱ জাতিৰ ভিতৰত সাম্যভাৱ স্থাপন কৰাত ইছলাম ধৰ্ম্মেই ক্ষমতা ৰাখে। ইছলামৰ বিশ্বজোৰা ভ্ৰাতৃত্বৰ নিমিত্তেই জগতৰ জাতিবিলাকে এই ধৰ্ম্মৰ ছাঁত আশ্ৰয় লৈ থাকে; হিন্দুৰ ভিতৰত এনেকুৱা ভ্ৰাতৃ-ভাৱৰ বৰ অভাৱ। ইছলামৰ সৰলতা আৰু সাধাৰণ চাল-চলন অতি বিতোপন বস্তু। পূৰ্ব্ববঙ্গত মুছলমানৰ সংখ্যা বঢ়াৰ এক মাথোন কাৰণ ইছলামৰ উদাৰতা; তৰোৱাল তাৰ কাৰণ নহয়।" (১)

(১) 'দৈনিক ছোলতান' কাকত।

# তিৰোতা জাতি।

"তাহানিয়েই থালো টেঙ্গা এতিয়াহে লাগিল তাৰ জেঙ্গা।" বিহিস্তি (Eden Garden)ত মা-হাৱাই (Eve) খোদাৰ হুকুম ভাঙ্গি তেওঁৰ স্বামী হজৰত আদম আলেই হেচ্ছালামক (Adam) 'গন্দুম' (Forbidden Fruit) খুওৱাত তেওঁ দোষী; সেই বুলিয়েই গোটেই তিৰোতা জাতিক আদিৰে পৰা সকলোৱে ঘৃণাৰ চকুৰে দেখি আহিছিল, প্ৰাণহীন জড়পদাৰ্থৰ দৰে ব্যৱহাৰ কৰিছিল আৰু অপবিত্ৰ বুলি ভাবি কোনো পবিত্ৰ থানত সোমবলৈ নিদিছিল।

স্বামীস্ত্ৰীৰ মিলাপ্ৰীতিয়েই সাংসাৰিক সুখ-স্বচ্ছন্দতাৰ মূল। কালৰ লগে লগে এই স্বামী-স্ত্ৰীয়ে ক্ৰমে পিতৃ-মাতৃ স্বৰূপ সংসাৰ বঢ়াই নিজৰ স্নেহ-প্ৰীতি, মৰম-স্নেহৰ সীমা বহলাই নিয়ে। এই দৰে স্বাৰ্থ-ত্যাগী হবলৈ দুয়ো শিক্ষা পায়।

ধৰ্ম্মৰ পাচত ধৰ্ম্ম, সভ্যতাৰ পাচত সভ্যতা আহিয়েই আছিল, কিন্তু তিৰোতা জাতিৰ এই শোচনীয় অৱস্থালৈ সকলো মহাপুৰুষে আওকাণ কৰিছিল। বুৰঞ্জীয়ে সাক্ষ্য দিছে যে, খৃঃ ষষ্ঠ শতিকাৰ শেহ ছোৱাত, মাথোন এক ৰছুল-কৰিমেই (দঃ) জয়জয়তে সিহঁতৰ অৱস্থালৈ মনকাণ দি সিহঁতক ওখ আসনত বহুৱালে—পাক কোৰআনেই তাৰ প্ৰমাণ। স্ত্ৰীজাতিৰ প্ৰতি সন্মান ইছলামৰ আৰু এটা বিশেষত্ব।

মানব সৃষ্টিৰ ইছলাম-বুৰঞ্জীৰ পৰা দেখা যায়, সকলোতকৈ আগেয়ে হজৰত আদমৰ সৃষ্টি হয়, তাৰ পাচত তেওঁৰ সঙ্গিনীস্বৰূপে হজৰত হাৱাৰ সৃষ্টি হয়। হজৰত আদমে মা হাৱাক দেখি, যেতিয়াই তেওঁৰ ফালে হাত মেলিলে, তেতিয়াই খোদাৰ আকাশ হ'ল—'তিনোতা তোমাৰ বিয়াৰ বস্তু

নহয়, তেওঁক পাবৰ ইচ্ছা কৰিলে, নিকাহ কৰি ধৰ্ম্মপত্নীৰূপে লাভ কৰা।" তেতিয়া হজৰত আদমে ইছলামৰ বিয়া পদ্ধতি অনুসৰি 'দেনমোহৰ' দি সন্মানিত কৰি মুখেৰে ক'লে—"মই তোমাক জীৱন সঙ্গিনীৰূপে লব খোজোঁ, যদি সম্মতি দান কৰা।" হজৰৎ হাৱায়া আনন্দেৰে সম্মতি দান কৰাত, হজৰত আদমৰ তেওঁৰ গাত হাত দিব পৰা অধিকাৰ লাভ কৰিলে। এনেকৈ 'দেনমোহৰ' দি মানধৰা ব্যৱস্থা আন কোনো ধৰ্ম্মত আছে নে?

হিন্দুধৰ্ম্ম মতে স্বামী তিৰোতাৰ এজন উপাস্য—তিৰোতাই স্বামীৰ সেৱা কৰিলেই, "ফৰজ" (অৱশ্য কৰ্ত্তব্য) কামবোৰৰ পৰা নিস্কৃতি লাভ কৰে। দেৱ-দেৱীৰ পূজা আদি বামুণেহে কৰিব, তাক বামুণীয়ে কৰিব নোৱাৰে। কিন্তু ইছলাম মতে ধৰ্ম্মগত কামবোৰত যেনে অধিকাৰ মতাৰ আছে, তেনে তিৰোতাৰো আছে।

ধৰ্ম্মত যেনে, সংসাৰিক আৰু সামাজিক কামতো তেনে মতা-তিৰোতা, দুইৰে সমান অধিকাৰ। সংসাৰ জীৱনৰ প্ৰথমতে হৈছে বিদ্যাশিক্ষা। ইছলামে কৈছে—"তা'লাবুল্ এল্মে ফৰিজাতুন্ আলা কুল্লে মোছ্লিম্ ৱ অল্ মোছ্লিমাতে" অৰ্থাৎ প্ৰত্যেক মতা তিৰোতাৰ ওপৰত বিদ্যাশিক্ষা কৰা 'ফৰজ' (অৱশ্য কৰ্ত্তব্য)। দ্বিতীয়তঃ—মতা তিৰোতা, মুখেৰে আৰু কামেৰে দুয়ে দুইকে স্বামী বা তিৰোতা বুলি স্বীকাৰ কৰিলেহে দুইৰে ওপৰত দুইৰে অধিকাৰ জন্মে। কিন্তু হিন্দুধৰ্ম্ম মতে তিৰোতাই নিজ ইচ্ছাৰে মতাক স্বামী বুলি স্বীকাৰ কৰক বা নকৰক, এজনে তিৰোতা জনীক সম্প্ৰদান কৰিলে আৰু মতা জনে চন্দ্ৰ সূৰ্য্য ধৰ্ম্ম ইত্যাদিক সাক্ষ্য কৰি সেই তিৰোতা জনীক আজীৱন পোহ-পালৰ অঙ্গীকাৰ কৰি গ্ৰহণ কৰিলেই, তেওঁ স্বামী হৈ প'ল। স্বামী যিমানেই অত্যাচাৰী হওক, এৰা-এৰি হোৱাৰ আৰু একো উপায় নাই। স্বামীৰ সেৱা নকৰিলেই তিৰোতা গোনেই নৰকগামী হব।

তিৰোতা মতাৰ সঙ্গিনী, সহধৰ্ম্মিণী আৰু সকলো বিষয়ত সমান

অধিকাৰিণী। মতাৰ যেনে তিৰোতাৰ ওপৰত দাবি আৰু অধিকাৰ আছে, তিৰোতাৰো তেনে মতাৰ ওপৰত দাবি আৰু অধিকাৰ আছে। পুতেকে যেনেকৈ পৈত্রিক সম্পত্তিৰ এটা নির্দ্দিষ্ট ভাগ পায় তেনেকৈ স্বামীৰ সম্পত্তিত তিৰোতাৰ ভাগটো আছেই; 'দেনমোহৰ' বুলিও স্বামীৰ পৰা তিৰোতাই আৰু এটা ভাগ পায়। এইদৰে তিৰোতা জাতিৰ উত্তৰাধিকাৰিত্বৰ স্বত্ব প্রথমে আৰবতেই প্রচলিত হয়।

ইছলামে কেচুৱা মাইকী ছোৱালী-বধ একেবাৰেই উঠাই দিয়ে, 'তালাক' (স্ত্রীবর্জ্জন) সম্বন্ধে বিশেষ কট্‌কটীয়া নিয়ম কৰি দিয়ে; বাঁৰী-তিৰোতা-বলাকে যাতে সিহঁতৰ স্বামীৰ সম্পত্তিৰ পৰা বঞ্চিত নহয়, তাৰ উপায় কৰি দিয়ে আৰু তিৰোতাবিলাকৰ ব্যবহাৰ, সাজ-পাৰ আদিৰ উন্নতিৰ সম্বন্ধে আৰু নৈতিক আৰু সামাজিক জীৱনৰ উন্নতিৰ বিশেষ নিয়ম কৰি দিয়ে।

ৰছুল-কৰিমে (দঃ) কৈছে যে, সেই মানুহেই উৎকৃষ্ট যি নিজৰ তিৰোতাৰ পক্ষে উৎকৃষ্ট। যি আৰবে তিৰোতা জাতিক আতিকৈ অনাদৰ কৰিছিল, তেওঁলোকেই তিৰোতাৰ দাবি-স্বত্বৰ সমর্থক হৈ তিৰোতাৰ মান ইমান বঢ়ালে যে, পৃথিৱীৰ ভিতৰত আগেয়ে কোনেও তেনেকৰা নাছিল।



# বাঁৰী-বিয়া।

এজন মতা বৰলা হলে তেওঁ নিজৰ ভোগ-বিলাসৰ নিমিত্তে ভঠালিকৈ এজনী তিৰোতা আনি সুখেৰে সংসাৰ কটাব পাৰিব; কিন্তু এজনী তিৰোতা বাঁৰী হলে তেওঁ চিৰকাললৈ দাম্পত্য-সুখৰ পৰা বঞ্চিত হৈ অকলশৰীয়াকৈ সংসাৰৰ আলৈ-বিলৈ ভুগি লাঞ্ছিত জীৱন কটাব লাগিব। ইছলাম এনে অন্যায়ৰ ঘোৰ বিৰোধী। ৰছুল-কৰিমৰ (দঃ) আবির্ভাৱৰ পূর্ব্বে আৰবত বাঁৰীৰ অৱস্থা

ৰৰ ঘৃণনীয় আছিল। তাতে আকৌ, যোৱা মহাৰণৰ পাচৰ পৰা ইউৰোপত ধাঁৰীৰ সংখ্যা অতিপাতকৈ বেচিহৈ সিইঁতৰ যেনে শোচনীয় অৱস্থা হৈ পৰিছে, আৰৰতো ৬ষ্ঠ শতিকাত ৰণত বহুত মতা মৰাত, বাঁৰীৰ সংখ্যা বহুত বেচি হৈ, সিইঁতৰো হুবহু তেনে অৱস্থা হৈ পৰিছিল। এই উপায়হীনা নিৰাশ্ৰয় [illegible]-বিলাকক 'গুণাহ'ৰ ( পাপৰ ) পৰা ৰক্ষা কৰিবৰ আৰু আশ্ৰয় দিবৰ নিমিত্তে তেখেতে ঘোষণা কৰি দিলে যে, ৰৰলাৰ দৰে বাঁৰীয়েও দ্বিতীয় স্বামী লব পাৰে। আৰু তেখেতে নিজেই পোন প্ৰথমতে বাঁৰী বিয়া কৰি উদাহৰণ দি দেখুৱালে। তেতিয়াৰে পৰা আৰৰত বাঁৰীক ঘিণাবলৈ এৰিলে। যি ধৰ্ম্মাৱলম্বীৰ মাজত এই প্ৰথা নাই, তেওঁলোকে বিষম ফল ভুগি, এতিয়াহে তাৰ প্ৰয়োজনীয়তা বুজি, ইয়াক তেওঁলোকৰ মাজত প্ৰচলিত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে।

## বহু-বিয়া।

ইছ্লামৰ আগেয়ে এজন পুৰুষে ভেড়া-ছাগলীৰ দৰে বিনা স্বৰ্ত্তে যিমান পাৰে সিমান তিৰোতা, এনেকি আৰৰত বাই-ভনী আৰু মাহিমাককো অৰাধে ৰাখিছিল। তেনেকৈ বহু তিৰোতা ৰখাটো গৌৰৱৰ বিষয় আছিল। এই প্ৰথা অতীজ কালৰ পৰা হেগাবাজে পৃথিৱীত চলি আছিল। হজৰত ইয়াকুব আঃ (Jacob), হজৰত চুলেমান আঃ (Solomon), হজৰত দাউদ আঃ (David), হজৰত ইব্ৰাহিম আঃ (Abraham), শ্ৰীকৃষ্ণ আৰু জৰোৱাষ্টাৰ (Zoroaster) আদি অনেক মহাপুৰুষে বহু বিয়া কৰি গৈছে। উদাসীন বীচুৱে এই বিষয় একো ন'কৈ নিতাল মাৰি থাকিল। কিন্তু দুশ বছৰৰ আগেয়ে বহু-বিয়া প্ৰথা খৃষ্টান-জগতত চলি আছিল। খৃষ্টানৰ

মাজত এক-বিয়া প্ৰথা প্ৰথমে ৰোম সম্ৰাট যষ্টিনিয়ানৰ (Roman Emperor Justinian) সময়ৰ পৰাহে চলিছে।

অনেক সময়ত বহু-বিয়া আবশ্যক হৈ পৰে। কৰা-ছোৱালী নহলে বংশ একেবাৰে মৰিশালিৰ নিচিনা হয়। প্ৰথম তিৰোতাজনী কাঠ বাঁজী বা চিৰৰুগীয়া হলে, তুনাই বিয়া কৰা নিতান্ত দৰ্কাৰ—কাৰণ, সন্তান নহলে সংসাৰ সুখ অসম্পূৰ্ণ। ভাৰতবৰ্ষত মুছলমানৰ মাজত প্ৰায় মানুহে আৱশ্যক হলে আৰু প্ৰথম তিৰোতাই অনুমতি দিলেহে দ্বিতীয় বিয়া হয়। তিৰোতাৰ সংখ্যা মতাতকৈ বেচি হলে, পাপৰ পৰা ৰক্ষা পাবলৈ বহু-বিয়া কৰা সঙ্গত। এতিয়া মহাৰণৰ পাচত ইউৰোপৰ বহুত ঠাইত মতাতকৈ তিৰোতাৰ সংখ্যা দুগুণ বেচি হোৱাৰ বাবেই, তাত ব্যভিচাৰৰ সোঁত যেনে দৰে বৈছে, তাক সকলোৱে জানে। এই অবলাবিলাকক পাপৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে বহু-বিয়াত বাজে আন কোনো প্ৰতিকাৰ হব নোৱাৰে, এই কথা তাত এতিয়াহে বুজিব পাৰিছে। অবিবাহিতা হৈ থকাত অনেক পাপৰ ভয় আছে আৰু তেনে জীৱনো অস্বাভাৱিক। খৃষ্টান বা আন্ আন্ জাতিৰ মাজত বহু-বিয়া প্ৰথা বৰ্ত্তমান নচলিলেও, অবৈধ ভাবে তিৰোতা-ৰখা প্ৰথা চলিয়েই আছে। জাৰজ-সন্তান হোৱা আৰু সমাজৰ আগত মাকৰ অপমান আৰু লাজ পোৱাৰ বিষয় ধৰ্ম্মই বা সভ্যতাই কিবা দিহা কৰিছেনে? মোছ্লিম ভূমি আজি এই পাপৰ পৰা সম্পূৰ্ণৰূপে মুক্ত। সন্তানৰ কি দোষ যে, জহৰা হোৱাৰ বাবে পৈত্ৰিক সম্পত্তিৰ পৰা বঞ্চিত হয়। ইংলণ্ড আদি ঠাইত আজি কালি এনে জহৰা-সন্তানৰ সংখ্যাই নাই। তাৰ নাম দিছে "War Babies" (যুদ্ধ সন্তান)। তাত এই অবৈধ-ভাৱে বহু-তিৰোতা-গমন প্ৰথা চলিয়েই আছে। এনে দুৰ্ভাগাপ্ৰস্তা অবলাবিলাকক এনে লাজ আৰু অপমানত নেপেলাই, বেশ্যা বা ভ্ৰষ্টা নাম নিদি, ঘৰৰ সক বৈণীৰ পদত বৰণ কৰিলে কি দোষ আছে?

## আচাৰ-ব্যৱহাৰ।

ৰছুল-কৰিমে (দঃ) কোনো পৰিশ্ৰমকে নিৰিণাইছিল। আমাৰ দুখীয়া চহা মানুহে যি কাম কৰিবলৈ অপমান বোধ কৰে, তেখেতে অতি ৰঙেৰে সেই কাম নিজ হাতেৰে কৰিছিল। ছাহাবাসকলে কৰি দিব খুজিলেও তেওঁলোকক হাক দিছিল। তেখেতে নিজেই ফটা কাপোৰ, জোতা আদি বাতিছিল, গাখীৰ খীৰাইছিল, বজাৰৰ পৰা বস্তু কঢ়িয়াই নিছিল, নাদৰ পৰা পানী তুলিছিল। উট বান্ধিছিল, উটৰ গাত তেল ঘঁহিছিল, উটক দানা খুৱাইছিল, ঘৰুৱা কামত নিজৰ বিবিক সহায় কৰিছিল, ঠাই সাৰিছিল ইত্যাদি। এদিন বাটত তেখেতৰ জোতা ফাটি যোৱাত, তেখেতে নিজেই তাক বাতিবলৈ ধৰিলে। তাকে ছাহাবী এজনে দেখি ক'লে, "য়্যা ৰছুলুল্লাহ! মই থাকোঁতে আপুনি কিয় এনে কাম কৰিব লাগিছে, মই কৰি দিওঁ।" তেখেতে উত্তৰ দিলে,—"এইটো মানুহ-পূজা, মোৰ পূজা কেৱেঁ কৰিব নেলাগে।" এবেলি মফস্বলত ফুৰোঁতে এঠাইত ৰন্ধা-বঢ়াৰ যো-জা কৰোঁতে, তেখেতে নিজে খৰি গোটাবলৈ ধৰিলে। ছাহাবাসকলে হাক দিয়াত, তেখেতে ক'লে, "মই আপোনালোকৰ ওপৰ-হ'ত হৈ থাকিব নোখোজোঁ, আল্লাহতা'লাই তেনে হোৱা ভাল নেপায়।"(১) ল'ৰা কালত যেতিয়া কা'ৰা আকৌ মেৰামত কৰা হয়, তেখেতে যোগালীৰ কাম কৰিছিল। কোবা মছজিদ সাজোঁতে, আহজাব ৰণত খাৱৈ খান্দোঁতে, মছজিদে নৱৰী সাজোঁতে, তেখেতনো কোনজন, চিনিবলৈ কোনো জন, চিনা নগৈছিল (২)। নিজ হাতেৰে সকলো কাম-কাজ কৰি তেখেতে শিক্ষা দিলে

---

(১) জুৰকানী। (২) নোখাৰী।

যে, নিজে শাৰিৰীক পৰিশ্ৰম কৰাটো ঘৃণনীয় নহয়। তেখেতৰ আৰু তেখেতৰ পৰিয়ালৰ পেট-প্ৰবৰ্ত্তনৰ নিমিত্তে নিজ আৰ্জ্জনত বাজে আন কাৰো দান তেখেত্তে, গ্ৰহণ নকৰিছিল আৰু কাৰো ওচৰত হাত নেপাতিছিল।

ৰছুল কৰিমৰ ( দঃ ) প্ৰায় অনেক দিন পেটত ভাত নাই, কিন্তু জগতৰ অতি প্ৰতাপী ৰজাতকৈও প্ৰতাপী। সভ্যতাৰ বশবৰ্ত্তী হৈ যি আহাৰ আমি তুখীয়া-মগনিয়াৰ উপযোগী বুলি ভাবি ঘিণ কৰি নাক কোচাওঁ, তেখেতে তাক অতি হেপাহেৰে খাইছিল। তেখেতে যিহকে পায় তাকে খাইছিল, যদি 'হাল্লাল' (পবিত্ৰ) হয়। খোৰ্মা (শুকান খাজুৰ) আৰু পানী তেখেতৰ দৈনিক আহাৰ আছিল। গাখীৰ আৰু মৌ তেখেতৰ উপাদেয় আহাৰ আছিল। কেতিয়াবা কেতিয়াবা য'ৰ-ৰুটিও খাইছিল। আহাৰৰ সময়ত আটাইতকৈ পাচত আসন এৰিছিল, আল্লাৰ নাম লৈ আৰম্ভ কৰিছিল, খাই উঠাৰ পাচত নিমন্ত্ৰণকাৰীক ধন্যবাদ দিবলৈ আৰু দোৱা ( আশীৰ্ব্বাদ ) কৰিবলৈ আৰু আল্লাহতা'লাৰ কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ কেতিয়াও নেপাহৰিছিল। ভোক লাগিলে খাইছিল, আৰু কেতিয়াও পেট পূৰাই নেখাইছিল।

গাধোৱা বা অজুকৰাৰ আগেয়ে তেখেতে সদায় দাতনেৰে দাঁত মাজিছিল। মূৰত তেল আৰু চকুত 'চুৰমা' ( অঞ্জন ) ব্যৱহাৰ কৰিছিল।

ৰিপু বশ কৰিবৰ নিমিত্তে তেখেতে অনেক সময়ত ভোকে-লঘোনেই দিন নিয়াইছিল, খাদ্যৰ অভাৱত কেতিয়াবা ক্ৰমাগত তিনি চাৰি দিন লঘোনে থাকিব লগাত পৰিছিল। ভোকত নিশক্তীয়া হৈ পৰিলে তেখেতে ভোক মাৰ নিয়াৰৰ নিমিত্তে নিজৰ পেটৰ ওপৰত শিল এডোখৰ হেঁচা মাৰি বান্ধি থৈছিল। গোটেই জীৱনৰ ভিতৰত তিন দিন লগা-লগিকৈ কেতিয়াও আহাৰ কৰা নাছিল। কেতিয়াবা এনে অভাৱ হয় যে, কেইবা মাহলৈকে আখাত জুয়েই নজ্বলে।

এদিন ৰছুল-কৰিমে (দঃ) মছ্জিদে নৱবীত ৰহি নমাজ পঢ়া দেখি, এজন মানুহে সুধিলে,—"য়্যা ৰছুলুল্লাহ! আপুনি কৈছিল, বহি নামাজ পঢ়িলে আধা চাৱাব (পুণ্য) পোৱা যায়।" তেখেতে উত্তৰ দিলে, "ভাই, মই আজি তিনি দিন অনাহাৰে আছোঁ, মোৰ থিয় হৈ নামাজ পঢ়াৰ শক্তি নাই।" তেখেতে তেতিয়া পেট উলিয়াই দেখুৱালে, ভোক মাৰনিয়াৰলৈ তাত এডোখৰ শিল বন্ধা আছে। তাৰ পাচত তেখেতে উঠি বিবি ফাতিমাৰ ওচৰলৈ গৈ ক'লে,—"আই! যদি কিবা খোৱা বস্তু থাকে, অলপ আনি দে।" বিবি ফাতিমাই চকুলো মচি এটি দীঘলীয়া হুমুনিয়াহ কাঢ়ি ক'লে,—"বাবাজান! আজি তুদিন এই পানী কেচুৱা ইমাম হাচেন আৰু হোচেইনক লৈ অনাহাৰে আছোঁ; হাচেনৰ বাপেকে (হজৰত আলীয়ে) আহাৰ বিচাৰি পুৱাৰে পৰা গধূলিলৈকে চেষ্টা কৰিও একো নেপালে।" ৰছুল-কৰিমে (দঃ) তেতিয়া বাজলৈ আহি দেখিবলৈ পালে যে, এজন ইহুদীয়ে নাদৰ পানী তুলিবলৈ এটা কুলি বিচাৰিছে। তেখেতে নিজেই তাৰ পানী তুলিবলৈ সাজু হ'ল আৰু ডোলে পতি তিনিটি খোৰ্মা (শুকান খাজুৰ) দিম বুলি ইহুদীয়ে ক'লে। কেইবেলিমান পানী তোলাৰ পাচত নিশ্কতীয়া হোৱাত, হাতৰ পৰা ডোল-ডাল নাদত পৰি গ'ল। তেতিয়া ইহুদীটোৱে খঙত তেখেতৰ গালত টানকৈ চৰ এটা মাৰি বেয়া বচনেৰে শপিবলৈ ধৰিলে। তেখেতে ইহুদীৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা কৰি, কোনোমতে নাদত নামি ডোল-ডাল তুলি আনিলে আৰু খোৰ্মা লৈ বিবি ফাতিমাক দিলে। পাচত ইহুদীয়ে জনাব ৰেছালৎমাবৰ পৰিচয় পাই, ক্ষমা-প্ৰাৰ্থনা মাগিবলৈ গৈ শুনে যে, ৰছুলুল্লিল আলমীনে আল্লাৰ আগত প্ৰাৰ্থনা কৰিছে, "প্ৰভু! যি মোক নিচিনি এনে দুৰ্ব্যৱহাৰ কৰিছে, তুমি তেওঁক ক্ষমা কৰা।" ইহুদীয়ে ৰছুল-কৰিমৰ (দঃ) এনে 'চবুৰি' (সহিষ্ণুতা), দয়া আৰু ক্ষমা-গুণ দেখি আচৰিত হৈ তেখেতৰ ভৰিত পৰি ক্ষমা প্ৰাৰ্থনা কৰি তৎক্ষণাৎ ইছলাম গ্ৰহণ কৰিলে।

ৰছুল-কৰিমে (দঃ) অতিপাত বা মিছা প্ৰশংসা বা সম্মান কৰিবলৈ নিষেধ কৰিছে। তেখেতে কৈছে,—"খৃষ্টানসকলে যীচুক কৰা দৰে মোক অতিপাত প্ৰশংসা নকৰিবা। মই আল্লাৰ "বান্দা" (দাস) আৰু 'ৰছুল'ত (তত্ত্ববাহকত) বাজে একো নহওঁ (১)। কায়চ-বেন্-চাআদে লিখিছে যে, তেওঁ হিৰাৰে গৈ দেখে তাত মানুহবিলাকে সিইঁতৰ চৰ্দাৰ জনৰ আগত দীঘল দি পৰি সেৱা কৰিছে। তেওঁ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহি ক'লে,—"য়্যা ৰছুলুল্লাহ! আমি আপোনাক হিৰাৰ চৰ্দাৰতকৈ বেচিকৈ সম্মান কৰিব লাগে।" জনাব ৰেছালৎ-পানাহে তেনে কৰিবলৈ হাক দিলে (২)। তেখেতক অহা দেখি কোনো কোনো মানুহে সম্ভ্ৰমাৰ্থে থিয় হলে, তেখেতে তেওঁলোকক থিয়হবলৈ হাক দিছিল।

এদিন এজনে তেখেতক জগতৰ সকলোতকৈ উৎকৃষ্ট বুলি সম্বোধন কৰিছিল। তেখেতে শুনি ক'লে,—"ইব্ৰাহিম (আঃ) হে তেনে উৎকৃষ্ট"। (৩)

মোৱাজ-বেন্-আফৰৰ জীয়েকৰ বিয়াত সৰু সৰু ছোৱালীবিলাকে ৰছুল-কৰিমক (দঃ) দেখি বেৰি ধৰি বদৰ ৰণত শ্বহীদ (martyr) সকলৰ গুণ বৰ্ণাই কবিতা গাবলৈ ধৰিলে। তাৰে এজনীয়ে গালে "ফিনা নবীউন য়্যালামো মা ফি গাদি" অৰ্থাৎ আমাৰ মাজত আছে এজন নবী যি জনে জানে কাইলৈ কি হব। ৰছুল-কৰিমে (দঃ) ক'লে,—"এই আষাৰ গাবলৈ এৰি দিয়া, যি কবিতা আগেয়ে গাইছিলা, তাকে গোৱা।" (৪)

ৰছুল-কৰিম (দঃ) বৰ অমায়িক আছিল। এদিন এজনী বুঢ়ীয়ে তেখেতৰ ওচৰলৈ আহি সুধিলে, "কোৱাচোন, মই বিহিস্তলৈ যাব পাৰিমনে?"

(১) বোখাৰী। (২) আবুদাউদ।
(৩) ইব্ন-হম্বলৰ মছনদ। (৪) মুছলিম।

হেখেতে উত্তৰ দিলে, "নাই, তোমাৰ নিচিনা বুঢ়ী কেতিয়াও বিহিস্তলৈ যাব নোৱাৰে।" হোজা বুঢ়ীয়ে এই কথা শুনি কান্দি আউলী-বাউলী হ'ল। তেখেতে তেতিয়া মিচিকিয়াই বুঢ়ীক সান্ত্বনা দি ক'লে, "বুঢ়ী, তুমি কেনেকৈ বিতৎ হৈছা, বিহিস্তত যে সকলোৱে গাভৰু হৈ সোমাব, তুমি জানো তেতিয়া বুঢ়ী হৈ থাকিবা?" বুঢ়ীয়ে হাঁহি পেলালে।

হেখেত ইমান লাজকুৰীয়া আছিল যে, কোনো মানুহৰ মুখলৈ চাই থাকিব নোৱাৰে। হ'দিচ খবিকত আছে যে, হেখেত জীয়াৰী ছোৱালীতকৈয়ো বেচি লাজকুৰীয়া।

তেখেতৰ মুখত সদায় হাঁহি, কিন্তু তেখেতে ঢেক্-ঢেকাই কেতিয়াও নেহাঁহিছিল, হাঁহিলে কেতিয়াবা মিচিকাই হাঁহিছিল আৰু মিচিকিয়া হাঁহিত মোহিনী শক্তি আছিল।

আব্বাছ-বেন্-চুবাহবিল নামেৰে এজন মদিনাৰ ল'ৰাৰ বৰ ভোক লগাত বাৰী এখনত সোমাই গছৰ গুটি খাইছিল, আৰু কেইটামান গুটি জেপত ভৰাই থৈছিল। গিৰিহঁতে তাক ধৰি ভাল কৈ এপালী দি কাপোৰ কানি কাঢ়ি ললে। ল'ৰাটিয়ে ৰছুল-কৰিমৰ (দঃ) ওচৰত গোচৰ দিয়াত, তেখেতে গিৰিহঁত জনক মতাই অনাই ক'লে যে, ল'ৰাটি অজলা, তাৰ ভোক লাগিছিল, তুমি তাক খুৱাবহে লাগিছিল। ল'ৰাটোৰ কাপোৰ কানিবোৰ তেখেতে ওভোতাই দিয়ালে আৰু ল'ৰাটিক নিজৰ পৰা ৩০ সেৰ ধেহুঁ দি বিদায় দিলে।(১)

ৰছুল-কৰিম (দঃ) বৰ নম্ৰ আছিল, দুখত পৰিলে সকলোৱে নম্ৰতা দেখুৱাব পাৰে, কিন্তু ৰছুল-কৰিমৰ (দঃ) দৰে ৰাজাধিৰাজ ক্ষমতা পালে, নম্ৰতা দেখুওৱা বৰ টান। এদিন দুই মানুহ এটাই ৰছুল-কৰিমৰ (দঃ) লগত দেখা কৰিবলৈ আহিছিল। তেখেতে শুনি উত্তাজিকে তাক ভিতৰলৈ

(১) আবুদাউদ।

মতাই নি তাৰ লগত বৰ নম্র হৈ কথা পাতিবলৈ ধৰিলে। বিবি আয়েশাই দেখি তবধ মানি পাচত তেখেতক সোধাত তেখেতে ক'লে,—"আল্লাৰ চকুৰ আগত, সেই মানুহটো অতি নিকৃষ্ট, যাৰ কঠুৰা মাতে তাৰ লগৰ পৰা মানুহৰ মন আঁতৰাই দিয়ে (১)।" এদিন তেখেতে ছাহাবাসকলক লৈ বহি থাকোঁতে তেখেতৰ ধাই হোলমাৰ গিৰিয়েক আহিল। তেখেতে নিজৰ কাপোৰৰ এটা চুক পাৰি দিলে তাৰ পাচত সেই ধাইৰ মাক আহিলত, তেওঁক বহিবলৈ আন এটা চুক পাৰি দিলে। তাৰ পাচত সেই ধাইৰ ককায়েক আহিল। তেতিয়া তেখেতে থিয় হৈ তেওঁক তেখেতৰ আগতে বহুৱালে (২)। তেখেতৰ ধাইকো এনেকৈ কাপোৰ পাৰি বহুৱাইছিল (২)।

আল্লাৰ কৃপাৰ ওপৰত এনে অটল বিশ্বাস যে, ঘোৰ ৰণৰ মাজতো হজৰত ৰছুল-কৰিমে (দঃ) বৰ সাহসিকতা দেখুৱাইছিল। এবাৰ যেতিয়া শক্ৰবিলাকে তেখেতক মাৰিবলৈ বেঢ়ি ধৰিছিল, তেখেতে ধীৰ আৰু গম্ভীৰ ভাবে খচ্চৰৰ পৰা মাটিলৈ নামি, ভয় নকৰি, নিজৰ পৰিচয় হে দিলে,—"মই আল্লাৰ ৰছুল আৰু আব্দুল-মোত্তালিবৰ নাতি।" ৮ হিজৰীত হোনেন-ৰণত যেতিয়া কেউফালৰ পৰা তেখেতক লক্ষ্য কৰি শক্ৰবিলাকে অলেখ কাঁড় মাৰিবলৈ ধৰিলে, মোছলিম সৈন্যই, ইমান শক্ৰ সৈন্য দেখি, ভয়ত পেপুৱা খালে, তেতিয়া তেখেতেহে ভয় নেখাই, অটল, ধীৰ হৈ নিজৰ ঠাইত আছিল। হজৰত আনছে কৈছে যে, গোটেই সৈন্যৰ মাজত ৰছুল-কৰিমেই (দঃ) আটাইতকৈ সাহসিক। কোনো সহায় সাৰথি লগত নোলোৱাকৈ শক্ৰৰ মাজলৈ অকলে অকলে গৈছিল।

ৰছুল-কৰিমে (দঃ) কাকো ঘিণ নকৰিছিল। এদিন এটা ভোজত এটা কসুকগীয়া মানুহ ভোকত তৎ নেপাই ভাত গুলালহি। খাবলৈ বহা

---

(১) বোখাৰী, আবুদাউদ। (২) আবুদাউদ।

মানুহবিলাকে তাক দেখি ঘিণত নাক শিয়ঁৰাবলৈ ধৰিলে। কোনো কোনোৰ বা'ভিকে আছিল। ৰুগীয়াটোৰ গাত গুটিবোৰ পকি উৰলি পুঁজ বৈ আছিল। সকলোৱে ছেই ছেই কৰি তাক খেদি দিলে। ৰছুল-কৰিমে (দঃ) তাক দেখি নিজৰ ওচৰত বহুৱাই নিজ হাতেৰে আহাৰ তুলি তাৰ মুখত দিলে।

ৰছুল-কৰিমে (দঃ) ডাঙৰক আৰু বুঢ়াক সদায় মান কৰিছিল। দুখীয়া নিচলাৰ লগত সদায় সদালাপী আছিল বুলিয়েই দুখী-সুখী সকলোৱে তেখেতক ভাল পাইছিল আৰু সকলোৰে তেখেত শলাগৰ পাত্ৰ হৈছিল। সুখীয়াই হওক বা দুখীয়াই হওক, বন্দীয়েই হওক বা গিৰিহঁতেই হওক, সকলোৰে নিমন্ত্ৰণ গ্ৰহণ কৰিছিল। ভেম অহঙ্কাৰ একো নাছিল। যেয়ে দেখা কৰিবলৈ যায় তেওঁকে আদৰ কৰিছিল, তেখেতে কোনো গাৰুত হেঁচা দি বহি থাকিলে, তেওঁক সেই গাৰুটো দি দিছিল। তেখেতৰ ওচৰত থকা কোনো মানুহে যেন তেখেতৰ পৰা বেজাৰ নেপায়, তাৰ বাবে সদায় চিন্তিত আছিল। কোনো দুখীয়া বা সৰু মানুহক বাটত দেখিলে, বৈ তেওঁৰ দুখৰ কথা শুনিছিল আৰু বহিবলৈ তেওঁক নিজৰ কাপোৰ পাৰি দিছিল। সামাজিক অৱস্থা অনুসৰি দৰ্শকসকলক মান কৰিছিল।

তেখেতৰ খঙ বুলিবলৈ একোৱেই নাছিল আৰু কেতিয়াবা খঙ উঠিলেও সেইটো তৎক্ষণাত মাৰ গৈছিল। কিন্তু আল্লা'ৰ কামত খঙ বা ৰঙ হলে সেইটো তেখেতৰ মুখৰ চেহেৰাৰ পৰাই বুজা গৈছিল।

তেখেতৰ হিয়া ৰৰ কোমল আছিল। আপোন মানুহতকৈ দুখীয়া নিচলাক বেচিকৈ পুতৌ কৰিছিল। তেখেতে আৰু তেখেতৰ পৰিয়ালে যি খাইছিল, পিন্ধিছিল, বন্দী-বেটীকো ঠিক তেনেকুৱা কৈয়ে খাব, পিন্ধিবলৈ দিছিল। সকলোলৈকে তেখেতৰ মৰম-বেথা আছিল। ল'ৰা-ছোৱালী-বিলাকক বাটত দেখিলেই বৈ সিহঁতৰ মুখত হাত মুহুলাই নগৈছিল।

সিহঁতক, 'পোনা,' 'সোণ', 'ময়না' এনে আদৰৰ নাম দিহে মাতিছিল। সিহঁতৰ ওচৰেদি গলে তেখেতে সিহঁতক চালাম দিহে গৈছিল। সেই দেখি সিহঁতেও তেখেতক বৰ ভাল পাইছিল। সিহঁতক আনন্দ দিবৰ কাৰণ তেখেতে সিহঁতৰ নিৰ্দ্দোষ আমোদত যোগদান কৰিছিল আৰু উৎসাহ দিছিল।

বিয়াৰ ভোজৰ নিমন্ত্ৰণ গ্ৰহণ কৰিছিল। নৰিয়াৰ বিচাৰ-খোচাৰ লৈছিল, এনেকি নৰিয়া চাবলৈ নগৰৰ মূৰলৈকে গৈছিল। 'মোৰ্দা' (শ) নিয়া দেখিলেই 'লহদ'ৰ (শ নিয়া চাঙৰ) পাচে পাচে গৈ 'দফন' (সমাধি) ত যোগ দিছিল। অতি নিকৃষ্ট মানুহৰ ওচৰলৈ গৈয়ো তাৰ দুখত সান্ত্বনা দিছিল। সন্ন্যাসীৰ লগত সঙ্গ কৰিছিল আৰু দুখীয়াৰ লগত আহাৰ কৰিছিল। অতি নিচলা মানুহৰ নিমন্ত্ৰণ আদৰেৰে গ্ৰহণ কৰিছিল। শিষ্ট মানুহক মান কৰিছিল। দুখীয়া উপায়হীনৰ দুখ-কষ্ট দেখি কেতিয়াও আঁতৰ নহৈছিল, আৰু কোনো ৰজাৰ প্ৰতাপ ক্ষমতা বা ধন দেখি ভয় নেখাইছিল।

Dr. Weil চাহেবে লিখিছে :—

"Muhammad set a shining example to his people. His character was pure and stainless. His dress, his food, they were characterized by a rare simplicity. So unpretentious was he that he would receive from his companions no special mark of reverence, nor would he accept any service from his slave which he could do himself. Often and often was he seen in the market purchasing provisions; often and often was he seen mending his clothes in his room, or milking a goat in his courtyard. He was accessible to all and at all

times. He visited the sick and was full of sympathy for all. Unlimited was his benevolence and generosity, and so was his anxious care for the welfare of the community. Despite innumerable presents which from all quarters unceasingly poured in for him, he left very little behind, and even that he regarded as state property."

ব্যক্তিগত কাৰণত তেখেতে কাৰো ওপৰত হাত তোলা নাছিল আৰু ব্যক্তিগত অপৰাধ বা উৎপীড়নৰ কাৰণে কেতিয়াও প্ৰতিশোধ লোৱা নাছিল।

যেতিয়াই যেয়ে কোনো অভাৱ-অভিযোগ জনাইছিল তাৰ প্ৰতিকাৰ কৰিবলৈ চেষ্টা কৰিছিল। অত্যাচাৰৰ পৰা ৰক্ষা আৰু দাসত্বৰ পৰা মুক্তি পাবৰ নিমিত্তে অতি নিকৃষ্ট দাসেও তেখেতৰ হাত ধৰি তাৰ গিৰিহঁতৰ ওচৰলৈ টানি নিছিল। বিচাৰত কাৰো খাটনি-লোটনি নেমানিছিল। মাখ্‌জুম্ ফৈদৰ এজনী তিৰোতাই চুৰ কৰিছিল। তাইৰ আপোন মানুহ-বিলাকে বৰকৈ ধৰাত ওছ্‌মান-বেন্-জেয়দে (ৰাঃ) তেখেতৰ ওচৰলৈ গৈ তিৰোতাজনীক এৰি দিবলৈ খাটিলত তেখেতে ক'লে,—"মোৰ জী ফাতিমায়ো যদি চুৰ কৰিলেহেঁতেন নিশ্চয় তেওঁৰো হাত কাটিলোঁহেঁতেন। (১)

তেখেতে কথা বৰকৈ নকৈছিল। তেখেতৰ কথাত সৰলতা আছিল। আওপকীয়া কথা কেতিয়াও নকৈছিল। আৱশ্যক মতে চমুকৈ যি কয়, তাকে শুনি মানুহ ভোল গৈছিল। কাকো বঢ়া-বচন মুখুলিছিল। কিবা টান মাত মাতিলে "তাৰ কি হৈছে, তাৰ কপালখন ক'লা হওক" এই আৱাৰতকৈ বেছি টান মাত তেখেতৰ মুখৰ পৰা নোলাইছিল। আনে

(১) বোখাৰী, মুছ্‌লিম।

বেয়া-পোৱা কাম নকৰিছিল আৰু বেয়া-পোৱা কথা নকৈছিল, ছাহাবা-সকলে ভাল পাবলৈ তেওঁলোকৰ কৈদৰ উপাধিৰে বা যাৰ উপাধি নাই তেওঁক এটা উপাধি দিহে সম্বোধন কৰিছিল। ল'ৰা-ছোৱালী থকা তিৰোতা-বিলাকক তেওঁলোকৰ ল'ৰা-ছোৱালীৰ নাম লৈ মাতিছিল আৰু নথকা-বিলাকক তেওঁলোকৰ কৈদৰ উপাধি দি মাতিছিল।

তেখেতে জাক-জমক ভাল নেপাইছিল। এদিন এজন মানুহে হজৰত আলীলৈ অলপ ভাল খোৱা-বস্তু পঠিয়াই দিছিল। তেওঁ অকলে সেই বস্তু খাবলৈ বেয়া পাই, ৰছুল-কৰিমকো (দঃ) মাতি আনিলে। তেখেতে দুৱাৰ মুখ পাই, বেৰত পৰ্দ্দা আৰি থোৱা দেখি উভতি গ'ল। হজৰত আলীয়ে ইয়াৰ কাৰণ সোধাত তেখেতে ক'লে,—"যি ঘৰত ইমান সাজ-বাজ, তেনে ঘৰত আল্লাৰ নবী সোমোৱা অযুগুত।"

তেখেতে ঘোঁৰা, উট, খচ্চৰ যিহকে পায় তাতে উঠিছিল। বদৰ-ৰণলৈ যাওঁতে, উটৰ নাটনি হোৱাত, তিনি তিনি জনৰ মাজত এটা-এটাকৈ উট ভগিয়াই দিয়া হৈছিল। সেইদৰে ৰছুল-কৰিমেও (দঃ) ভাগ পাইছিল। বাটত ছাহাবাসকলে তেখেতক ওৰেবাট উটৰ ওপৰত উঠি যাবলৈ অনুৰোধ কৰাত, তেখেতে ক'লে,—"আপোনালোকে মোতকৈ বেছিকৈ খোজ কাঢ়িব পাৰে বুলি মই নেভাবোঁ আৰু বঁটা আৰ্জিবলৈ আপোনালোকতকৈ মোৰ বেছি হেঁপাহ।" (১)

তেখেতে কেতিয়াবা উদং ভৰি বও গৈছিল। খোৱা-বোৱাৰ, পিন্ধা-উৰাৰ একো লাগ-বান্ধ নাছিল। শুবলৈ বিছনা নিবিছাৰিছিল, পালে বিছনাত শুইছিল, নেপালে মাটিতে শুইছিল। ধুন-পেচ একো নাছিল। তেখেতৰ পোচাকত ওৰৰ পৰা মুৰলৈ'ক তাপলি। যিহকে পায় তাকে পিন্ধিছিল।

(১) ইংৰেজৰ মহম্মদ।

কেতিয়াবা ন' কাপোৰ এডোখৰ পিন্ধিবলৈ পালে, আল্লাহতা'লাৰ শলাগ লবলৈ কেতিয়াও নেপাহৰিছিল। কেতিয়াবা নোমাল পাগুৰি, কেতিয়াবা এমনৰ চাদৰ বা কেতিয়াবা মৰা পাতৰ পাগুৰি মূৰত মেৰিয়াইছিল। আৰু পাগুৰিৰ এটা আগ কাণৰ ওপৰত ওলমি পৰিছিল। ৰূপৰ আঙ্গঠি এটা সোঁ বা বাওঁ হাতৰ কেঞা আঙ্গুলিত পিন্ধিছিল সুগন্ধি বস্তুলৈ বৰ ৰাপ আছিল। কোনো বন্ধুক দেখিলে আগেয়ে তেখেতেহে চালাম দিছিল। বাটত যাওঁতে মতা-তিৰোতা, ল'ৰা-বুঢ়া যা'কে দেখে চালাম দিছিল। এদিন যাওঁতে বাটত মুছলমান, পৌত্তলিক আৰু মোনাফিক (পেট্‌কপটীয়া মুছলমান) সকলো দলৰে মানুহ এঠাইত থিয় দি আছিল, ৰছুল-কৰিমে (দঃ) দেখি সকলোকেই চালাম দিলে। কোনো বন্ধুক পালে প্ৰথমতে তেখেতেহে 'মোছা-ফাহা' কৰিবলৈ (হাত মিলাবলৈ) হাত আগবঢ়াই দিয়ে আৰু নিজৰ হাত সিজনৰ হাতৰ পৰা আগেয়ে কেতিয়াও টানি নানে আৰু গুচি নেযায়। তেখেতে জীৱনৰ এক মিনিটো অবাবত নকটাইছিল। ওৰেওদিন অ'ল্লাৰ ধ্যানত মগ্ন থাকে। সদায় আল্লাৰ নাম মুখত। নামাজ পঢ়ি থাকোঁতে কোনো মানুহে দেখা কৰিবলৈ আহিলে, নামাজ চমুকৈ পঢ়ি তেওঁক অহাৰ সকাম কি সোধে আৰু কথাৰ ওৰ পৰিলে, আকৌ নামাজ পঢ়িবলৈ ধৰে। যেতিয়াই তেখেতে কামৰ পৰা আজৰি পায়, তেতিয়াই আল্লাৰ 'এবাদত'ত (উপাসনাত) মগ্ন থাকে। ধ্যানত এনে তন্ময় চিত্ত হৈ থাকে যে, দুনিয়াৰ হাই-উৰুমি এফেবাও অনুভব কৰিব নোৱাৰে। ৰাতি অলপ পৰহে শোৱে। কেতিয়াবা কেতিয়াবা এনে হয় যে, 'এবাদত'ত থিয় দি থাকোঁতে থাকোঁতে তেখেতৰ ভৰি দুইখনি উখহি যায়। তেখেতে গোটেই জীৱন 'উম্মত' (অনুগামী)ৰ কল্যাণৰ নিমিত্তে আল্লাৰ দৰ্‌বাৰত দোৱা মাগিছিল (প্ৰাৰ্থনা কৰিছিল)।

খোজ কাঢ়োতে তেখেতে তললৈ চকুদি বেগাই অথচ থিৰকৈ খোজ

কাঢ়ি যায়। উভতি চালে গোটেই গাকে ঘূৰাই দিয়ে। খোজত আৰু চেহেৰাত নম্রতা আৰু চিন্তাৰ ভাব দেখা যায়।

যতে পায় ততে তেখেতে বহে। ঠাইৰ নাটনি হলে, ছাহাবাসকলৰ লগতে বহোঁতে কেতিয়াও ভৰি মেলি নবহিছিল। বহোঁতে সাধাৰণতঃ ভৰিৰ কলাফুল এটা থিয় কৰি দুইখন হাতেৰে ভৰিখন মেৰিয়াই বহিছিল। ছাহাবা সকলেও সেইদৰে বহিছিল। য'তে তেখেতে বহে তাত কোনো হাই-উৰুমি নহয়। যেতিয়া সেই ঠাইৰ পৰা যায় তেখেতে কয় "চোব্‌হানল্লাহ আল্‌হম্‌দু-লিল্লাহে আশ্‌হাদোৱান্না লা ইলাহা ইল্লাল্লাহ"।

বৈধ বা নিৰ্দোষ খেল বা ধেমালি তেখেতে চাইছিল আৰু তাক নকৰিবলৈ আনকো নিষেধ কৰা নাছিল। বৰ প্ৰিয় বন্ধুবিলাকৰ লগত বাজি মাৰি লৰা-লৰি কৰিছিল। ল'ৰা-ছোৱালীবিলাকৰ লগত ধেমালি কৰিছিল।

তেখেতে কাকো শাও নিদিছিল। এনেকি শত্ৰুকো 'দোৱা' (আশীৰ্ব্বাদ) হে কৰিছিল। দোৰ্দোৰ্বণ হৈ থাকোঁতেও কোনো ছাহাবীয়ে শত্ৰুক শাও দিবলৈ অনুৰোধ কৰাতো, তেখেতে উত্তৰ দিছিল, "মই মানুহক শাও দিবলৈ অহা নাই, 'নেক দোৱা' (আশীৰ্ব্বাদ) কৰিবলৈহে আহিছোঁ"। কি মুছলমান কি অমুছলমান সকলোকে আশীৰ্ব্বাদ হে কৰিছিল। তেখেতে কাকো কঠুৱা মাত মতা নাছিল। হজৰত আনচে কৈছে,—"মই দহ বছৰ নবী-কৰিমৰ ওচৰত আছিলোঁ, কিন্তু ইয়াৰ মাজত তেখেতে মোলৈ, আহুকাল পাই, "উফ্" শব্দটিকে কেতিয়াও ব্যৱহাৰ কৰা নাছিল।

আৰববিলাকে আগয়ে নাঙঠ হৈ গা ধোৱাটো অশিষ্ট কাম বুলি নেভাবিছিল। কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) নাঙঠ হৈহে কৰা নিয়ম চলি আছিল। নাঙঠ হৈ গা-ধোৱা আৰু 'তোৱাফ' কৰা দুইটা ৰছুল-কৰিমে (দঃ) নিষেধ কৰি দিলে। গাত কাপোৰ লৈ বাজহুৱা অৰ্থাৎ সকলোৱে ব্যৱহাৰ কৰিব পৰা

গোছলখানাত গাঁধুব পাৰে, কিন্তু ভিৰোতাৰ তেনে গোছলখানাতো গা-ধোৱা একেবাৰেই নিষিদ্ধ হ'ল।

জামাতত (জুম্‌পাতি) নামাজ পঢ়িলে বৰ দীঘল চুৰা (শ্লোক) পঢ়িবলৈ নিষেধ, কাৰণ মোক্তদিৰ মাজত বুঢ়া, ৰুগীয়া আৰু নিঃকিন মানুহ থাকিব পাৰে। এদিন এজন মানুহে ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গৈ ক'লে যে তেওঁৰ পক্ষে মুয়াজ-বেন্-জবলৰ পাচত নামাজ পঢ়া বৰ টান, কাৰণ তেওঁ দীঘল 'চুৰা' পঢ়ে। আবুমাচুদ আন্‌ছাৰীয়ে লিখিছে, "এই কথা শুনি ৰছুল-কৰিমৰ (দঃ) যেনে খঙ সেই ইমামৰ উঠিছিল তেনে খঙ তেওঁৰ কেতিয়াও দেখা নাছিলোঁ।" (১)

Poole চাহাবে লিখিছে :—

"There is something so tender and womanly, and withal so heroic about the man (Mohammad), that one is in peril of finding the judgment unconsciously blinded by the feeling of reverence and well-nigh love that such a nature inspires. He who, standing alone braved for years the hatred of his people, is the same who was never the first to withdraw his hand from another's clasp ; the beloved of children, who never passed a group of little ones without a smile from his wonderful eyes and a kind word for them, sounding all the kinder in that sweet-toned voice. The frank friendship, the noble generosity, the dauntless courage and hope of the man, all tend to melt criticism into admiration."

---

(১) বোখাৰী।

"He was an enthusiast in that noblest sense when enthusiasm becomes the salt of the earth, the one thing that keeps men from rotting whilst they live. Enthusiasm is often used despitefully, because it is joined to an unworthy cause, or fall upon barren ground and bears no fruit. So was it not with Mohammad. He was an enthusiast when enthusiasm was the one thing needed to set the world aflame, and his enthusiasm was noble for a noble cause. He was one of those happy few who had attained the supreme joy of making one great truth their very life-spring. He was the messenger of one God; never to his life's end did he forget who he was, or the message which was the marrow of his being. He brought his tidings to his people with a grand dignity sprung from the consciousness of his high office, together with a most sweet humility, whose roots lay in the knowledge of his own weakness."

# আকৃতি।

ৰছুল-কৰিম (দঃ) বৰ ওখও নাছিল আৰু বৰ চাপৰো নাছিল, মজলীয়া। তেখেতৰ গা পাতল, মূৰ ডাঙৰ, কান্ধ বহল, বাউসি দুটি দীঘল আৰু বলিষ্ঠ, বুকু বহল, ভৰি দীঘল, হাড় শকত, চুলি কলা, ঘন আৰু অলপ কেকোৰা আছিল আৰু কান্ধলৈকে পৰিছিল। মুখৰ গঢ় কণীৰ আকৃতিৰ নিচিনা। কপাল ওখ আৰু বহল, চেঙাউৰি যোৰ দীঘল লগধোৱা আৰু ধেনুৰ নিচিনা। চকুৰ নোম ঘন। চকু দুটি উজ্জ্বল আৰু ক'লা। কপালৰ ওপৰত অলপ বেকা এডাল্ শকত শিৰ আছিল। খং উঠিলে সেই শিৰডাল ক'লা হৈ পৰে আৰু কঁপিবলৈ ধৰে। নাক দীঘল আৰু ওখ। গাল দুখনি সুন্দৰ। দাঁত চক্‌চকীয়া বগা আৰু পৰিপাটীকৈ খাঁজ-খোৱা। ডাড়ি ঘন আৰু দীঘল। গাৰ ছাল কোমল আৰু নিমজ। বৰণ তেজ্‌গোঁৰা। হাত আৰু হাতৰ তলুৱা তিৰোতাৰ নিচিনা কোমল আৰু মঙহাল আৰু আঙুলিবিলাক সুগঠিত। পিঠিত পাবৰ কণীৰ নিচিনা এটি ওখ আৰু অলপ ৰঙা চিন আছিল। তাকে 'মোহৰ নবুয়ৎ' বোলে। তেখেতৰ চেহেৰা এনে গহীন, এনে মহৎ, এনে মধুৰ আৰু তাত এনে আকৰ্ষণী শক্তি আছিল যে, সেই বাবেই তেখেতে সকলোৰে ভক্তি আৰু সন্মান পাইছিল।

# আদৰ্শ নবী।

ৰছুল-কৰিম (দঃ) এজন অসাধাৰণ মহাপুৰুষ আছিল। মক্কাত তেখেতৰ দুখ আৰু পৰীক্ষাৰ জীৱন; মদিনাত সম্পদ আৰু কৃতকাৰ্য্যতাৰ জীৱন। জন্মতেই পিতৃহীন হোৱা, পিতৃ-চেনেহ কি তাৰ গোন্ধ নেপালে, কেঁচুৱা কালতেই মাতৃৰ মৰম-বেথাৰ পৰা বঞ্চিত হ'ল। ল'ৰাকালৰেপৰা দুখৰ ওপৰত দুখ। ল'ৰাকালত যেনে চিন্তাশীল, ডেকা কালত তাতোকৈ চিন্তাশীল। ল'ৰাকালত তেখেতৰ যেনে নিৰ্ম্মল পবিত্ৰ চৰিত্ৰ, ডেকা কালতো তেনে, আৰু 'নবুয়ত'ৰ পাচতো তেনে নিৰ্ম্মল পবিত্ৰ। ডেকা কালত যেনে গহীন আৰু কৰ্ম্মশীল, আদবয়সতো তেনে। দুখীয়া, দুৰ্ব্বলীৰ দুখ-কষ্টলৈ সদায় তেখেতৰ কাণ থিয়। অন্তঃকৰণ সহানুভূতিৰে সদায় পূৰ্ণ আৰু আল্লাৰ সৃষ্ট বস্তুলৈ সদায় মৰম আৰু থাউতি। যীচুৱে নিজৰ মানুহৰ আগত বিশ্বাস জন্মাব নোৱাৰিলে,* কিন্তু ৰছুল-কৰিমক (দঃ) দেখি শত্ৰুৱেও উভতি চায় আৰু আঙুলিয়াই কয়, 'সৌৱা গৈছে, আল্ আমীন' (সাধু, সত্যবাদী)। তেখেতে যি শিক্ষা দিছিল তাক সকলোৱে যুক্তিসঙ্গত বুলি মানি লৈছিল, কিন্তু সাতাম-পুৰুষীয়া বোপা-ককাৰ পুতলা পূজা এৰি, এক আল্লাহ্-তা'লাৰ পূজা কৰাটোহে কোৰেচবিলাকৰ সহ্য নহৈছিল। তেখেত প্ৰকৃত বন্ধু, অনুৰক্ত স্বামী। মৰণ-জীৱন, মানুহৰ দায়িত্ব, জীৱনৰ অভিপ্ৰায় ইত্যাদি বিষয়ৰ ভাবুক। আগতিৰ গতি, পতিত জাতিৰ উদ্ধাৰ, এনেকি জগতক উদ্ধাৰ কৰাই হৈছে তেখেতৰ ব্ৰত—এনে কৰাই হৈছে তেখেতৰ মনৰ শান্তি। কামত বিফল হলে বা হাৰিলে হতাশ নহয়। যি কামৰ বোজা তেখেতৰ ওপৰত

---

* John VII. 5.

দিয়া যায়, তাক অতি উদ্যমেৰে নেৰা-নেপেৰাকৈ সমাধা কৰে। চৰিত্ৰৰ পবিত্ৰতা, হৃদয়ৰ শ্ৰেষ্ঠতা, আল্লাৰ 'ৰহমৰ' (কৃপাৰ) ওপৰত অটল বিশ্বাসৰ বাবে পাচত অনেক শিষ্যই আকৃষ্টহৈ তেখেতৰ কেওফালে গোট খাবলৈ ধৰিলে (১)। ভাৰতবৰ্ষৰ ব্ৰাহ্মসমাজৰ নামজলা পণ্ডিত শ্ৰীযুক্ত গিৰীশচন্দ্ৰ সেনে লিখিছে—"তেৰ শ বছৰৰ আগেয়ে ঘোৰতৰ আন্ধাৰে আবৰি থকা আৰব দেশত হজৰত মোহম্মদ (দঃ) ছুপৰীয়া বেলিৰ নিচিনা দীপ্তি পাইছিল। তেখেতৰ বিশ্বাস-বীৰ্য্য, ঈশ্বৰ-নিষ্ঠা আৰু নিৰ্ভৰ আৰু প্ৰবল বাধা-বিঘিনিৰ মাজত ঈশ্বৰাজ্ঞা পালন কৰাত অতুল সাহস আৰু উৎসাহ, নিয়ম-বিধিৰ দৃঢ়তা আৰু জনমণ্ডলীৰ একতা-সাধন, সকলোবোৰেই অদ্ভুত আৰু অলৌকিক আছিল।" ঘোৰ বিপদ আহিলে, যেতিয়ালৈকে নিজৰ শিষ্যবিলাক নিৰাপদ নহয়, তেতিয়ালৈকে তেখেতে ধীৰ আৰু অটল ভাৱে নিজৰ ঠাইত থাকে। তেওঁলোক সকলো নিৰাপদ হলেহে, পাচত নিজক ৰক্ষা কৰিবলৈ চেষ্টা কৰে। সকলো বাধা-বিঘিনি, সকলো অত্যাচাৰ—উৎপীড়ন আৰু প্ৰলোভনৰ বিৰুদ্ধে অটলহৈ কাৰ্য্যক্ষেত্ৰত শয়তানক পৰাজয় কৰি দেখুৱালে। মানুহৰ ৰজা আৰু শাসনকৰ্ত্তা, সমাজৰ নেতা, আইনজ্ঞ, প্ৰধান বিচাৰকৰ্ত্তা, সাধাৰণতন্ত্ৰৰ কেন্দ্ৰ আৰু ধৰ্ম্ম-প্ৰচাৰক, কিন্তু তথাপি নাই অহঙ্কাৰ, নাই ভেম, নাই মইমতালি, নাই কিতাহি—সদায় নম্ৰ আৰু সদায় বিনীত। আদিৰে পৰা মক্কাত যি শিক্ষা দিছিল, মদিনাতো তাকেই শিক্ষা দিছিল, তাত একেবাও লৰচৰ নাই, হেৰ-ফেৰ নাই। হজৰত মুছাই (আঃ) যি উপদেশ দিছিল, তাকে ভাঙ্গি-পাতি বহলাই কৈছিল; হজৰত ইছাই (আঃ) যি স্বৰ্গ-ৰাজ্যৰ নিমিত্তে প্ৰাৰ্থনা কৰিছিল, তাকে তেখেতে জগতলৈ আনি কাৰ্য্যত দেখুৱালে; যি সমাজতন্ত্ৰৰ চিত্ৰ তেওঁ কল্পনা

(১) The Spirit of Islam.

কৰিছিল, তাকে তেখেতে কাৰ্য্যত সম্পূৰ্ণৰূপে পৰিণত কৰি দেখুৱালে। আৰস্তু (Aristotle) আৰু আফ্লাতুনে (Plato) যি প্ৰজাতন্ত্ৰমূলক সমাজিক দেখিছিল, তেখেতে তাকে কাৰ্য্যক্ষেত্ৰত দেখুৱালে। বুৰঞ্জীয়ে সাক্ষ্য দিছে যে, তেখেতৰ আগেয়ে পৃথিবীত কেঁৱে সমাজতন্ত্ৰমূলক ৰাজ্য স্থাপন কৰা নাই। তেখেতে এনে শাসনতন্ত্ৰ কৰিলে যে, সেইমতে মানুহে তাক চলাব পাৰিলে, তাত কোনো ঘুণ উলিয়াব নোৱাৰে—শান্তিৰক্ষা কৰিবৰ নিমিত্তে, মানুহৰ কোনো ৰাজ-প্ৰহৰীৰ আৱশ্যকতা নাই, কোনো প্ৰকাৰ শ্ৰেণী, জাতি বা বৰণৰ বিভিন্নতা নাই, শাসন আৰু শাসিতৰ ভিতৰত পাৰ্থক্য নাই। শ্ৰেণী-বংশ-মৰ্য্যাদা-বৰণ-মতৰ যিমান বাধা আছিল, সকলোবোৰ ধ্বংস হ'ল। বগা-কলা-ৰঙা-হালধীয়া সকলোবোৰ আল্লাৰ আগত সমান, সকলোবিলাক একে 'বনি-আদম' (আদমৰ সন্তান)। গোটেই জেজিৰতুল-আৰব (Arabian Peninsula) ৰছুল-কৰিমৰ (দঃ) হাতলৈ আহিলত, মদিনা সোণ-ৰূপৰ ভঁৰাল হৈ পৰিল, কিন্তু তেখেতৰ ঘৰ উদং। নিজে অনাহাৰে লঘোনে থাকি, লোকক খুৱায়। চৰ্কাৰী ভঁৰাল (Public treasury) নিজৰ ভোগ-বিলাসিতাৰ নিমিত্তে নহয়, সকলো ৰাইজৰ উপকাৰৰ নিমিত্তেহে। এই পৃথিবী, গন্তব্য ঠাইলৈ যোৱা বাটৰ, এটা জিৰণি-ঘৰ মাথোন। তেখেতে কয়—"প্ৰত্যেক মানুহ এই পৃথিবীত বাটৰুৱা, মানুহক বাটৰ নিমিত্তে যিমান বস্তু লাগে, তাতকৈ সৰহ নেলাগে।" এদিন এজনে তেখেতক শুৱলৈ তুলী এখন দিব খুজিছিল। তেখেতে ক'লে, "বাটৰুৱাই যেনে অলপ পৰৰ কাৰণে গছৰ তলত বহি জিৰায়, পাচত গুচি যায়, সকলো মানুহৰে পৃথিবীৰ লগত তেনেহে সম্পৰ্ক।" যতে পায়, তাতে থাকে, যিহকে পায় তাকে খায়, য'তে ত'তে বহে, য'তে ত'তে শোৱে! এদিন মাণ্‌যাৱন্ত হজৰত ওমৰে তেখেতৰ লগত দেখা কৰিবলৈ গৈ দেখে যে, তেখেতৰ গাত মাথোন এখন চাদৰত বাজে আন একো নাই। যি খাটিয়াখনত শুইছে,

ভাত বিছনা নাই, গাৰুটো খাজুৰ গাছৰ ছাল ভৰাই তৈয়াৰ কৰা হৈছে। ঘৰৰ এটা চুকত মাথোন অলপমান যঁৱ ধান, মূৰৰ ওপৰত পানীৰ মোশক (চামৰাৰ পাত্ৰ) এটা আছে।"এই অৱস্থা দেখি হজৰত ওমৰৰ চকুলো বৰবৈ ধৰিলে। তেওঁ ক'লে, "য়্যা ৰছুলুল্লাহ! যি খাটিয়াত আপুনি শুইছে, তাৰ জৰী লাগি আপোনাৰ গাত সাঁচ বহি গৈছে, ঘৰটোও আপচু। ইৰাণৰ (পাৰস্যৰ) বাদশ্বাহ আৰু ৰোমৰ সম্ৰাটে ভোগ-বিলাসিতাতে মত্তলীয়া হৈ থাকে। আপুনি আল্লাৰ ৰছুল হৈ আপোনাৰ এনে অৱস্থা দেখি সহিব নোৱৰা হৈছোঁ।" তেখেতে উত্তৰ দিলে, "য়্যা ইব্‌নে খিত্তাব! তেওঁলোকে ছুনিয়া লৈছে আৰু মই 'আখেৰত' (পৰকাল), তুমি এইটো মনোনীত কৰা নাই নে?" লাঞ্ছিত আৰু উৎপীড়িত হৈ তেখেতে ধৰ্ম্মোপদেশ দি ফুৰিছে আৰু স্বাৰ্থত্যাগ কৰি নিজৰ উদাহৰণেৰে কাৰ্য্যক্ষেত্ৰত তাক দেখুৱাইছে, আৰু দেখুৱাইছে যে, সন্ধি আৰু প্ৰতিজ্ঞা উপলঙ্ঘাৰ বস্তু নহয়, সন্ধিৰ শৰ্ত আৰু প্ৰতিজ্ঞা-ৰাক্য পবিত্ৰ বস্তু, তাৰ আখৰে আখৰে তাক পালন কৰিবই লাগিব। ৬ষ্ঠ হিজৰীত হোদায়বিয়া-সন্ধি শৰ্ত অনুসৰি আবুজন্দলে, ওৎবায়ে আৰু আবুৰাফিয়ে বৰকৈ কাও-বাও কৰাতো, তেওঁলোকক শত্ৰুৰ হাতত দিয়া হ'ল। এনেকি 'নবুয়ত'ৰ আগেয়েও তেখেতে প্ৰতিজ্ঞা নেভাঙিছিল। আব্দুল্লা-বেন্-আবলিআমচা নামেৰে এজনৰ লগত তেখেতৰ কিবা এটা কথাৰ মীমাংসা কৰিব লগাত, এদিন ছুইজনে এটা নিৰ্দ্দিষ্ট ঠাইত, এটা নিৰ্দ্দিষ্ট সময়ত গোট খাবলৈ ঠিৰ কৰিলে। আব্দুল্লাই সেই প্ৰতিজ্ঞাৰ কথা পাহৰি গ'ল। পাচত তিনি দিনৰ মূৰত দেখে গৈ যে, জনাব ৰছুল-কৰিম (দঃ) তাতে এই তিন দিন বৈ আছে। সেই-বাবেই নব'-কালৰ পৰা তেখেতে, 'আল্ আমীন' (বিশ্বাসী) নাম পালে। *পৰম শত্ৰু আবুছুফিয়ানে নিজেই ৰোম সম্ৰাটৰ আগত স্বীকাৰ কৰিছিল যে, নবী-কৰিমে (দঃ) কেতিয়াও প্ৰতিজ্ঞা নেভাঙে। বদৰ ৰণত আবু-হুজেইফা আৰু আবু-হিচ্‌ল নামেৰে ছুজন মক্কাৰ মানুহ মদিনালৈ আহে, বাটতে কোৰেচ-

বিলাকে তেওঁলোকক পাই যাবলৈ বাধা দিয়ে। পাচে সিহঁতে ৰছুল-কৰিমৰ (দঃ) লগত যোগ নিদিও বুলি প্ৰতিজ্ঞা কৰি, কথম্পি এবাই আহি তেখেতৰ ওচৰত হাজিৰ হয়। শত্ৰুৰ সৈন্য মুছলমান সৈন্যতকৈ তিনি গুণ বেচি, এনে অৱস্থাতো সকলো কথাৰ আঁতিগুৰি লৈ তেখেতে ক'লে, "তোমালোক উভতি যাব লাগিব, তোমালোকে তোমালোকৰ প্ৰতিজ্ঞা কেতিয়াও ভাঙিব নোৱাৰাঁ, মই আল্লাৰ সহায়ত বাজে কাৰো সহায় নিবিচাৰোঁ।" (১)

মানুহে যেনেকৈ একালে, যাকে শক্তিশালী দেখিছিল, তাকেই দেৱতা পাতি আল্লাৰ পুতেক বা অৱতাৰ ভাবি, মহান আৰু অসীম আল্লাক পাহৰি তেওঁক নিলগ কৰি দিছিল; তেনেকৈ আনকালে নিজৰ মহতী সত্বা হেৰুৱাই মানুহৰ প্ৰাপ্যক দেৱতাৰ লগত মিলাই দি নিজক নিকৃষ্ট কৰি পেলাইছিল। ৰছুল-কৰিমে (দঃ) মানুহৰ এই বহুযুগ জোৰা ভ্ৰমান্ধকাৰ, নৱ সাহসেৰে দূৰ কৰি ইছ্লামৰ বীজ-মন্ত্ৰ স্বৰূপে 'কলমায়ে শ্বাহাদতেৰে' ঘোষণা কৰি দিছে "লা ইলাহা ইল্লাল্লাহু" একমাত্ৰ আল্লাত বাজে আৰু কোনো উপাস্য নাই, "আব্দহু ৱ ৰছুলহু" মই আল্লাৰ দাস আৰু দূত—মই দেৱতা নহওঁ, অৱতাৰ বা আল্লাৰ পুতেক নহওঁ। 'আনা ব'শ্ব'কম্ মিচ্লুকুম্'— মই তোমালোকৰ নিচিনাই এজন মানুহ। সাৱধান! খৃষ্টানবিলাকে যেনেকৈ বিবি মৰিয়মৰ পুতেক যীচুক বঢ়াওতে বঢ়াওঁতে নিৰাকাৰ পৰম পিতাৰ আসনত বহুৱাই দিছে, তোমালোকে যেন মোৰ ওপৰত সেইদৰে অতিপাত বহণ নেসানা।"

ৰছুল-কৰিম আৰবীয়ে (দঃ) নিজক আল্লাৰ দাস আৰু মানুহ বুলি ঘোষণা কৰি মানুহৰ গোটেই জীৱন-ব্যাপাৰত নিজক মিলাই মানুহৰ মনত

---

(১) মুছলিম।

এই মহা সত্য তাঁকৈ আঁকি দিছে যে, মহাপুৰুষ মানুহৰ সীমাৰ বাহিৰ নহয়, তেৰেঁা মানুহ, মানুহৰেই তেওঁ মহত্তম পৰিণাম মাথোন।

যেনে বীজ বুলিলে তাৰ ভিতৰত অদ্ভুত গুণ বা শক্তি আছে, সেই বীজ ৰুলে গছ হব, তাত সাৰ জাবৰ দিলে তাৰপৰা ফুল হব আৰু ফুলৰ পৰা ফল হব, তাতে অন্ত নহয়। সেই ফল মানুহে খালে মানুহক সেই ফলে শক্তি দিব। তেনেকৈ, মানুহ বুলিলে তাৰ ভিতৰত নানা ৰকমৰ অদ্ভুত শক্তি আছে, সেই শক্তিবোৰ পাচত বিকাশিত হৈ মানুহে দেৱত্ব লভিব পাৰে।

সুখ-সম্পদৰ কোলাত উঠিও যি নানং নংস্রং হৈ দাল-দৰিদ্ৰৰ দৰে জীৱন যাপন আৰু আহাৰ-বিহাৰ কৰিছিল, যাৰ আঙুলি সংকেতত ৰাজাধি-ৰাজৰ মুকুটো ভুমিলুণ্ঠিত হৈছিল, যাৰ অলৌকিক প্ৰভাৱত নৰদেহধাৰী সহস্ৰ সহস্ৰ মৰুভূমিৰ অসুৰেও চাওঁতে চাওঁতে নিজৰ পাশৱ স্বভাৱ পৰিহাৰ কৰি, প্ৰকৃত মনুষ্যত্বৰ জ্যোতি লাভ কৰিছিল, যাৰ বিমল চৰিত্ৰত জ্ঞান কৰ্ম্ম আৰু প্ৰেমৰ মণিকাঞ্চন সমাবেশ, তেনে মহাপুৰুষৰ বিষয় চিন্তা কৰিলে, মানবাত্মাৰ অতুল ঐশ্বৰ্য্য দেখি, হৃদয় আচৰিত আৰু আনন্দিত নহৈ থাকিব নোৱাৰে।

যি কেতিয়াও সংসাৰত সোমোৱা নাই, যি কেতিয়াও সংসাৰৰ নিদাৰুণ অত্যাৰ অভিযোগৰ কঠোৰ পৰীক্ষাত পৰা নাই, তেওঁৰ সাধু জীৱনৰ মূল্য কিমান কৰ নোৱাৰি আৰু তেওঁ সাংসাৰিক মানুহৰ আদৰ্শ-গুৰু বা হব কেনেকৈ ?

ৰছুল-কৰিম (দঃ) কৰ্ম্মক্ষেত্ৰৰ কঠোৰ পৰীক্ষাত উত্তীৰ্ণ হৈ শত্ৰু-মিত্ৰ সকলোৰে মাজত "আল্ আমীন" নাম পাইছিল। বিশ্বস্ত বুলিয়েই তেখেতৰ প্ৰাণৰ বৈৰীবিলাকেও 'হিজৰত'ৰ (মদিনালৈ ভগনৰ) আগলৈকে তেখেতৰ হাতত তেওঁলোকৰ বহুত মূল্যবান অলঙ্কাৰাদি আৰু ধন-বিত্ত জমা ৰাখিছিল।

আবুজেহেলৰ নিচিনা পৰম শত্রুৰেও কবলৈ বাধ্য হৈছিল, "হে মোহম্মদ! মই তোমাক কেতিয়াও মিছলীয়া বুলি মনত নেভাবোঁ ; কিন্তু তোমাৰ যি ধৰ্ম্ম, মোৰ মনে সেইটো গ্রহণ কৰিবলৈ কেতিয়াও নেমানে।"

সকলো মহাপুৰুষ অৰণ্যচাৰী সন্ন্যাসী নাছিল। পচিম এচিয়াত যিসকল মহাপুৰুষৰ আবিৰ্ভাব হৈছিল, তেওঁলোকৰ মাজত যীচুখৃষ্টত বাজে, তেওলোকৰ কাৰো জীৱনৰ লগত গৃহ-ধৰ্ম্মৰ বিৰোধ নাছিল। ভাৰতৰ বুদ্ধ, শঙ্কৰ আৰু চৈতন্য গৃহহীন সন্ন্যাসী আছিল হয়, কিন্তু যি শ্রীকৃষ্ণ হিন্দুৰ শিৰোমণি, যাক ইউৰোপবাসীসকলে ৰাজনৈতিক চক্রী-পুৰুষ বুলিবলৈ পাচ নোহোঁহকে, তেওঁ গৃহবাসী আছিল। মানৱহিতৈষী আত্মত্যাগী মহাপুৰুষক কেৱল সন্ন্যাসী-বেশত সজাবলৈ গৈ মানুহে আত্মশক্তিক তুচ্ছ কৰি পেলাইছে। গৃহহীন সন্ন্যাসীৰ ত্যাগ যিমানেই মোহিনী হওক, কেতিয়াও বৰণীয় হব নোৱাৰে। গৃহহীন খৃষ্ট আৰু বুদ্ধৰ প্রেম আৰু ত্যাগে আমাৰ মনক মুগ্ধ কৰিব নোৱাৰে। তেওলোকৰ উপদেশ সংসাৰ-ত্যাগী ফকিৰৰ উপযোগী হব পাৰে, কিন্তু জাতীয় বা আন্তৰ্জাতিক জীৱনৰ উপযোগী হব নোৱাৰে। তেওঁলোকৰ উপদেশ কাৰ্য্যক্ষেত্রত লগোৱা অসম্ভৱ। মানৱ-সেৱাই আল্লাহ-সেৱাৰ জখলা।

যি গৃহ-জীৱনক তুচ্ছ নকৰি পৱিত্র আৰু মধুৰ কৰিছে, যি ৬০ বছৰ জুৰি ৰজা-প্রজা, ধনী-দৰিদ্র, পণ্ডিত-মূৰ্খ, দাস-প্রভু, সংসাৰী-বৈৰাগী সকলো শ্রেণীৰ মানুহক নিজৰ দৃষ্টান্তেৰে নিজ নিজ কৰ্ত্তব্য তন্ন তন্নকৈ পূৰ্ণভাবে শিক্ষা দিছে, যি মানুহৰ বিচিত্র সুখ-দুখ-আশা-আকাঙ্ক্ষাময় নৰজীৱনক প্রকৃত জীৱন দি সাৰ্থক আৰু সুন্দৰ কৰিছে ; মানৱ সমাজক ত্যাগ নকৰি, মানুহৰ মাজত বাস কৰি পৰিবাৰ-পৰিজন, আত্মীয়-স্বজন, দেশী-বিদেশী, স্বজাতি-বিজাতীৰ লগত সম্পৰ্ক আটুট ৰাখি মানুহৰ লগত বিচৰণ কৰি, বিশ্বমানৱৰ জীৱনৰ লগত মিলি মানুহক চেনেহ কৰিছে, ৰক্ষা কৰিছে,

ত্যাগৰ দুৰ্জ্জয় সাধনা কৰিছে, সাত দিন অনাহাৰে থাকি জীৱিকা আৰ্জ্জনৰ পৰিশ্ৰম কৰিছে, লাঞ্ছনা ভুগিছে, শত্ৰুৰ তৰোৱালৰ তলত মূৰ থৈ আল্লাৰ নাম লবলৈ পাহৰা নাই, মাক-পুতেক-তিৰোতাৰ মৃত্যুশোক বুকুত লৈ জীৱনৰ বোজা বৈছে, চাকৰৰ সেৱা কৰিছে, বন্ধুৰ বিয়া-উৎসৱত আনন্দ কৰিছে আৰু শোকত সান্ত্বনা দিছে; দুখ, দৰিদ্ৰতা, ৰোগ-শোক, প্ৰলোভন, স্বাৰ্থতাড়ণা, মায়ামোহত থাকি অৰ্থাৎ পূৰাকৈ সংসাৰত থাকি কেনেকৈ সংসাৰ-বৈৰাগী হব পাৰি, কি উপায়েৰে ধৰ্ম্মৰ লগত জীৱন যাত্ৰা কৰিব পাৰি; আই-বোপাই, পুত্ৰ-পৰিবাৰ, ওচৰ-চুবুৰীয়াৰ প্ৰতি কৰ্ত্তব্য পালন কৰি সমাজ আৰু ৰাষ্ট্ৰজীৱনৰ মাজেদি গৈ কি দিহাৰে আল্লাৰ ওচৰ চাপিব পাৰি; যি তাৰ শিক্ষা দিছে আৰু যাৰ শিক্ষা অবলম্বন কৰি আজি সভ্য জগৎ গৌৰবান্বিত, যি এই 'চিৰাতুল মুস্তাকীম' ( সৰল বাট ) দেখুৱাই দিছে, যি বাটেদি গৈ দুই 'জাহান'ত ( জগতত ) সৌভাগ্যৰ সকলোতকৈ ওখ টিঙত উঠিব পাৰি, তেৱেঁই মানুহৰ পৰমাত্মীয়, মহাপুৰুষৰ মাজত তেৱেঁই মূধাফুটা। "মই মানুহ"—এই কথাষাৰ সেই মহাপুৰুষৰমুখত শুনি আজি বহুত দিনৰ পাচত মানুহে নিজক চিনিব পাৰিছে।

খৃষ্ট, বুদ্ধ আৰু চৈতন্যই অহিংসা আৰু প্ৰেমৰ মন্ত্ৰ প্ৰচাৰ কৰি, মানুহক উৎকৃষ্ট নীতি শিক্ষা দিছে হয়, কিন্তু তেওঁলোক মানুহৰ উপাস্য সম্বন্ধে টলকা মাৰি থকাত, তেওঁলোকক মানুহে ঈশ্বৰৰ আসনত বহুৱাবলৈ গৈ নিজৰ আধ্যাত্মিক জীৱনক লঘু কৰি পেলাইছে। কিন্তু ৰছুল-কৰিমে ( দঃ ) মানুহক প্ৰেম আৰু ক্ষমাৰ উপদেশ দি, আত্মজীৱনত তাৰ জ্বলন্ত দৃষ্টান্ত দেখুৱাই আৰু মহাপুৰুষৰ কল্পিত দেৱ-সিংহাসনক ভৰিৰে ঠেলি, মানৱতাৰ উদাৰ সমথলত থিয় দি ওপৰলৈ আঙুলিয়াই ঘোষণা কৰিছে— "সেই একমাত্ৰ মহান সৰ্ব্বশক্তিমান, সৰ্ব্বব্যাপী, সৰ্ব্বজ্ঞ ৰব্বিল আলেমিনত বাজে, হে মানুহ! তোমাৰ আৰু কোনো উপাস্য নাই।"

বৈদান্তিক শঙ্কৰাচাৰ্য্যই মানুহক ঈশ্বৰ বুলিছে। তেওঁ ইয়াৰ দ্বাৰা মানুহৰ জয় ঘোষণা কৰা নাই। আল্লাৰ সৰ্ব্বময়ত্ব এনেকৈ ঘোষণা কৰিছে যে, জীৱৰ স্বতন্ত্ৰ-অস্তিত্ব একেবাৰেই নোহোৱা হৈছে। তেওঁ সংসাৰত্যাগী গুহাবাসী, এমুঠি সন্ন্যাসীৰ আদৰ্শ হব পাৰে মাথোন, বিশ্বমানৱৰ হব নোৱাৰে।

জীৱনভাৰ ববলৈ অসমৰ্থ হৈ, জীৱন-যুদ্ধত হাৰি মৃত্যুৰ আশ্ৰয় লোৱা বা সংসাৰত থাকিবলৈ অক্ষম হৈ লোকালয়ৰ পৰা পলাই, অৰণ্য চাৰী হোৱা টান নহয়। সংগ্ৰামলৈ ভয় কৰি পলোৱাতকৈ সংগ্ৰাম জয় কৰা, ভোগৰ মাজত থাকি ত্যাগৰ সাধনা কৰা, সংসাৰত থাকি কৰ্ত্তব্য পালন কৰা বেচি প্ৰশংসনীয়।

মানুহৰ মাজত, স্বাভাবিক ধৰ্ম্ম-জীৱনৰ আদৰ্শ, মাথোন দুজন মহাপুৰুষহে চকুৰ আগত পাৰে —এজন শ্ৰীকৃষ্ণ, আনজন ৰছুল-কৰিম মোহম্মদ মোস্তফা (দঃ)। দুয়ো গৃহী হৈ সমাজত বাস কৰি, জাতীয় জীৱনত কাম কৰি, মানুহক স্বাভাবিক উপায়েৰে ধৰ্ম্ম সাধনাৰ উপদেশ দিছে। কিন্তু শ্ৰীকৃষ্ণ সম্পূৰ্ণ অনৈতিহাসিক পুৰুষ। তেওঁৰ জীৱনৰ-কাহিনী আৰু চৰিত্ৰ-কথা ৰূপক আৰু উপকথাৰে ভৰা, আকৌ তাতে, তেওঁ মানুহ নহয়, মানুহৰ মহত্ত্ব মহিমা নহয়—ঈশ্বৰাৱতাৰ, তেওঁৰ কামবোৰ দেৱতাৰ লীলা মাথোন। কিন্তু ৰছুল-কৰিমৰ (দঃ) জীৱন আৰু চৰিত্ৰ তেনে কবি কল্পিত বস্তু নহয়। তেখেত মানুহৰ আকাৰত মানুহৰ আদৰ্শ, তেখেত হাড়ে হাড়ে মানুহ। তেখেতৰ নিভাঁজ দৈনিক কাৰ্য্যকলাপ আৰু উপদেশ, আদিৰে পৰা অন্তলৈকে পুঙ্খানুপুঙ্খ বৰ্ণনাৰে সৈতে বুৰঞ্জীৰ পাতত আজিলৈকে জিলিকি আছে। তেখেত নিজৰ কোনো স্বাৰ্থসিদ্ধিৰ নিমিত্তে অহা নাছিল, দেৱতা হব খোজা নাছিল, লোকৰ উপাস্য হবৰ অভিপ্ৰায় নাছিল। তেখেত মানুহ হৈ আল্লাৰ বাণী আনি মানুহক দিছেহি। নিজে সেই মতে চলি কাৰ্য্যক্ষেত্ৰত নিজৰ উদাহৰণেৰে মানুহক শিক্ষা দিছে। আল্লাৰ নিভাঁজ 'কালাম' (বাণী) আৰু

তেখেতৰ কাম, এই দুয়ে মানুহক চলিবলৈ বাট দেখুৱাই দিছে। তেখেতৰ আবিৰ্ভাবৰ আগেয়ে ইছলামৰ নিচিনা নিখুত, নিভাঁজ সম্পূৰ্ণ 'তৌহিদ' ( একেশ্বৰবাদ ) ধৰ্ম্ম জগতত কতো নাছিল।

# শ্ৰেষ্ঠতম আদৰ্শ।

ৰছুল-কৰিম (দঃ) মানুহৰ শ্ৰেষ্ঠতম আদৰ্শ। তেখেতৰ আগেয়ে কোনো নবী-ৰছুলে নিজৰ সকলোবোৰ শিক্ষা আৰু উপদেশ নিজে নিজৰ কামেৰে সৈতে প্ৰমাণ কৰি দেখুৱাই যোৱা নাই। কৰিবপৰা শক্তি থাকিলেই নহয়, সেই শক্তি কামত লগাই দেখুৱাব লাগে। মৌখিক উপদেশে কাম নিদিয়ে, যিটো কাম নিজে কৰা নাই, সেই বিষয় আনক কেনেকৈ শিক্ষা দিব পাৰি? যীছুৱে নিজৰ শক্তি আৰু গুণ দেখুৱাবলৈ তেওঁৰ জীৱনত সুযোগকে নেপালে। তেওঁ সম্পূৰ্ণ আদৰ্শ কেনেকৈ হব পাৰে? নানা ৰকমৰ নৈতিক গুণ বা চৰিত্ৰ দেখুৱাবলৈ হলে, নিজৰ জীৱনত সৌভাগ্য আৰু দুৰ্ভাগ্য, দুইটা ঘটিব লাগে। ৰছুল-কৰিমৰ (দঃ) জীৱনত বাগলী-ৰখীয়া বাট মাউৰাৰ পৰা ৰাজাধিৰাজলৈকে সকলো ৰকমৰ অৱস্থা ঘটিছিল। তেখেতে জীৱনৰ প্ৰত্যেক কৰ্ত্তব্যক সমাধা কৰি আদৰ্শ দৃষ্টান্ত দেখুৱাই গৈছে। তেখেতৰ বিষয় ভালকৈ জানিব খুজিলে, তেখেতৰ মৌখিক উপদেশ বা শিক্ষাৰ পৰা নহয়, তেখেতৰ কামৰ পৰাহে। কথাৰেই বিশ্ব-আদৰ্শ পুৰুষ হব নোৱাৰি। পাক কোৰ্‌আনত যিমান উপদেশ, আদেশ আৰু নিষেধ আছে, সকলোবোৰ তেখেতৰ কাৰ্য্যক্ষেত্ৰত নিজৰ উদাহৰণেৰে দেখুৱাই গৈছে। সকলোবোৰ তেখেতৰ জীৱন-দপোণত কট্‌কটীয়াকৈ দেখিবলৈ পোৱা যায়। কোৰ্‌আন

মজিদৰ ব্যাখ্যাৰ কাৰণে পণ্ডিতৰ ওচৰলৈ যাবৰ দৰ্কাৰ নকৰে, তেখেতৰ জীৱনীয়ে হৈছে তাৰ সকলোবোৰৰ ব্যাখ্যা।

ধৰ্মী আৰু বিদ্বান পৰিয়ালৰ মাজত হজৰত মুছাৰ জন্ম, অতি ওখ থাপৰ সভ্য জাতিৰ মাজত হজৰত ইছাৰ জন্ম। দুয়োজন নিজৰ ব্ৰতত কৃতকাৰ্য্য হব নোৱাৰিলে। হজৰত ইছাই নিজৰ মানুহকে বিশ্বাস কৰাব নোৱাৰি কৈছিল যে, নিজ দেশ আৰু নিজ ঘৰৰ বাহিৰতেহে 'নবী'ৰ মান (১)। এওঁলোক আৰু আগৰ আন আন সকলো নবীয়ে, যি কল্পনা কৰিছিল, তাৰ সফলতা নিজৰ জীৱনত দেখিবলৈ নেপালে। মুক্ত হোৱা মিচিৰ (Egypt)ৰ বন্দী-বিলাকে বেলিয়ে পতি হজৰত মুছাৰ অবাধ্য হৈছিল। পিটৰ (Peter) আৰু আন আন শিষ্যবিলাকে তেওঁলোকৰ প্ৰভুক বিপদৰ সময়ত অস্বীকাৰ কৰিছিল। কিন্তু ৰছুল-কৰিমৰ (দঃ) সময়ত গোটেই দুনিয়া এনে ঘোৰ আন্ধাৰত পৰি আছিল যে, নৈতিক উন্নতিৰ কোনো আশাই নাছিল। এনে জাতিৰ মাজত তেখেতৰ জন্ম হ'ল, যাক অন্ধকাৰ, অসভ্যতা, কুসংস্কাৰ, নিষ্ঠুৰতা আৰু হবেক ৰকমৰ পাপে ঢাকি ধৰিছিল। এই নিঠৰুৱা নিৰক্ষৰ মাউৰা ছাগলী-ৰখীয়া, আবুতালেবৰ সহায়ৰ মুখাপেক্ষী মৰুভূমিৰ প্ৰচাৰকে, অহঙ্কাৰী অত্যাচাৰী আৰবৰ মাজত, তেখেতৰ 'নবুয়ত'ৰ ২৩ বছৰৰ ( ১৩ বছৰ মকাত আৰু ১০ বছৰ মদিনাত ) প্ৰথম ৫ বছৰৰ ভিতৰতে এনে পৰিবৰ্ত্তন ঘটালে যে, তাক জা'ফৰ আল্‌-তায়্যাৰে আবিচিনিয়াৰ খৃষ্টান নজ্জাচী ( ৰজা ) আছ্‌মাহাৰ আগত ইছ্‌লাম শিক্ষাৰ বিষয় যি বৰ্ণনা কৰিলে, সেয়ে তাৰ উজ্জ্বল প্ৰমাণ। এনে সফলতা আন কোনো নবীয়ে কেতিয়াও ইয়াৰ আগেয়ে লভিব পৰা নাই। ৰছুল-কৰিমে (দঃ) কাৰ্য্যক্ষেত্ৰত সকলো মহাপুৰুষকে চেৰ পেলাইছে।

(১) Matt. XIII. 57.

Sir William Muirৰ নিচিনা খৃষ্টান লিখকেও কবলৈ বাধ্য হৈছে—"Few and simple are the precepts of Muhammad. His teaching had wrought a marvellous and mighty work. Never had men seen the like rousing of spiritual life....Thirteen years before the Hijra ( July 2, A.D., 622 ), Mecca lay lifeless in the debased state. What a change had those thirteen years now produced !...Jewish truth had long sounded in the ears of the men of Medina, but it was not until they heard the spirit-stirring strains of the Arabian Prophet that they, too, awoke from their slumber and sprang suddenly into a new and earnest life."

Encyclopœdia Britannica 11th edition ; art, "Koran"ত লিখিছে "The Holy Prophet was the most successful of all the prophets and religious personalities"'

কি ৰাজনৈতিক, কি সামাজিক, কি মানসিক, কি আধ্যাত্মিক, সকলো বিষয়তে তেখেত অদ্বিতীয় গুৰু। সকলো বিষয়তে তেখেতৰ জীৱনৰ ভিতৰতে এনে পৰিবৰ্ত্তন ঘটিল যে, তেনে কোনো জাতিৰ ভিতৰত, কোনো কালত আৰু কোনো দেশত হোৱা নাই আৰু তেখেতৰ পাচতো কোনো সংস্কাৰকে কৰিব পৰা নাই। ধুমুহাৰ লগত তুলা উৰি যোৱা দৰে, তেখেতৰ বজ্ৰগম্ভীৰ উক্তিৰ আগত অতি বদ্ধমূল পাপাচাৰো উৰি গ'ল। ঘৰ-ঘোৰ টোপনিত লাল-কালটৈহে পৰি থকা মানুহক জগাই উন্নতিৰ সকলোতকৈ ওখ টিঙত বহুৱালে। তেখেতৰ পৰা মুছলমান জগতত যি 'মা'ৰফত' (সাধন-ভজনৰ প্ৰণালী) চলি আছে, সি অতুলনীয়। প্ৰতাপী বীৰ হজৰত

ওমৰৰ 'নিচিনা ঘোৰ পৌত্তলিককো প্ৰকৃত, নিভাঁজ একেশ্বৰবাদী কৰি পেলালে। "আল্লাহো আকৃবৰ" ধ্বনি কেইওকালে প্ৰতিধ্বনিত হবলৈ ধৰিলে। এনেকি আৰবৰ ১২ হাজাৰ বৰ্গ মাইলৰ ভিতৰত পুতলা পূজা একেবেলিয়েই নিৰ্ম্মূল হ'ল। যি মানুহৰ মাজত নৰহত্যা বা 'খুন' কৰাটো নিত্য ব্যৱসায় আছিল, সিইঁতৰ মাজত ভ্ৰাতৃভাব স্থাপিত হ'ল। অগাধ মুৰ্খ আৰব জাতি পৃথিবীৰ মাজত সভ্যতা আৰু বিদ্যাৰ আৰিয়াধাৰী হ'ল। Carlyle চাহেবে লিখিছে,—"A poor shepherd people, roaming unnoticed in its deserts since the creation of the world : a Hero Prophet was sent down to them with a word they could believe : see, the unnoticed becomes world-noticeable, the small has grown world-great ; within one century afterwards, Arabia is at Granada, on this and, at Delhi on that ; glancing with valour and splendour and the light of genius, Arabia shines through long ages over a great section of the world."

শান্তি ৰক্ষা কৰিবৰ নিমিত্তে পুলিচ নাছিল। টিকৃটিকি বিভাগৰ আৱশ্যকতা সমূলি নাছিল। তেখেতৰ দিনত পাপ সমূলি লোপ পালে আৰু কোনোৱে গোপনীয় ভাৱে কিবা পাপ কৰিলেও তেখেতৰ চেহেৰা দেখিলেই, সেই দোষীয়ে আল্লাক সৰ্ব্বব্যাপী, সৰ্ব্বজ্ঞ আৰু সৰ্ব্বশক্তিমান বুলি বিশ্বাস কৰি, নিজেই নিজৰ দোষ সৈ কাঢ়ি দিছিল, নিজেই নিজক ধৰা দিছিল। মিছা সমূলি লুপ্ত হ'ল। উকিল টৰণি, মুক্তিয়াৰ, বেন্দৰ বা দৰ্খাস্ত মহৰী, কাৰো প্ৰয়োজন নাছিল। "Thy kingdom come"— এই বুলি যীচুৱে প্ৰাৰ্থনা কৰিছিল ; কিন্তু ৰছুল-কৰিমৰ (দঃ) আমুলি চিয়াঁৰতে, ই কাৰ্য্যক্ষেত্ৰত ঘটি উঠিল ; আজি আমেৰিকাৰ পণ্ডিতসকলে

গোটখাই জ্ঞান-বিজ্ঞানৰ বলত যি ফটিকা পানকৰাটো অনিষ্টকৰ বুলি স্থিৰ কৰি, বন্ধ কৰিবলৈ আইনৰ সহায় লৈও কৃতকাৰ্য্য হব পৰা নাই—মানুহে লুকাই লুকাই বেচিকৈকেহে মদ খাবলৈ ধৰিছে—তেৰ শ বছৰৰ পূৰ্ব্বে 'উম্মি' নবীয়ে আকৃৰমৰ পবিত্ৰ মুখৰ পৰা "ই হাৰাম" এই এষাৰ কথা ওলোৱাৰ লগে লগে আৰবত তাৰ গোন্ধ ভাপ সমূলি উৰি গ'ল। এনে কি, বহু যুগ জোৰা নিতৌ পাঁচবাৰ ফটিকা-দেৱতাৰ পূজাৰ ঠাইত নিতৌ পাঁচবাৰ সৰ্ব্বশক্তিমান ৰব্বিল অ'লেমীনৰ-পূজা নিকপকৃপীয়াকৈ চিৰকাল লৈ স্থাপিত হ'ল। এনে সফলতা জগতৰ বুৰঞ্জীত কোনো ধৰ্ম্ম-গুৰুৰ পোৱা নেযায়। তেখেতে যে অসাধাৰণ আধ্যাত্মিক উন্নতিৰ অতি উচ্চতম টিঙত উঠিছিল, এয়ে তাৰ প্ৰমাণ। সংস্কাৰকৰ প্ৰতি ভক্তি নহলে, কোনো জাতিতে কোনো সংস্কাৰ হব নোৱাৰে। আধ্যাত্মিক বল নহলে, ধন সম্পত্তি বা ক্ষমতা বা 'মুআজ'জাই' (আলৌকিকতাই) মানুহৰ মনত প্ৰেম আৰু ভক্তিৰ ভাব আৰু বশ্যতা উদয় কৰাব নোৱাৰে। ৰছুল-কৰিমৰ (দঃ) উক্তি বা শিক্ষাত ৰাজ আদেশৰ চিন ছাব নাই। বৰং তেখেতে কয়, "মোৰ গাত কোনো বিশেষ ক্ষমতা নাই আৰু মই কোনো 'ফিৰিস্তা' (স্বৰ্গীয় দূত) নহওঁ, খোদাৰ ধনৰ ভঁৰাল মোৰ হাতত নাই।" তথাপি তেখেতলৈ মানুহৰ যেনে ভক্তি, যেনে সম্মান, যেনে প্ৰেম হৈছিল, ই কল্পনাতীত। যীচুৱে পানীক মদ কৰি দেখুৱাব পাৰিছিল, কিন্তু তেওঁৰ ইচ্ছা অনুসৰি নিজৰ শিষ্যৰ স্বভাৱ ৰবচৰ কৰিব নোৱাৰিছিল (১)। পৰীক্ষাৰ সময় আহিলত, তেওঁৰ সকলো শিষ্যই তেওঁৰ লগ এৰিলে। তেওঁৰ সেই কিমিয়া বিদ্যা নাছিল, যাৰে পিতলক উজ্জল সোণ কৰিব পাৰি। হজৰত মুছাৰ শিষ্যবিলাকৰো তেওঁলৈ বিশেষ ভক্তি নাছিল, কিন্তু ওহোদ ৰণ-ক্ষেত্ৰত যেতিয়া কেউফালৰ

(১) John Vii. 5.

পৰা শত্রু সৈন্য জাঙ্গুল খাই উঠি ৰছুল-কৰিমক (দঃ) হেঁচা মাৰি ধৰিছিলহি, তেখেত এটা গাঁতত পৰি গৈছিল, তেখেতৰ গোটেই গাত ৮০টা জখমেহে তেজৰ তুমৰলি বৈছিল আৰু জীৱনৰ আশঙ্কা হৈছিল, তেতিয়া ছাহাবা কেইজনে এই আসন্ন বিপদৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে তেখেতক বেঢ়ি ধৰিছিল। এই ভক্ত কেইজনে নিজৰ দেহাকে ঢাল কৰিলে আৰু শত্রু সৈন্যৰ কাঁড় আহি তেওঁলোকৰ গা থকা-সৰকা কৰিলে, কিন্তু তথাপি এটি কাঁড়ো তেখেতৰ গাত পৰিবলৈ নিদিলে। এজন এজনকৈ ছাহাবা-সকল মৰিবলৈ ধৰিলে, আন ছাহাবা আহি তেওঁলোকৰ ঠাইত থিয় হৈ গা পাতি দিলে। এনেকি এই অৱস্থা দেখি উম্মে-নাছিবা, উম্মে-চল্‌মা, আয়েশা আদি মহিলাসকলেও হাতত তৰোৱাল লৈ তেখেতক ৰক্ষা কৰিবৰ নিমিত্তে শত্রুক বাধা দিবলৈ ধৰিলে। এই মৰুবাসীসকলে যে, অকল যুদ্ধক্ষেত্রত এনেকৈ শত্রুক বাধা দিছিল তেনে নহয়, তেওঁলোকে মানুহৰ যে অতি ভয়ানক শত্রু-ৰিপুকো দমন কৰিছিল।. বদ্ধমূল কুঅভ্যাস পাপাচাৰ আদি সকলোকে নির্ম্মূল কৰিছিল।

ৰছুল-কৰিমে ( দঃ ) আজীৱন কঠোৰ পৰিশ্রম কৰি নানা অত্যাচাৰ উৎপীড়ন সহ্য কৰিও অসভ্য মূর্খ আৰবজাতিক জগতৰ আদর্শ মানুহ কৰি তুলিছিল। পশুৰ অৱস্থাৰপৰা কেনেকৈ দেৱতাৰ অৱস্থালৈ উঠিব পাৰি, মানুহক তেখেতে তাৰ উচ্চ শিক্ষা দি গৈছে। সকলো পাপৰ সোঁতৰ গতিত ভেটাদি, যি নির্ম্মল ধর্ম্মৰ জেউতি দি গৈছে, আজি গোটেই জগতে সেই জেউতি পাইছে। শিক্ষা, সভ্যতা, সাম্য সকলো তেখেতৰ সাধনাৰ ফল। তেখেত ধর্ম্ম-মন্দিৰত পৰমাচার্য্য আৰু উপদেষ্টা, সাধন-কুটীৰত মহা সাধক, কর্ম্মক্ষেত্রত মহা উদ্যমী কর্ম্মী, বিচাৰালয়ত সুদক্ষ বিচাৰক, ৰণ-ক্ষেত্রত সুনিপুণ সাহিয়াল সেনাপতি, গৃহ-কামত অভিজ্ঞ গৃহী, বৈষয়িক ব্যৱস্থা দিয়াত সূক্ষ্মদর্শী ব্যৱহাৰজীৱী আছিল। আগৰ কোনো

মহাপুৰুষৰ জীৱনত এনে সকলো বিষয়ত পূৰ্ণতা দেখা পোৱা নেযায়। এনে বিষয় নাই, য'ত তেখেতে নতুন শিক্ষা দিয়া নাই।

# শেষ নবী।

জগতত মহাপুৰুষৰ পাচত মহাপুৰুষৰ আবিৰ্ভাৱ হৈ আছে। বুৰঞ্জী ভালকৈ ফঁহিয়াই, চালি-জাৰি আৰু মথি চালে দেখা যায়, ৰছুল-কৰিমত (দঃ) বাজে আন কোনো মহাপুৰুষ, সকলো সদ্গুণৰ আকৰ হব নোৱাৰে। ঘোৰ আন্ধাৰত অসভ্য আৰু মূৰ্খ মানুহৰ মাজত অতি উৎকৃষ্ট গুণেৰে, উচ্চতম নীতিজ্ঞানেৰে আৰু উচ্চতম আচাৰ-ব্যৱহাৰেৰে তেখেতক পাক ৰব্বিল-আলমীনে ভূষিত কৰি দুনিয়াৰৈ পঠাইছিল। সেই দেখি ঘোৰ শত্ৰুবিলাকেও তেখেতৰ গুণৰাশিত মুগ্ধ হৈ, তেখেতক এজন অতি অসাধাৰণ মহাপুৰুষ বুলি বিশ্বাস কৰি ইছ্লামৰ ছাঁৰ তলত জিৰাইছিল।

সুপ্ৰসিদ্ধ খৃষ্টান বুৰঞ্জীলিখক Bosworth Smith চাহেবে লিখিছে :—"কোনো স্থায়ী সৈন্যদল নোহোৱাকৈ, গা ৰখীয়া নোহোৱাকৈ, ৰাজ-প্ৰসাদ নোহোৱাকৈ বা নিৰ্দ্দিষ্ট ৰাজ-কৰ নোহোৱাকৈ, যদি কোনো কালে কোনো মানুহৰ কবৰ স্বত্ব আছে যে তেওঁ এক মাথোন দৈৱদত্ত শক্তিৰ প্ৰভাৱত পৃথিৱী শাসন কৰিছিল, তেন্তে সেইজন মোহম্মদ—কাৰণ, যদিওবা তেখেতৰ শক্তিৰ কোনো উপায় বা অবলম্বন নাছিল, তথাপি তেখেতত সৰ্ব্বশক্তি বিদ্যমান আছিল।"

সৰলতা, দয়াশীলতা, সাধুতা, সত্যবাদিতা, বদান্যতা, মিতব্যয়িতা, মনৰ প্ৰশস্ততা, উদাৰতা, কামত দৃঢ়তা, বিশ্বপ্ৰেম, মহত্বতা, আত্মত্যাগ, দুখত স্থিৰতা, ধৈৰ্য্যশীলতা, অকপটতা, সাহ, উৎসাহ, উদ্যম, ন্যায়পৰায়ণতা,

আল্লাৰ ওপৰত অটল ভক্তি আৰু বিশ্বাস, ক্ষমতাশালী হৈও নম্রতা, ৰাজপদ পায়ো দীনতা, পশুৰ প্রতি যত্ন, ল'ৰা-ছোৱালীলৈ চেনেহ, কামত ঐকান্তিকতা আৰু অধ্যৱসায় আদি সকলো গুণতে তেখেতে আন সকলো নবীকে চেৰ পেলাইছে।

তেখেতেই শেষ নবী আৰু কোৰআন মজিদেই শেষ ধৰ্ম্মগ্ৰন্থ। যি ধৰ্ম্মপ্ৰচাৰকৰ বাণী (হদিচ) আৰু জীৱনৰ ঘটনাৱলী অবিকৃত অৱস্থাত আজিলৈকে আছে আৰু শেষ মহা প্রলয়লৈকে তেনেকৈয়ে থাকিব, তেখেতেই মানুহৰ শিক্ষাৰ নিমিত্তে যথেষ্ট নহয় নে?

যীছুৰ প্ৰকৃত জীৱনী আমাৰ চকুৰ আগত নাই আৰু তাক জানিবলৈকো কোনো উপায় নাই। বুদ্ধ, কৃষ্ণ আদি মহাপুৰুষসকলৰ জীৱনীত এনে অতিপাতৰহন সনা হৈছে যে, তেওঁলোকৰ প্রকৃত স্বৰূপ কি তাকো জানিবলৈ একো উপায় নাই। মহাভাৰতৰ কৃষ্ণৰ লগত বৰ্ত্তমান বৈষ্ণৱসকলৰ ধৰ্ম্ম-পুথিত বৰ্ণিত কৃষ্ণৰ কোনো সাদৃশ্য নাই। দুয়ে যে একেজন পুৰুষ তাক চিনিবৰ উপায় কিবা আছে নে? যিমান প্ৰধান প্ৰধান ধৰ্ম্মপ্ৰচাৰক বা ধৰ্ম্মসংস্কাৰকৰ নাম আমি পাইছোঁ, তাৰ মাজত এক ৰছুল-কৰিমত (দঃ) বাজে আন কৰো জীৱনীৰ প্ৰমাণিক বুৰঞ্জী নাই।

যদি প্ৰমাণিক ধৰ্ম্মগ্ৰন্থৰ অস্তিত্ব আছে, তেনে সেইটি কোৰআন মজিদ। আৰু ধৰ্ম্মপ্ৰচাৰকৰ অবিকৃত বাণীৰ অস্তিত্ব যদি বৰ্ত্তমান আছে, সেইটি ৰছুল-কাৰিমৰ (দঃ) পবিত্ৰ বাণী—'হদিচ'।

ৰছুল-কৰিমৰ (দঃ) শিক্ষা সম্পূৰ্ণ। তেখেতৰ শিক্ষাত এনে কোনো খুঁত বা ত্ৰুটী নাই যে, আমি আনৰ দুৱাৰ মুখলৈ যাব লাগে। এনে ধৰ্ম্মোপদেশ পূৰ্ণ নিভুৰ্ল, নিভাঁজ, পবিত্ৰ স্বৰ্গীয় পুথি 'কোৰআন' আৰু 'হদিচ' বৰ্ত্তমানে আৰু এনে অভুতপূৰ্ব্ব সম্পূৰ্ণ অবিকৃত 'তৌহিদ' (একত্ববাদ) ধৰ্ম্ম বৰ্ত্তমানে আন কোনো ধৰ্ম্মপ্ৰচাৰকৰ বা ধৰ্ম্ম-শাস্ত্ৰৰ আৱশ্যকতা হব নোৱাৰে। সেইহে

ৰছুল-কৰিম মোহম্মদ মোস্তাফাই (দঃ) শেষ নবী, পাক কোৰ্‌আন-মজিদেই শেষ ধৰ্ম্মগ্ৰন্থ আৰু ইছ্‌লামেই বিশ্ব-মানবৰ একমাত্ৰ ধৰ্ম্ম।

খৃষ্টান মহাপণ্ডিত Arthur Leonard চাহেবে কবলৈ বাধ্য হৈছে :—"প্ৰকৃত পক্ষে ইছ্‌লামে এটা মহৎ কাম সাধনা কৰি গৈছে। মানবজাতিৰ বৰঙ্গীৰ পাতত ইছ্‌লামে যি স্থায়ী ছাব থৈ গৈছে, তাক কেতিয়াও কোনেও মোহাৰি মচি পেলাব নোৱাৰে। পৃথিবীৰ মানুহে যেতিয়া ইয়াতকৈও বেচিকৈ জ্ঞান লাভ কৰিব অৰ্থাৎ জ্ঞান-সূৰ্য্যই যেতিয়া অজ্ঞানতাৰ কলা ডাৱৰক দূৰ কৰি পেলাব, তেতিয়াহে সম্পূৰ্ণকৈ ইছ্‌লামৰ সত্যতা উপলব্ধি কৰিব পাৰিব।"

# শুদ্ধৰণী।

| পিঠি | শাৰী | আছে | হব লাগে। |
|---|---|---|---|
| ১ | মূৰত | ৰছুল-ক।ৰম। | ৰছুল-কৰিম |
| ৩ | ১০ | পতাল | পাতাল |
| „ | ১৯ | বা | বাট |
| ৪ | ১১ | আল্লাৰ | আল্লাৰ |
| ৫ | ১৯ | ঈশ্বৰ | ঈশ্বৰৰ |
| „ | ২২ | গুৰু-পুৰুহিত | গুৰু পুৰোহিত |
| ৬ | ১৩ | বন্দি-বেটীতকৈও | বন্দী-বেটীতকৈও |
| ৭ | ৮ | যীশু | যীছু |
| „ | ১২ | „ | „ |
| „ | ১৮ | „ | |
| ৮ | ১ | „ | „ |
| ১১ | ৪ | „ | „ |
| „ | ৮ | „ | „ |
| „ | ৯ | „ | „ |
| „ | ১১ | „ | „ |
| ১২ | ৯ | „ | „ |
| ১৫ | ২৩ | 'আবাৰ | 'আব্বা' |
| ১৬ | ১৩ | যীশু | যীছু |
| ১৯ | ১২ | মোৰ চেলিম | মোৰ চেলিন |

| পিঠি | শাৰী | আছে | হব লাগে |
|---|---|---|---|
| ২০ | ১০ | াক | আক |
| ২১ | ১৬ | খাতুম | খাতুন |
| ২৭ | ১০ | ল'লোঁ। | ল'লোঁ।" |
| " | ১৩ | বছৰিয়া | বছৰীয়া |
| ২৫ | ৩ | লম্বা-কাল। | |
| ২৬ | ২ | নেই | সেই |
| ২৯ | ৯ | ৰাখিছে | ৰখিছে |
| " | ২১ | যো-যা | যো-জা |
| ৩০ | ৭ | গিজর্াত | গির্জ্জাত |
| " | ৯ | যীশুৰে | যীচুৰে |
| ৩১ | ৫ | বাঁৰী | বাঁৰী। |
| " | ১৭ | গ'ল | গ'ল। |
| ৩৩ | ১২ | হোবাত-ৰছুল | হোৱাত, ৰছুল |
| ৩৫ | ৩ | বাঙ্গলি | বাঙ্গলী |
| ৩৭ | ১৬ | যীশু | যীচু |
| ৩৮ | ৩ | " | " |
| " | ১৭ | " | " |
| ৪৫ | ৪ | কোৰআণ | কোৰ্‌আন |
| " | ৯ | কঁপিছে। | কঁপিছে। |
| " | ১১ | মোৰ | "মোৰ |
| " | ২০ | কুদ্দুচ" | কুদ্দুচ |
| " | ২১ | উজুকিরাইছে' | উজুকিয়াইছে |

| পিঠি | শাৰী | আছে | হব লাগে। |
|---|---|---|---|
| ৫২ | ১৪ | ৯ | ১৩ |
| ৫৫ | ১৮ | ছুড়োখৰ | দোৰ্জোখৰ |
| ৫৮ | ২২ | অধিৰ | অধীৰ |
| ৬১ | ১৫ | মৃৰ | মৰ |
| ৬৪ | ১১ | যীশু | যীচু |
| ,, | ১২ | ,, | ,, |
| ,, | ১৭ | ,, | ,, |
| ৬৬ | ১২ | আব্ধ | আব্ধ |
| ৬৯ | ৭ | খৃষ্টানে-মনে পতা | খৃষ্টানে মনে-পতা |
| ,, | ১১ | যীশু | যীচু |
| ,, | ১২ | যীশু | যীচু |
| ,, | ১৫ | ,, | ,, |
| ,, | ১৯ | কাণত | কানত |
| ৭০ | ১৪ | মুআজ্জা | মুআ'জ'জা |
| ৭২ | ১৬ | ক্ষমতা কৰ | ক্ষমতা আছে কৰ |
| ৭৩ | ১২ | শক্ৰতা | শক্ৰতা |
| ৭৪ | ১৪ | হুতা-ওপৰা | হৈঁটা-ওপৰা |
| ৭৭ | ২ | ভনীয়েৰা | ভনীয়েৰাৰ |
| ৭৯ | ১৪ | লোল্লাহ | লুল্লাহ |
| ৮০ | দাঁতিত | কঠোৰতৰ পৰীক্ষা। | (২) কঠোৰতৰ পৰীক্ষা। |
| ,, | ,, | বছৰৰ শেষলৈকে।) | বছৰৰ শেষলৈকে ) |
| ৮২ | ১০ | উৰ্দ্ধিৰ | উষ্মিৰ |

| পিঠি | শাৰী | আছে | হব লাগে। |
|---|---|---|---|
| ৮৪ | ৫ | ফতিমাই | ফা্তিমাই |
| ৮৫ | ১০ | নৱধামৰ্ইত্তে | নবাধমহঁতে |
| ৮৬ | ৯ | পো-পাৱলি | পো-পোৱালি |
| ৮৭ | ২০ | আপুনি | "আপুনি |
| ৮৮ | ৮ | আবুবকাৰে | আবুবকৰে |
| ,, | ১১ | আবুবকাৰক | আবুবকৰক |
| ৯৪ | ২০ | ৰছুল-কৰিমে | ৰছুল-কৰিমক |
| ৯৬ | দাঁতিত | বছৰ শেষ | বছৰৰ শেষ |
| ,, | ১৭ | মোশৰিক | মোশ ৰিক |
| ,, | ,, | ইহুদি | ইহুদী |
| ,, | ১৯ | নবী' | 'নবী' |
| ,, | ২২ | 'নবী | 'নবী' |
| ৯৭ | ৬ | সমাধি | সমাধিস্থ |
| ১০৮ | ৭ | পাৰি | মাৰি |
| ,, | ১৭ | ওছ্মান-বেন্ তালাহা | ওছ্মান-বেন্-তালহা |
| ১১০ | ৩ | যো-যা | যো-জা |
| ১১১ | ১২ | সকলোৰ | সকলোৰে |
| ১১৭ | ১১ | আাক | আক |
| ১১৮ | ১ | আছ্লম্ | "আছ্লম্ |
| ,, | ১ | "শান্তি | শান্তি |
| ১২১ | ১৪ | সকলো | সকলোৰে |
| ১২৩ | ৫ | ছহল | 'ছহল' |

